অৰুণোদয় যুগৰ সাহিত্য

# অসমীয়া সমাজ-সংস্কৃতি



ড° সতীশ চন্দ্ৰ ভট্টাচাৰ্য্য

নতুন অসম

*জাতীয় ভাষা-সাহিত্য-সংস্কৃতিৰ বিশিষ্ট প্ৰকাশক*

উদ্যোগ পাম ঃ বামুণীমৈদাম

গুৱাহাটী- ৭৮১ ০২১

ARUNODAY YUGAR SAHITYA : ASAMIYA SAMAJ-SANSKRITI – A critical study of Assamese society and culturel as published in the Arnnoday written by Dr Satish Ch Bhattacharyya, Head, Department of Assamese, Darrang College, Tezpur, Assam, in Assamese language & Published by Sri Jyotipada Dev Choudhury, **Natun Asom**, Industrial Estate, Guwahati-781 021 October, 2002



**প্ৰকাশক ঃ**

শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী, এম এ, এল এল বি

**নতুন অসম**

উদ্যোগ পাম ঃ বামুণীমৈদাম

গুৱাহাটী - ৭৮১০২১

ফোন - ০৩৬১-৫৫০০৫৩



প্ৰথম প্ৰকাশ ঃ নবেম্বৰ, ২০০১

বেটুপাত ঃ বেণু মিশ্ৰ

**মূল্য ঃ ১৫০.০০ টকা লাইব্ৰেৰী সংস্কৰণ**

**৮০.০০ টকা সাধাৰণ সংস্কৰণ**

**মুদ্ৰণ ঃ**

কম্পটন প্ৰিণ্টাৰ্ছ ইণ্ডিয়া

৩১ বি, উদ্যোগপাম ঃ বামুণীমৈদাম

গুৱাহাটী - ৭৮১ ০২১

# আগ-কথা

অসমৰ প্ৰখ্যাত দৰং মহাবিদ্যালয়ৰ অসমীয়া বিভাগত সুদীৰ্ঘ ৩২ বছৰ কাল অধ্যাপনা কৰি বিশেষ খ্যাতি লাভ কৰা ডঃ সতীশ চন্দ্ৰ ভট্টাচাৰ্য্যই ৰাজ্যৰ সাহিত্য-সংস্কৃতিৰ জগতলৈ বিভিন্ন ধৰণে অৰিহণা যোগাই অসমীয়া সাহিত্যৰ ভৰাল চহকী কৰিছে। ছাত্ৰাৱস্থাৰ পৰা জনপ্ৰিয় প্ৰবন্ধপাতি লিখি থকাৰ উপৰিও ডঃ ভট্টাচাৰ্য্যই প্ৰণালীবদ্ধ বিশ্লেষণেৰে বহুতো পুৰাতত্ত্ব আৰু ইতিহাস ভিত্তিক গৱেষণামূলক নিবন্ধ প্ৰণয়ণ কৰি পণ্ডিতসমাজৰ সমাদৰ লাভ কৰিছে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগত এম. ফিল্. পাঠ্যক্ৰমত অধ্যয়ন কৰি থকা কালত ডঃ ভট্টাচাৰ্য্যই তেওঁৰ গৱেষণা নিষ্ঠাৰ পৰিচয় দি যি কোনো বিষয় বস্তুৰ গভীৰতৰ স্তৰত প্ৰৱেশ কৰি তথ্য আৰু তত্ত্ব উদ্‌ঘাটনত মনোনিৱেশ কৰাটো আমাৰ চকুত পৰিছিল আৰু 'পৰিশ্ৰমসাধ্যা বিদ্যা' — এই কথাষাৰ সাৰ্থকতা প্ৰমাণ কৰিছিল। এম. ফিল্. পৰীক্ষাত সমুত্তীৰ্ণ হৈ আমাৰ তত্ত্বাবধানতেই তেওঁ পি. এইচ. ডি. ৰ গৱেষণাত একনিষ্ঠভাৱে আত্মনিয়োগ কৰি অৰুণোদয় যুগৰ সাহিত্য সমাজ আৰু সংস্কৃতিৰ প্ৰণালীবদ্ধ বিশ্লেষণাত্মক গৱেষণা গ্ৰন্থ নিৰ্মাণ কৰি পি. এইচ. ডি. উপাধি লাভ কৰি বিশেষ কৃতিত্বৰ পৰিচয় দিছে। উক্ত গৱেষণাৰ আধাৰত বৰ্তমানে ড' ভট্টাচাৰ্য্যই "অৰুণোদয় যুগৰ সাহিত্য ঃ অসমীয়া সমাজ সংস্কৃতি" শীৰ্ষক এখন গ্ৰন্থ অসমৰ ছাত্ৰ-শিক্ষক আৰু পণ্ডিতসকলৰ হাতত তুলি দি অসম জননীৰ গৌৰৱ বৰ্দ্ধন কৰিছে।

উক্ত গ্ৰন্থখনত ডঃ ভট্টাচাৰ্য্যই 'অৰুনোদই সংবাদ পত্ৰ' বা পিছত 'অৰুণোদয়' নামকৰণেৰে প্ৰকাশিত (খ্ৰিঃ ১৮৪৬-১৮৮০) যুগটোৰ খ্ৰিষ্টীয়ান আৰু অনাখ্ৰিষ্টীয়ান লেখকসকলৰ সাহিত্য-সংস্কৃতি মূলক বিষয়ৰ পৰ্য্যালোচনা কৰাৰ উপৰিও 'অৰুনোদই সংবাদ পত্ৰ'ৰ পদাঙ্ক অনুকৰণ কৰি প্ৰকাশ কৰা অন্যান্য সংবাদ পত্ৰ আৰু আলোচনীসমূহত প্ৰকাশিত অসমীয়া সমাজ সংস্কৃতিৰ ছবি এখন উদঘাটন কৰিছে। তদুপৰি প্ৰাক্ জোনাকী যুগৰ অসমীয়া সাহিত্যৰাশিৰ সম্যক আলোচনা তথা অসমীয়া সমাজ ব্যৱস্থাৰ সম্যক আলোচনা সন্নিবিষ্ট কৰি গ্ৰন্থখনৰ মৰ্য্যদা বঢ়াইছে।

দহোটা অধ্যায়ত বিভক্ত এই গ্ৰন্থখনত ঊনবিংশ শতিকাৰ অসমীয়া সাহিত্য-

সমাজ-সংস্কৃতিৰ এটি নিৰ্ভৰশীল সমীক্ষা পাঠকসকলে পাব। গ্ৰন্থখনৰ পৰিশিষ্টৰূপে সন্নিবিষ্ট কৰা শিৱসাগৰৰ অসম বেপ্‌টিষ্ট মিছনৰ ছপাশালৰ পৰা মুদ্ৰিত হৈ ওলোৱা গ্ৰন্থপঞ্জী আৰু 'ঊনবিংশ শতাব্দীত প্ৰকাশিত অসম সংবাদ পত্ৰ' শীৰ্ষক আলোচনাটিয়ে ভৱিষ্যৎ কালৰ আলোচক-গৱেষকসকলক নতুন তথ্য উদঘাটন কৰিবলৈ অনুপ্ৰেৰণা যোগাব বুলি মই ভাবোঁ।

আশা কৰোঁ, গ্ৰন্থকাৰ ড° ভট্টাচাৰ্য্যই ভৱিষ্যতেও গৱেষণা গ্ৰন্থ ৰচনা কৰি ভাষা জননীৰ চৰণত পাদ্যাৰ্ঘ্য নিবেদন কৰি অসমীয়া সমাজৰ গৌৰৱ বঢ়াব আৰু নিজেও ধন্য হ'ব।

**শ্ৰীবাণীকান্ত শৰ্মা**
প্ৰাক্তন অধ্যাপক তথা বিভাগীয় প্ৰধান
আধুনিক ভাৰতীয় ভাষা বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী - ১৪

খাৰঘুলি হিলছাইড
গুৱাহাটী - ৪
২৯-০৯-২০০১

অন্তৰভৰা শ্ৰদ্ধাৰে

ডাঙৰ দাদা শ্ৰীযুত বিপিন চন্দ্ৰ ভট্টাচাৰ্য্য

আৰু

বৌ শ্ৰীযুতা পদ্মিনী দেৱীৰ হাতত

# প্ৰাক্কথন

অসমীয়া ভাষা-সাহিত্য আৰু সমাজৰ বুৰঞ্জীত ঊনবিংশ শতিকাটোৰ তাৎপৰ্য্য তৰ্কাতীত। এই শতিকাত সংঘটিত নানা গুৰুত্বপূৰ্ণ ঘটনাৰ বৰ্ণনাৰে অসম বুৰঞ্জী মুখৰ। এনে ঘটনাৰাজিয়ে এই ভূখণ্ডৰ অধিবাসীসকলৰ ৰাজনৈতিক সামাজিক-শৈক্ষিক সাংস্কৃতিক জীৱন প্ৰভূতভাৱে প্ৰভাৱান্বিত কৰাটো অসম বুৰঞ্জীৰ ছাত্ৰৰ বাবে নতুন সংবাদ নহয়। উপৰ্যুপৰি মানৰ আক্ৰমণ, মান সৈন্য বহিষ্কাৰ কৰ্ম্মৰ বিনিময়ত ইষ্ট ইণ্ডিয়া কোম্পানীৰ দ্বাৰা অসমৰ স্বাধীনতা হৰণ, ৰাজ্যৰ থলুৱা ভাষাৰ বিতাড়ন আৰু বিদেশী ভাষাৰ দ্বাৰা সেই স্থান গ্ৰহণ, শংকৰদেৱ-মাধৱদেৱ-দামোদৰদেৱ-হৰিদেৱৰ পৱিত্ৰ ধৰ্মৰ বাণীৰে বিধৌত অসম ভূমিত যীশুখ্ৰীষ্টৰ ধৰ্ম প্ৰৱৰ্তনৰ প্ৰয়াস, নতুন ধৰ্ম প্ৰচাৰকসকলৰ উদ্যোগতে আধুনিক জগতৰ জ্ঞানাৰ্জনৰ মাধ্যম সংবাদ পত্ৰৰ প্ৰচলন, স্থানচ্যুত অসমীয়া ভাষাক নিজ আসনত প্ৰতিষ্ঠাপিত কৰিবলৈ নৱাগত ধৰ্ম প্ৰচাৰকসকলৰ নেতৃত্বত আন্দোলন, যুগপৎভাৱে আধুনিক যুগোপযোগী সাহিত্যৰ সৃজন, অসমীয়া ভাষাৰ স্বস্থানত পুনৰ্বাসন প্ৰভৃতি প্ৰতিটো ঘটনাৰ অন্তৰ্নিহিত গুৰুত্ব বৰ্তমান স্বীকৃত হোৱাৰ পথত।

ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধত খ্ৰীষ্ট ধৰ্ম প্ৰচাৰ কৰিবলৈ অসমত পদাৰ্পণ কৰা আমেৰিকা বেপ্টিষ্ট মেছনেৰীসকলে 'অৰুনোদই' সংবাদ পত্ৰৰ যোগেদি অসমীয়া ভাষা-সাহিত্য তথা অসমৰ সমাজখনলৈ কিমান অৰিহণা আগবঢ়াই গৈছে সেই বিষয়ৰ প্ৰতি বিগত প্ৰায় কুৰি বছৰমানৰ পৰা পণ্ডিত-গৱেষকৰ দৃষ্টি নকৈ আকৰ্ষিত হোৱাটো সন্তোষৰ বিষয়। ভাষা-সাহিত্যৰ কৃতবিদ্য সমালোচকসকলে 'অৰুণোদয় যুগ'ৰ সময় সীমা নিৰূপণ প্ৰক্ৰিয়াত এখনত প্ৰকাশ নকৰিলেও প্ৰথম সংবাদ পত্ৰখনৰ বৰঙণিৰ প্ৰাত স্বীকৃতি প্ৰদানত কোনেও কাৰ্পণ্য কৰা নাই। গতিকে 'অৰুণোদই'ৰ জীৱন কাল (১৮৪৬-১৮৮০) ৰ ভিতৰতে প্ৰকাশিত সাহিত্যৰাজিক 'অৰুণোদয় যুগ'ৰ সাহিত্য ৰূপে নিৰ্দেশ কৰাৰ যুক্তিযুক্ততা আছে।

অসমীয়া সাহিত্যৰ বুৰঞ্জীত আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকল আৰু 'অৰুনোদই' কাকতৰ অৰিহণাৰ বিষয়ে আলোচনা কৰা ভালেমান পণ্ডিত গৱেষকৰ নাম পোৱা যায়। ড' সূৰ্য্যকুমাৰ ভূঞা, ড° বিৰিঞ্চিকুমাৰ বৰুৱা, ডিম্বেশ্বৰ নেওগ, বেণুধৰ

শৰ্মা, ড° সত্যেন্দ্ৰ নাথ শৰ্মা, ড' মহেশ্বৰ নেওগ আদি প্ৰথিতযশা পণ্ডিতসকল এই পৰ্য্যায়ত পৰে। তেখেতসকলৰ পিছতো ড বাণীকান্ত শৰ্মা, ড' হেৰম্বকান্ত বৰপূজাৰী, ড প্ৰফুল্ল দত্তগোস্বামী প্ৰমুখ্যে যশস্বী সমীক্ষকসকলো আলোচ্যমান বিষয়ত আত্মনিয়োগ কৰাটো সন্তোষৰ বিষয়। শেহতীয়াভাৱে ড মহেশ্বৰ নেওগে ১৮৪৬ খ্ৰীষ্টাব্দৰ পৰা ১৮৫৪ খ্ৰীষ্টাব্দলৈ প্ৰথম ন বছৰৰ কাকত যথেষ্ট পৰিশ্ৰমৰ বিনিময়ত সংগ্ৰহৰ অন্তত সংকলন আৰু পুনঃ সম্পাদনা কৰি উলিয়াই (প্ৰকাশ - অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৮৩) 'অৰুনোদই' সম্পৰ্কীয় অধ্যয়ন-গৱেষণাৰ পথ প্ৰশস্ত কৰি তুলিছে।

কিন্তু 'অৰুণোদই' কাকতৰ বুকুত ঠাহ খাই থকা বিপুল তথ্যৰাজি সূক্ষ্ম বিচাৰ বিশ্লেষণৰ হেতু এতিয়াও কাৰোবাৰ বাবে অপেক্ষাৰত। এই কাকতত প্ৰকাশিত দেশী-বিদেশী লেখকৰ সৃষ্টিত লৌহিত্যৰ পাৰৰ জীৱন গাথাই কেনেদৰে ধৰা দিছিল সি এক কৌতূহলোদ্দীপক বিষয়। বৰ্তমান অধ্যয়নত গ্ৰন্থাকাৰে প্ৰকাশিত প্ৰথম ন বছৰৰ উপৰিও পৰৱৰ্তী সাত বছৰৰ ভিতৰত ওলোৱা আৰু বিচাৰি পাব পৰা 'অৰুনোদই'খিনিত প্ৰকাশ পোৱা আমাৰ সমাজ তথা সংস্কৃতিৰ চিত্ৰৰাজি ফুটাই তোলাৰ ওপৰত গুৰুত্ব দিয়া হৈছে।

'অৰুনোদই'ৰ পাতত প্ৰকাশিত ৰচনাৰাজিৰ দৰে অধ্যয়নৰ বাবে আকৰ্ষণীয় আন এটা বিষয় হ'ল এই কাকতৰ জীৱন কালৰ ভিতৰত অৰ্থাৎ বিগত শতাব্দীৰ ৮ম দশকৰ ভিতৰত মুদ্ৰিত হৈ ওলোৱা 'অৰুনোদই'-বহিৰ্ভূত ৰচনাৰাজিত আমাৰ জাতীয় জীৱনৰ স্বৰূপ অনুসন্ধান। অশান্তি-অস্থিৰতাত জৰ্জৰিত, অতীত গৌৰব বিস্মৃত অসমীয়া জাতিয়ে কেনেদৰে সেই পৰিস্থিতিৰপৰা পৰিত্ৰাণৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিছিল তাৰ পৰ্য্যালোচনা এক তাৎপৰ্য্যপূৰ্ণ অধ্যায়। 'অৰুনোদই'ৰ বাহিৰৰ ৰচনাৰাজিত উক্ত প্ৰচেষ্টাৰ ছাপ যিদৰে আছে সেইদৰে আছে অসমীয়া জন জীৱনৰো প্ৰাণৰ স্পন্দন। নিষ্ঠাসহ অনুসন্ধান কৰিলে এই পৰ্য্যায়ৰ অন্তৰ্গত অনেক সৰু বৰ লেখকৰ নাম পোৱা যায়। সাহিত্যৰ বুৰঞ্জীত উপেক্ষিতসকলকো বৰ্তমান অধ্যয়নত সামৰি লোৱাৰ যত্ন কৰা হৈছে। অৱশ্যে পুথি-পত্ৰসমূহৰ দুষ্প্ৰাপ্যতাই অনেক সময়ত অধ্যয়নৰ অগ্ৰগতিত প্ৰতিবন্ধক ৰূপে কাম কৰাটো সত্য। তথাপি আলোচ্যমান কালত ছপা ৰূপত আত্ম-প্ৰকাশ কৰা অধিকাংশ পুথি পত্ৰ নিজ চকুৰে চোৱাৰ বাবে প্ৰয়াস কৰা হৈছে। এনে প্ৰচেষ্টাৰ ফলস্বৰূপে অতি দুষ্প্ৰাপ্য আখ্যা পোৱা ভালেমান মুদ্ৰিত পুস্তক পঢ়িবলৈ পোৱাটো বাস্তৱিকতে আহ্লাদদায়ক।

অৰুনোদয় যুগৰ সাহিত্য অধ্যয়ন কৰিবলৈ যাওঁতে পূৰ্বাভাষ হিচাপে প্ৰাক্-

অৰুনোদয় যুগৰ প্ৰায় সমস্ত ৰচনাৰাজি চালি জাৰি চোৱাৰ ব্যৱস্থা কৰা হৈছে। আন কথাত ক'বলৈ হ'লে বৰ্তমান অধ্যয়নত ঊনবিংশ শতাব্দীৰ আৰম্ভণিৰ পৰা সেই শতাব্দীৰ অষ্টম দশকলৈ ছপাৰ মুখ দেখা অধিকাংশ সাহিত্য কৰ্মৰ সমীক্ষা পোৱা যাব।

অধ্যয়নৰ সমস্ত প্ৰক্ৰিয়াটোত সাক্ষ্য প্ৰমাণৰ ওপৰত ভিত্তি কৰি বস্তুনিষ্ঠ দৃষ্টিভংগীৰে বিচাৰ কৰা আৰু মতামত দাঙি ধৰাৰ প্ৰচেষ্টা অব্যাহত ৰখা হৈছে। আশা কৰিছোঁ, এই বিচাৰ-বিশ্লেষণে অনাগত দিনৰ ছাত্ৰ-গৱেষকক বিষয়টো অধ্যয়নৰ বাবে সামান্য হ'লেও অনুপ্ৰেৰণা যোগাবলৈ সক্ষম হ'ব।

তেজপুৰ
০৭/০৯/২০০১

শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য্য

# ব্যক্তিগত এষাৰ

'অৰুনোদয় যুগৰ সাহিত্য ঃ অসমীয়া সমাজ-সংস্কৃতি' শীৰ্ষক গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত আমি আমাৰ শিক্ষাগুৰু ড' বাণীকান্ত শৰ্মাৰ ওচৰত বিশেষভাৱে ঋণী। তেখেতে নানা ধৰণে দিহা-পৰামৰ্শ দিয়াৰ উপৰিও আমাৰ অনুৰোধ ৰক্ষা কৰি পুথিৰ আগকথা লেখি দিয়াত বিশেষ উপকৃত হৈছোঁ। লেখকৰ বিশিষ্ট শুভানুধ্যায়ী, প্ৰাক্তন অধ্যক্ষ গোলাপ বৰাদেৱে নিজস্ব সংগ্ৰহৰ পৰা দুই এখন কিতাপ ধাৰলৈ দিয়াৰ উপৰিও উৎসাহ অনুপ্ৰেৰণাৰে উপকৃত কৰিছে। সততে উদগাই থকা আন এজন ব্যক্তি হ'ল আত্মীয় শ্ৰীকৃষ্ণ মিশ্ৰ। দুয়োগৰাকী গুণী ব্যক্তিৰ ওচৰত গ্ৰন্থকাৰ ঋণী।

লেখকৰ অনুৰোধ ৰক্ষা কৰি গ্ৰন্থখন প্ৰকাশৰ বাবে আগবাঢ়ি অহা কাৰণে 'ন ন অসম' প্ৰকাশনৰ স্বত্বাধিকাৰী মাননীয় শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী ডাঙৰীয়াৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰা হ'ল। ছপাশালৰ উপযোগীকৈ পুথিৰ পাণ্ডুলিপি প্ৰস্তুত কৰি দিছে চেনেহৰ ছাত্ৰী মাখনী দেৱীয়ে। স্নেহ-আশীৰ্বাদ তেওঁৰ প্ৰাপ্য। আৰ্হি-কাকত চোৱাত আমাৰ অনুজপ্ৰতিম অধ্যাপক ড' ৰমেশ চন্দ্ৰ গোস্বামীয়ে অলপ লাগি-ভাগি দিছে। তেওঁৰ প্ৰতি ঋণ স্বীকাৰ কৰা হ'ল। পুথিৰ প্ৰকাশনৰ লগত লেখকৰ পত্নী শ্ৰীমতী মিনতি ভট্টাচাৰ্য্যৰ কম পৰিশ্ৰম বা সহযোগিতা জড়িত হৈ থকা নাই। এই পৰিশ্ৰমো ৰাজহুৱা স্বীকৃতিৰ যোগ্য। পুত্ৰদ্বয় ৰাজু (শ্ৰীমান যোগেশ ভট্টাচাৰ্য্য) আৰু ৰিবু (শ্ৰীমান বিপ্লৱজ্যোতি ভট্টাচাৰ্য্য)য়ে সময়ে সময়ে সহযোগিতাৰ হাত আগবঢ়াইছে। দুয়োলৈ ৰ'ল মৰম আৰু আশীৰ্বাদ। অক্ষৰ বিন্যাসৰ কাম নিয়াৰিকৈ সমাধা কৰি দিয়া কাৰণে 'চিৰঞ্জীৱ' প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীলক্ষ্মীন্দ্ৰ গোস্বামীৰ প্ৰতি কৃতজ্ঞতা জনোৱা হ'ল। মুদ্ৰণ কৰ্মৰ লগত জড়িত 'কম্পটন প্ৰিণ্টাৰ্ছ ইণ্ডিয়া'ৰ সমূহ কৰ্মচাৰী আমাৰ শলাগৰ পাত্ৰ।

পুথিত ব্যৱহৃত দুই-চাৰিটা শব্দৰ বানান সম্পৰ্কে এষাৰ ক'বলগীয়া আছে। কেইটামান শব্দৰ বানান প্ৰসংগ অনুযায়ী ভিন ভিনকৈ লেখিবলগীয়াত পৰিছোঁ। যেনে 'অৰুনোদই' নামটো। গ্ৰন্থখনৰ নামত যদিও সংস্কৃত মতে 'অৰুনোদয়' শব্দ ব্যৱহাৰ কৰা হৈছে তথাপি মিছনেৰীসকলৰ লেখাৰপৰা উধৃত ক্ষেত্ৰত বা কাকতখনৰ

নামটো উল্লেখ কৰাৰ বেলিকা 'অৰুনোদই' শব্দহে লেখা হৈছে। আন কেইটামান শব্দৰ ক্ষেত্ৰতো একে নীতিয়েই প্ৰযোজ্য। যেনে 'বুৰঞ্জী' শব্দ। এই শব্দও ক'ৰবাত 'বুৰঞ্জি' ক'ৰবাত 'বুৰুন্‌জি' ৰূপে দেখা যাবে। এই সকলোতে বানান মূলৰ দৰে লেখাৰ প্ৰচেষ্টা অব্যাহত আছে।

তেজপুৰ
০৮/০৯/২০০১ ইং

শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য্য

# সংক্ষিপ্ত ৰূপ

| | | |
|---|---|---|
| অনু | ঃ | অনুবাদ/অনূদিত |
| পৰি | ঃ | পৰিশিষ্ট |
| পুনৰ সম্পা | ঃ | পুনৰ সম্পাদনা |
| পৃ | ঃ | পৃষ্ঠা |
| প্ৰ | ঃ | প্ৰবন্ধ |
| প্ৰঃ প্ৰঃ | ঃ | প্ৰথম প্ৰকাশ |
| সংক | ঃ | সংকলন/সংকলিত |
| সম্পা | ঃ | সম্পাদনা/সম্পাদিত |
| সংক সম্পা | ঃ | সংকলিত সম্পাদিত |
| Comp. | : | Compilation/Compilor/ Compiled by |
| C. L. C. | : | Christian Literature Centre |
| D. H. A. S. | : | Department of Historical and Antiquarian Studies |
| Ed. | : | Editor/edited by |
| F. P. | : | First Published |
| Gen. Ed. | : | General editor |
| G. U. Journal | : | Gauhati University Journal |

# সূচীপত্ৰ

প্ৰথম অধ্যায়

# উপক্ৰমণিকা

## ১.১ অৰুণোদয় যুগ : নামকৰণৰ যথাৰ্থতা :

১৮৪৬ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহৰপৰা শিৱসাগৰত অৱস্থিত আমেৰিকান বেপ্টিষ্ট মিছনৰ নিজা ছপাশালৰপৰা 'অৰুনোদই' নামৰ অসমীয়া ভাষাৰ প্ৰথম সংবাদ পত্ৰখন প্ৰকাশ পায়[১]। কাকতখনৰ শেষত ইংৰাজীত দিয়া পৰিচিতিৰপৰা ইয়াৰ চৰিত্ৰ অনুধাৱন কৰিব পাৰি। কথাখিনি আছিল এনেধৰণৰ :

> THE ORUNODOI, A monthly paper, devoted to Religion, Science, and General Intelligence, is printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Assam.

প্ৰায় পোন্ধৰ বছৰমান কাকতখন ঠিকমতে চলাৰ পিছত সেই পত্ৰিকাৰে ৭ম দশকৰ আৰম্ভণিৰপৰা ই অনিয়মীয়া হ'বলৈ ধৰে। তথাপি এই কাকত ১৮৮০ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহলৈ চলি থকাৰ বিষয়ে নিশ্চিতভাৱে জানিব পৰা গৈছে[২]। গতিকে অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ ১৮৪৬ৰ পৰা ১৮৮০ খ্ৰীষ্টাব্দ পৰ্যন্ত একুৰি চৈধ্য বছৰীয়া সময়ছোৱাক 'অৰুণোদয় যুগ' বুলি চিহ্নিত কৰাৰ প্ৰয়াস কৰা হৈছে।

'অৰুনোদই'* কাকত আৰু ইয়াৰ উদ্যোক্তাসকলে ঊনবিংশ শতাব্দীৰ অসমীয়া সমাজত প্ৰভূত প্ৰভাৱ পেলাই থৈ যোৱা বাবে উক্ত সময়ছোৱাক 'অৰুণোদয় যুগ' ৰূপে চিহ্নিত কৰা হৈছে। 'অৰুনোদই'ৰ প্ৰধান সাফল্যসমূহ তলত দিয়া ধৰে পংক্তিভুক্ত কৰিব পাৰি :—

১। অসমত সাংবাদিকতাৰ আদৰ্শ প্ৰতিষ্ঠা। 'অৰুনোদই'ৰ প্ৰত্যক্ষ অথবা

---

১ 'অৰুনোদই'ৰ বিষয়ে বিস্তৃত আলোচনা ৫ম অধ্যায়ত সন্নিবিষ্ট হৈছে।

২ S. R. Ward : *A Glimpse of Assam*, 1884, p. 15.

* ১৮৬১ খ্ৰীষ্টাব্দৰ জানুৱাৰীৰপৰা উদ্যোক্তাসকলে সংবাদ পত্ৰখনৰ নাম 'অৰুনোদই'ৰ সলনি 'অৰুণোদয়' ৰাখিবলৈ লয়।

পৰোক্ষ প্ৰভাৱ বা আদৰ্শত পৰৱৰ্তী কালত এই ভূখণ্ডত এখন দুখনকৈ আলোচনী-বাতৰি কাকত ওলাবলৈ ধৰে। এই কাকতসমূহ হ'ল 'আসাম বিলাসিনী' (১৮৭১–১৮৮৩), 'আসাম মিহিৰ' (১৮৭২–১৮৭৩), 'আসাম দৰ্পণ' (১৮৭৪–১৮৭৫), 'চন্দ্ৰোদয়' (১৮৭৫–১৮৭৬), 'অসম দীপক' (১৮৭৫), 'গোৱালপাৰা হিতসাধিনী' (১৮৭৬–১৮৭৮), 'জ্ঞানোদয়' (১৮৭৬) আদি।

২। সকলো প্ৰকাৰ ব্যভিচাৰ-বিশৃংখলা-দুৰ্নীতিমুক্ত এখন সমাজ ৰচনাৰ পৰিকল্পনা।

৩। ঐতিহ্যসমৃদ্ধ অসমীয়া জাতিৰ ইতিহাস আৰু সংস্কৃতিৰ প্ৰতি অধিবাসীসকলক আকৃষ্ট কৰাৰ প্ৰচেষ্টা।

৪। পাশ্চাত্য ভাৱাদৰ্শ প্ৰচাৰ কৰি অসমক আধুনিক যুগলৈ অনাৰ উদ্যোগ।

৫। আধুনিক অসমীয়া গদ্য-সাহিত্যৰ ভেটি স্থাপন আৰু ভাষা-সাহিত্যৰ সৰ্বাংগীণ উন্নতি সাধনৰ অৰ্থে অসমীয়া কৃতবিদ্য ব্যক্তি যেনে আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আদিক সাহিত্য সেৱাত ব্ৰতী হ'বলৈ উদ্বুদ্ধকৰণ, আৰু

৬। বহিৰ্বিশ্বৰ জ্ঞান-বিজ্ঞানৰ নানা বিষয়ৰ লগত অসমীয়া মানুহৰ পৰিচয়কৰণ।

প্ৰায় দুকুৰি বছৰীয়া জীৱন কালত 'অৰুনোদই'য়ে ইমানবোৰ মহৎ কামৰ চানেকি দেখুৱাই যোৱা বাবে আৰু এই কাকতৰ লগত জড়িত আমেৰিকান মিছনেৰীসকলে অসমীয়া সাহিত্যৰ বিভিন্ন দিশলৈ অৰিহণা আগবঢ়োৱা কাৰণে আলোচ্যমান কালছোৱাক 'অৰুণোদয় যুগ' আখ্যা দিয়া হৈছে।

## ১.২ অৰুণোদয় যুগৰ সাহিত্য ঃ

'অৰুণোদয় যুগ'ৰ সাহিত্য কৰ্মৰ সম্পৰ্কত অলপ ব্যাখ্যাৰ প্ৰয়োজন আছে। অসমীয়া সাহিত্যৰ প্ৰথিতযশা বুৰঞ্জীৰচক ক্ৰমে ডিম্বেশ্বৰ নেওগ, ড০ সত্যেন্দ্ৰ নাথ শৰ্মা আৰু ড০ মহেশ্বৰ নেওগৰ ভিতৰত এজনেও আলোচ্যমান কালছোৱাক স্পষ্ট ভাষাত 'অৰুণোদয় যুগ' ৰূপে নিৰ্দেশ কৰা নাই। সাহিত্যৰ বুৰঞ্জী ৰচনাৰ পথিকৃৎ স্বৰূপ ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই ১৮২৬ৰ পৰা ১৯৫৬ খ্ৰীষ্টাব্দৰ কালছোৱা অসমীয়া সাহিত্যৰ 'বৰ্তমান যুগ' আখ্যা দি "খৃষ্টীয় অসমীয়া সাহিত্যৰ থাপনা" উপ-শিতানত

'অৰুনোদই' সম্পৰ্কীয় চমু আলোচনা সন্নিবিষ্ট কৰিছে³। আনহাতে তেখেতৰ ইংৰাজীত লেখা বুৰঞ্জীখনত "১৮৩৬ খ্ৰীষ্টাব্দৰপৰা প্ৰায় এক চতুৰ্থাংশ কালৰ সাহিত্যক 'খৃষ্টীয় অসমীয়া' সাহিত্য ৰূপে স্বীকৃতি দিছে⁴।

দ্বিতীয় জনাই হেমচন্দ্ৰ-গুণাভিৰামৰ যোগেদি "আধুনিক সাহিত্যৰ প্ৰকৃত প্ৰতিষ্ঠা" (১৮৭০—১৮৯০)ৰ আগৰ পৰ্যায়টোক "অৰুণোদয় যুগ" বুলিছে⁵। ডঃ নেওগে ১৮২৬ খ্ৰীষ্টাব্দৰ পৰা 'অৰুণোদয়' প্ৰকাশৰ আগলৈকে এইছোৱা সময়ৰ "আদি ব্ৰিটিংশ যুগৰ অন্ধকাৰ" কাল বুলি কৈ কাকতখন প্ৰকাশৰ পৰা ১৮৭৩ খ্ৰীষ্টাব্দলৈ সময়ছোৱাক "আদি ব্ৰিটিংশ যুগৰ পোহৰ" শীৰ্ষক তথ্যপূৰ্ণ গ্ৰন্থৰ বিয়াৰ⁶, বিষয়ে পঢ়ুৱৈসকলে জানে। আন কথাত ক'বলৈ গ'লে তেখেতৰ মতে অসমীয়া সাহিত্যৰ ১৮৪৬-১৮৭৩ খ্ৰীষ্টাব্দৰ কালছোৱা 'অৰুনোদই'ৰ পোহৰত দীপ্তিমান। একেপুথিতে ভিন্ন প্ৰসংগত পোৱা যায়, "অৰুনোদই যুগৰপৰাই অসমীয়া সাহিত্য-প্ৰচেষ্টা আলোচনীক সাৰথি কৰি চলিবলৈ ধৰে। ..... 'অৰুনোদই'ৰ পৰৱৰ্তী হেমচন্দ্ৰ বৰুৱাৰ যুগৰ সন্ধি ১৮৮২ চন নহয়। ভাষা-সাহিত্যৰ বুৰঞ্জীৰ কালৰপৰা ১৮৭৩ চনটোকেহে এটা স্পষ্ট মাইলৰ খুটি বুলি ধৰিব পাৰি"⁷।

বৰ্তমান আলোচনাত 'অৰুণোদয় যুগ'ৰ সাহিত্য কৰ্মৰ ভিতৰত প্ৰধানকৈ 'অৰুনোদই' কাকতত প্ৰকাশিত ৰচনাৰাজি আৰু কাকতখনৰ লগত জড়িত আমেৰিকান মিছনেৰীসকলৰ অন্যান্য সৃষ্টিসমূহ সামৰি লোৱা হ'ব। ইয়াৰ লগতে থাকিব আধুনিক অসমীয়া সমাজৰ অগ্ৰদূত আনন্দৰাম-হেমচন্দ্ৰ-গুণাভিৰামৰ পুথি-পত্ৰসমূহ। হেমচন্দ্ৰ-গুণাভিৰামে আধুনিক অসমীয়া সাহিত্য সুদৃঢ়ভাৱে প্ৰতিষ্ঠা কৰাৰ পিছত যিসকলে তেওঁলোকৰ পদাংক অনুসৰণ কৰিলে অথচ 'অৰুনোদই' গোষ্ঠীৰ বাহিৰতে ৰ'ল সেইসকলৰ লেখা-মেলাও আলোচ্যমান যুগৰে সম্পদ। 'অৰুনোদই'ৰ জীৱন-কালৰ ভিতৰত (১৮৮০) সাহিত্যিক ৰূপে প্ৰতিষ্ঠা লাভ কৰা এই লেখকসকল হ'ল দুতিৰাম হাজৰিকা (১৮০৬-১৯০১), দীননাথ বেজবৰুৱা (১৮১৩-১৮৯৫), হৰকান্ত বৰুৱা সদৰামীন (১৮১৫-১৯০১), বলৰাম ফুকন (১৮৩৯-১৮৮৩), কন্দৰাম

৩ ডিম্বেশ্বৰ নেওগ : *অসমীয়া সাহিত্যৰ বুৰঞ্জী*, ১৯৫৭, পৃঃ ৫৭৭, ৫৭৯-৫৮১।

৪ Dimbeswar Neog : *New Light On History of Asamiya Literature*, 1982, p.358.

৫ সত্যেন্দ্ৰ নাথ শৰ্মা : *অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত*, ১৯৮১, পৃঃ ২৭৭

৬ মহেশ্বৰ নেওগ : *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, ১৯৬২, পৃষ্ঠা ২৭৬, ২৮২

৭ মহেশ্বৰ নেওগ : *একে গ্ৰন্থ*, পৃঃ ২১৫

বৰদলৈ(?), ৰমাকান্ত চৌধুৰী (১৮৪৬-১৮৮৯) আৰু পদ্মহাস গোস্বামী (?)।
'অৰুনোদই'ৰ আদর্শত প্রকাশিত প্রাক্-জোনাকী যুগৰ সংবাদ পত্রসমূহৰ ৰচনাৰাজিবো বিশ্লেষণ বর্তমান অধ্যয়নত কৰিব বিচৰা হৈছে।

## ১.৩ অসমীয়া সমাজৰ পৰিসৰ ঃ

বর্তমানৰ 'অসম' নামৰ ৰাজ্যখনৰ কথা আলোচনা কৰিবলৈ লওঁতে এই ঠাইৰ প্রচীন নাম প্রাগ্জ্যোতিষ, কামৰূপ আদিৰ সম্বন্ধে আলোচনাৰ প্রাসংগিকতা অনস্বীকার্য। বিভিন্ন পুৰাণ, কাব্য, মহাকাব্যত উল্লিখিত তাহানিৰ প্রাগ্জ্যোতিষপুৰ আৰু কামৰূপ বর্তমান অসম হয় নে নহয় তাৰ মীমাংসা কৰাটো জটিল ব্যাপাৰ। বিশিষ্ট পুৰাতত্ত্ববিদ পণ্ডিত ড০ প্রভাত চন্দ্র চৌধুৰীয়ে ভাৰতৰ অন্য ঠাইত প্রাগ্জ্যোতিষপুৰ, কামৰূপ আৰু কামাখ্যাৰ অৱস্থান সম্পৰ্কীয় সকলো প্রশ্ন বিচাৰ কৰি বর্তমান অসমকেই সেই পুৰাণ-মহাকাব্যখ্যাত স্থান ৰূপে নির্দেশ কৰিছে। তেখেতৰ ভাষ্য অনুযায়ী মূল কামৰূপ-কামাখ্যাৰ সুখ্যাতিৰ বাবে এই নামেৰে দেশৰ দুই এখন ঠাই নামাংকিত হৈছে। 'আন আন ঠাইত দেৱী মন্দিৰৰ অৱস্থিতি মুঠেই কৌতূহলোদ্দীপক নহয়। কিন্তু অসম ভিন্ন আন কোনো ঠাইত কামৰূপ-কামাখ্যা থকাটো ই (দেৱী মন্দিৰৰ অৱস্থিতিয়ে) প্রমাণ নকৰে। কামৰূপে যে সকলো সময়তে অসম বা সেয়ে নহ'লেও ইয়াৰ অংশ বিশেষক সূচাইছিল সেই কথা প্রমাণিত হয় উক্ত সময়ৰ সংৰক্ষিত সাহিত্যৰাজিৰ দ্বাৰা'[৮]। ড০ চৌধুৰীয়ে সম্ভৱপৰ সকলো সাহিত্যিক আৰু আভিলৈখিক তথ্যপাতিৰ ওপৰত নির্ভৰ কৰি প্রাচীন প্রাগ্জ্যোতিষ, কামৰূপ আৰু লৌহিত্য ওচৰা-উচৰিকৈ থকা আৰু এই ঠাইসমূহে একেটা অঞ্চলকে বুজোৱা[৯] বুলি দিয়া যুক্তিৰ বিশেষ তাৎপর্য আছে। এনে যুক্তিৰ ওপৰত নির্ভৰ কৰি তাহানিৰ প্রাগ্জ্যোতিষ আৰু কামৰূপেই বর্তমানৰ অসম বুলি ধৰা হ'ল।

ভৌগোলিক অৱস্থানলৈ লক্ষ্য কৰিলে দেখা যায় যে অসম প্রদেশখন ভাৰতৰ উত্তৰ-পূৰ্ব মূৰত অৱস্থিত। অসমৰ তিনিফালে ঘাইকৈ মংগোলীয় গোষ্ঠীৰ মানুহ বাস কৰা পর্বতলানিয়ে ৰাজ্যখন আগুৰি আছে। উত্তৰ ফালে দেখা যায় ভুটান আৰু অৰুণাচলক বুকুত লৈ বৃহৎ হিমালয় অঞ্চল। ওখ পাহাৰৰ নামনিত আছে হিমালয়ৰ ঠাল-ঠেঙুলি এলানি — ইয়াৰ পশ্চিম অংশত বাস কৰে ভুটীয়া মূলোদ্ভৱ সৰু সৰু

---

৮ P. C. Choudhury : *The History of Civilisation of the People of Assam to the Twelfth Century A.D.* 1966, p. 38

৯ Ibid., p. 39

ঠাল-ঠেঙুলি এলানি — ইয়াৰ পশ্চিম অংশত বাস কৰে ভুটীয়া মূলোদ্ভৱ সক সক জাতিসমূহে আৰু অধিক পূবৰফালে থাকে হ্রুচু, নিছি, মিছিং, আদি আৰু মিছিমি প্রভৃতি তিব্বত-বর্মী বৈদৰ লোকসকল। উত্তৰ-পূবত ব্রহ্মপুত্র উপত্যকাৰ মূৰটো মূৰণীয়াকৈ আবৰি আছে মিছিমি পাহাৰলানিয়ে। পূৰ্বলৈ গৈ থাকিলে পাওঁ ব্রহ্মদেশৰ পশ্চিম সীমান্ত থকা পাটকাই পর্বতমালা। মধ্যবর্তী পাহাৰসমূহত প্রধানকৈ মেলেগ বেলেগ নগা গোষ্ঠী আৰু দেশীয় ৰাজ্য মণিপুৰ অৱস্থিত। দক্ষিণে আছে লুচাই পাহাৰ, পার্বত্য ত্রিপুৰা আৰু খাছি-জয়ন্তীয়া পাহাৰলানি। মানচিত্রৰ পশ্চিম দিশত দেখা যায় এসময়ৰ কামৰূপ (অসম)ৰ অবিচ্ছেদ্য অংগ প্রাচীন কোচবেহাৰ ৰাজ্য[১০]।

অসমীয়া সমাজৰ পৰিসৰৰ প্রসংগত ৰাজ্যখন আৰু ইয়াৰ অধিবাসীসকলৰ ক্ষেত্রত প্রয়োগ কৰি অহা 'অসম' আৰু 'অসমীয়া' শব্দ দুটাৰো ব্যাখ্যাৰ প্রয়োজন। ১২০৫ খ্রীষ্টাব্দলৈ সর্বত্র প্রয়োগ হোৱা কামৰূপ শব্দৰ* ঠাইত 'অসম' নামৰ ব্যৱহাৰ কেতিয়া কেনেদৰে হ'ল ই এক গভীৰ পর্যালোচনাৰ বিষয়। ১১২৭ শকত বখ্‌তিয়াৰ খিলিজীৰ আক্রমণৰ সময়লৈকে এই ভূখণ্ড কামৰূপ নামে জনাজাত আছিল। আক্রমণকাৰীৰ অভিযানৰ সাক্ষ্য বহন কৰা উত্তৰ গুৱাহাটীৰ কানাই বৰশী বোৱা শিলালিপিৰ ভাষ্য এয়া ঃ

> শক ১১২৭
> শাকে তুৰগযুগ্মেশে মধুমাসত্রয়োদশে।
> কামৰূপং সমাগত্য তুৰুষ্কাঃ ক্ষয়মাযযুঃ[১১] ॥

---

১০ এই অনুচ্ছেদৰ বিষয়বস্তুৰ উৎস ঃ B. K. Baruah : *A Cultural History of Assam*, 1969, pp. 1-2. ড০ বৰুৱাৰ পুথিত হ্রুচু, নিছি আৰু আদি জনজাতিৰ নাম আছিল ক্রমে অঁকা, ডফলা আৰু আবৰ। নামকেইটা বর্তমান গৃহীত ৰূপত দিয়া হৈছে। অৱশ্যে অসমৰ পৰ নতুনকৈ সৃষ্টি হোৱা প্রদেশবোৰৰ নাম নিদি সীমাৰ চিহ্ন মূলৰ দৰে ৰখা হৈছে। আজি অসমৰ বাহিৰৰ বহু লোকে নানা প্রসংগত 'কামৰূপ' শব্দ ব্যৱহাৰ কৰা শুনিবলৈ পোৱা যায়। শব্দটোৰ প্রয়োগ পৰম্পৰাগত। আধুনিক যুগৰ বুৰঞ্জীত তাৰ সাক্ষ্য এনে ধৰণৰ ঃ 'আসাম বুৰঞ্জি' প্রণেতা হলিৰাম ঢেকিয়াল ফুকনে যেতিয়া বহুসময়ৰ বাবে কলিকতাত বাস কৰিছিল তেতিয়া তেওঁৰ বংগদেশৰ বন্ধুসকলৰ কোনোবা এজনে সংবাদ পত্রত কৌতুক কৰি লিখিছিল, "কামরূপ কামাখ্যা হইতে ঢেঁকী শাহ চালাইয়া এখানে আসিয়া কচ্ কচ্ করিতেছে"। দ্রষ্টব্য ঃ যতীন্দ্র মোহন ভট্টাচার্য্য (সম্পাদিত) আসাম বুৰঞ্জি, ১৯৬২, পৃঃ(পৰিশিষ্ট) ১৯।

১১ পদ্মনাথ ভট্টাচার্য্য ঃ *কামৰূপ শাসনাৱলী*, সন ১৩৩৮, পৃ. (ভূমিকা) ৪৪., মহেশ্বৰ নেওগ (সংকলিত, সম্পাদিত) ঃ *প্রাচ্য শাসনাৱলী*, ১৯৭৪, পৃ. পাঠ-১, ভূমিকা ১৪-১৫

ড০ বাণীকান্ত কাকতিৰ মতে 'অসম' শব্দটো ত্ৰয়োদশ শতিকাত অসম আক্ৰমণ কৰা 'শ্যান'সকলৰ লগত জড়িত। লক্ষ্য কৰিবলগীয়া বিষয় যে বিজেতাসকলে নিজকে 'টাই' বুলি অভিহিত কৰিলেও থলুৱা বাসিন্দাসকলে তেওঁলোকক 'আসাম', 'আসম', 'অসম' আৰু 'অচম' অভিধাৰে বুজাইছিল[১২]। টাই ভাষাত 'পৰাজিত হোৱা' অৰ্থবাচক '√ছাম'ৰ আগত অপৰাজিত অৰ্থত নঞৰ্থক 'অ' যোগ হৈ আৰ্যীকৃত ৰূপ 'অসম' হোৱা বুলি ড০ কাকতিৰ ধাৰণা[১৩]। পৰবৰ্তী কালত তেওঁলোকে দখল কৰা ৰাজ্যখন 'অসম' নামেৰে পৰিচিত হ'বলৈ ধৰিলে[১৪]। মহাপুৰুষ শংকৰদেৱ ৰচিত 'ভাগৱত'ৰ দ্বিতীয় স্কন্ধৰ অনুবাদ (ৰচনাকাল ১৫৪৩–১৫৬৮ খ্ৰীঃৰ ভিতৰত) প্ৰসংগত 'অসম' শব্দই আত্মপ্ৰকাশ কৰিছে[১৫]। প্ৰায় একে সময়ত ৰচিত সূৰ্যখড়ি দৈৱজ্ঞৰ 'দৰং ৰাজবংশাৱলী'ত শ্যানসকলক বুজাবলৈ সৰ্বত্ৰ 'অসম' শব্দৰ প্ৰয়োগ দেখা যায়[১৬]। ইয়াৰ পিছত চৰিত পুথি, বুৰঞ্জী আদিৰ জৰিয়তে শব্দটোৱে জনপ্ৰিয়তা লাভ কৰে। আনহাতে 'কামৰূপ' শব্দ প্ৰথমতে দুই-চাৰি ঠাইত থাকিলেও মধ্যযুগৰ ভিতৰতে ইয়াৰ ব্যৱহাৰ ৰাজ্যখনৰ ক্ষেত্ৰত নহৈ এখন জিলাৰ ক্ষেত্ৰতহে হ'বলৈ ধৰিলে।

বৰ্তমান যুগত থলুৱা লোকসকলে নিজ ৰাজ্যখনক 'অসম' বুলি অভিহিত কৰি আহিছে। আনহাতে ধ্বনিতাত্ত্বিক ৰূপান্তৰৰ ফলত টাই লোকসকলক বুজোৱা শব্দটো হৈ পৰিছে 'আহোম'। আকৌ 'অসম' শব্দৰ লগত 'ঈয়া' তদ্ধিত প্ৰত্যয় যোগ হোৱাৰ ফলত 'অসমীয়া' ৰূপৰ সৃষ্টি। শব্দটোৰদ্বাৰা এই ভূখণ্ডত প্ৰচলিত ভাষাটো, ইয়াৰ অধিবাসীসকল নাইবা 'অসম' সম্পৰ্কীয় যি কোনো কথা বুজাবলৈ বিশেষণ অৰ্থত ইয়াৰ ব্যৱহাৰ হয়। ঠাইৰ নামৰ লগত 'ঈয়া' প্ৰত্যয়ৰ যোগত সাধিত অসংখ্য শব্দ ভাষাটোৱে আদৰি লৈছে। যেনে —

কামৰূপ + ঈয়া = কামৰূপীয়া
দৰঙ + ঈয়া = দৰঙীয়া
যোৰহাট + ঈয়া = যোৰহটীয়া
কলিকতা + ঈয়া = কলিকতীয়া, ইত্যাদি।

---

১২ Banikanta Kakati; *Assamese, Its Formation and Development*, 1962, p.2.

১৩ *Ibid*, p.3

১৪ *Ibid*, p.4

১৫ *শ্ৰীশংকৰ বাক্যামৃত*, ১৯৫৩, পৃ.৩৭৫, পদ ১২৭০।

১৬ Banikanta Kakati; *op.cit.*, p.2.

## ১.৪ অসমীয়া সংস্কৃতিৰ উপাদান ঃ

'সংস্কৃতি' বুলিলে সহজ অৰ্থত এটা জাতি কিম্বা নিৰ্দিষ্ট সমাজ এখনৰ সমগ্ৰ জীৱন প্ৰক্ৰিয়াকে বুজা হয়। যি কোনো এটা জাতিৰ জাতীয় সংস্কৃতিৰ উপাদানবোৰ হ'ল ভাষা-সাহিত্য, মাত-কথা, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, ধৰ্ম, পূজা-পাতল, লোকবিশ্বাস, লোকসংস্কাৰ, সুকুমাৰ কলা, স্থাপত্য-ভাস্কৰ্য, পোছাক-পৰিচ্ছদ আদি। মানসিক বা শাৰীৰিক প্ৰশিক্ষণৰদ্বাৰা কোনো জাতি বা লোক সমষ্টিয়ে যেতিয়া নিজৰ বিকাশ সাধনৰ যত্ন কৰে তেতিয়াই সংস্কৃতিৰ জন্ম। সংস্কৃতিৰ অন্য নাম বৌদ্ধিক বিকাশ।

অসমীয়া সংস্কৃতিৰ উপাদানৰ আলোচনা প্ৰসংগত ৰাজ্যখনৰ ভৌগোলিক অৱস্থিতিৰ কথা স্বাভাৱিকতে আহি পৰে। ভাৰতৰ উত্তৰ-পূব সীমাত অসমৰ অৱস্থিতিৰ বিষয়ে ইতিমধ্যে উল্লেখ কৰা হৈছে। গতিকে অসমৰ লগত অতি প্ৰাচীন কালৰেপৰা ব্ৰহ্মদেশ, ইন্দোচীন, তিব্বত, হিমালয়ৰ পাদদেশৰ অঞ্চলসমূহ আৰু চীন মহাদেশৰ সংযোগ ঘটা স্বাভাৱিক[১৭]। ইয়াৰ ফলত গঢ় লৈ উঠিছে বাৰে বৰণীয়া লোক-সংস্কৃতিৰে গঠিত অসমীয়া সমাজখন। দূৰ অতীতৰপৰা বৈচিত্ৰ্যপূৰ্ণ ইয়াৰ জনগাঁথনি। অসমীয়া সংস্কৃতিৰ পুৰোধা মহাপুৰুষ শংকৰদেৱৰ ভাগৱতৰ দ্বিতীয় স্কন্ধৰ অনুবাদত তাৰ প্ৰকাশ মূৰ্তমান ঃ

কিৰাত কছাৰি খাচি গাৰো মিৰি
যৱন কংক গোৱাল।
অসম মলুক ধুবা যে তুৰুক
কুবাচ ম্লেচ্ছ চণ্ডাল[১৮] ॥

শ্ৰীশংকৰদেৱে প্ৰায় পাঁচ শ বছৰ পূৰ্বে কোৱা উক্ত কথাষাৰৰপৰা অসমত বাস কৰি থকা জাতি-জনজাতি-উপজাতিসমূহৰ সংমিশ্ৰণৰ ফলতে অসমীয়া সমাজখনে গঢ় লোৱা কথা ধাৰণা কৰিব পাৰি। গতিকে অসমীয়া সংস্কৃতি বুলিলে অষ্ট্ৰিক, তিব্বতবৰ্মী, আৰ্য আৰু টাই আহোমৰ বিভিন্ন ফৈদৰ জীৱন ধাৰণৰ প্ৰণালীকে বুজিব লাগিব। অষ্ট্ৰিক আৰু তিব্বতবৰ্মী গোষ্ঠীৰ ভালেমান ঠাল-ঠেঙুলি বৰ্তমান অসম বা ইয়াৰ চুবুৰীয়া অঞ্চলত বসবাস কৰি আছে। অসমৰ জনসংখ্যাৰ এক বুজন অংশ যে মংগোলীয় গোষ্ঠীৰ মানুহ সেই তথ্য ইতিহাস-নৃতত্ত্বৰ পণ্ডিতৰদ্বাৰা স্বীকৃত হৈছে।

---

১৭ B. K. Baruah; *op.cit.*, p.71

১৮ *শ্ৰীশংকৰ বাক্যামৃত, একে।*

সীমান্তত অৱস্থিত পাহাৰসমূহতো মংগোলীয় গোষ্ঠীৰ লোকেই সংখ্যাধিক। বৰ্তমান ৰাজনৈতিকভাৱে বিচ্ছিন্ন হ'লেও চুবুৰীয়া জনজাতীয় লোকসকলৰ সতে অসমৰ আছে এক গভীৰ সম্পৰ্ক। পাহাৰ-ভৈয়াম সকলোৰে মাজত আৰ্যভাষা অসমীয়াই পাৰস্পৰিক ভাব বিনিময়ৰ এক সংযোগ সূত্ৰ হিচাপে কাম কৰি আহিছে। গতিকে অসমীয়া সংস্কৃতি বুলি কওঁতে ভৌগোলিকভাৱে ব্ৰহ্মপুত্ৰ উপত্যকাৰ অধিবাসীসকলৰ সামাজিক জীৱনৰ কথা বুজালেও পৰম্পৰা অনুযায়ী চুবুৰীয়া অঞ্চলসমূহৰ আৰ্য-অনাৰ্য, জাতি-জনজাতিৰ লোকৰ কথাও সামৰি লোৱা বাঞ্ছনীয়।

## ১.৫ বৰ্তমান অধ্যয়নৰ গুৰুত্ব তথা প্ৰয়োজনীয়তা ঃ

উনবিংশ শতিকাৰ অসমীয়া সাহিত্য, সমাজ, তৎকালীন অসমৰ ৰাজনৈতিক জীৱন প্ৰভৃতি বিষয়ে ৰাজ্যখনৰ পণ্ডিত-গৱেষকসকলে বিচাৰ-বিশ্লেষণ কৰিছে। ব্যক্তিগত লেখক বা সমাজ সংস্কাৰকৰ বিষয়েও চিন্তা-চৰ্চা নোহোৱাকৈ থকা নাই। যোৱা শতিকাৰ নানা বিপৰ্যয়ত জৰ্জৰিত অসমত 'হাতত খৃষ্টধৰ্মৰ জোৰ লৈ ভৰি দিয়া'[১১] মিছনেৰীসকলৰ অৱদান সম্পৰ্কত বিভিন্ন দৃষ্টিকোণৰপৰা অধ্যয়ন হোৱাৰ সংবাদ ভাষা-সাহিত্যৰ ছাত্ৰই নোপোৱা নহয়। কিন্তু বিগত শতাব্দীৰ চতুৰ্থ দশকৰপৰা অষ্টম দশকলৈ ৰাজ্যখনৰ বাবে অতিশয় গুৰুত্বপূৰ্ণ কালছোৱাৰ অন্তৰ্গত দেশী-বিদেশী লেখকৰ ৰচনাত আমাৰ সমাজ আৰু সংস্কৃতি কেনেদৰে প্ৰতিফলিত হৈছে তাৰ স্বয়ংসম্পূৰ্ণ অধ্যয়ন হ'বলৈ এতিয়াও বাকী।

গতিকে অৰুণোদয় যুগৰ সাহিত্যত অসমীয়া সমাজ আৰু সংস্কৃতিৰ চিত্ৰ এই কাৰণেই বিচাৰ কৰিবলৈ লোৱা হৈছে যে আলোচ্যমান কালছোৱাত অসমীয়া ভাষাই ভয়ংকৰ সংকটৰ সন্মুখীন হৈ তাৰ পৰা উদ্ধাৰ পাইছিল, মানুহখিনিৰ মুখৰ ভাষাটোৰ ন্যায্যস্থান প্ৰাপ্তিৰ বেলিকা ধৰ্ম-ভাষা-ৰাষ্ট্ৰীয়তা যিয়েই নহওক অসমীয়া ভাষানুৰাগী আটায়ে হাতত হাত মিলাই কাম কৰিছিল, এইছোৱা সময়তে আধুনিক অসমীয়া ভাষা-সাহিত্যৰ বীজ অংকুৰিত হৈছিল, অসমীয়া সমাজ মধ্য যুগৰপৰা আধুনিক যুগলৈ উত্তৰণ হোৱাৰো সময় এইখিনিয়েই। এই সকলোৰে ফলত জাতীয় জীৱনৰ উন্নতি হৈছিল চকুত লগা। সেয়েহে এইছোৱা সময়ৰ ইতিহাস অসমৰ বাবে এক অবিস্মৰণীয় অধ্যায়। সেইবাবে বৰ্তমান অধ্যয়নৰ বিশেষ গুৰুত্ব আৰু প্ৰয়োজনীয়তা থকা বুলি ভবা হৈছে।

---

১১ সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃঃ ২৭১।

## ১.৬ বৰ্তমান অধ্যয়নৰ লক্ষ্য ঃ

বৰ্তমান অধ্যয়নত ঊনৈশ শতিকাৰ পঞ্চম দশকৰ আৰম্ভণিৰপৰা অষ্টম দশকলৈ অসমীয়া ভাষাত সৃষ্টি হোৱা সাহিত্যৰাজি অধ্যয়নৰ প্ৰচেষ্টা চলোৱা হৈছে — উদ্দেশ্য তাত প্ৰকাশিত অসমীয়া সমাজ আৰু সংস্কৃতিৰ স্বৰূপ নিৰ্ণয়। মূল বিষয়বস্তুত প্ৰবেশ কৰিবলৈ যাওঁতে কিছু প্ৰাসংগিক তথ্যও আলোচনাৰ মাজলৈ অহা স্বাভাৱিক। ঘাইকৈ সামাজিক, আৰ্থিক, ভৌগোলিক, শিক্ষা, ভাষা আৰু সাহিত্য, ধৰ্ম, যাতায়াত আৰু পৰিবহন আৰু বিবিধ বিষয়ৰ আলোচনাৰে তৎকালীন অসমীয়া সমাজখন ফুটাই তুলিবলৈ যত্ন কৰা হৈছে। অসমীয়া সমাজৰ ওপৰত আহি পৰা বংগদেশৰ প্ৰভাৱ, পশ্চিমীয়া ধ্যান-ধাৰণা আৰু আদব-কায়দাৰ প্ৰৱেশ আদিয়েও আলোচনাত ঠাই পাইছে।

## ১.৭ বৰ্তমান অধ্যয়নৰ উৎস ঃ

অৰুণোদয় যুগৰ সাহিত্যত অসমীয়া সমাজ আৰু সংস্কৃতিৰ চিত্ৰ অনুসন্ধান প্ৰসংগত মুখ্য উৎসৰ স্থান পোৱাৰ যোগ্য যুগান্তকাৰী সংবাদ পত্ৰ 'অৰুনোদই'। দুৰ্ভাগ্যবশতঃ অক্ষত অৱস্থাত কাকতখনৰ আটাইবোৰ সংখ্যা পোৱাটো এতিয়া প্ৰায় অসম্ভৱ। ড০ মহেশ্বৰ নেওগে প্ৰথম ন বছৰৰ কাকতখিনি সংকলন আৰু পুনঃ সম্পাদনাৰ বেলিকা আৰম্ভণিৰ পৰা শেষ সংখ্যালৈ আটাইবোৰ 'অৰুনোদই' "দেৱৰ দুৰ্লভ" হৈ পৰা বুলি দিয়া মন্তব্য প্ৰণিধানযোগ্য। তেখেঁতে ড০ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ড০ সূৰ্য্য কুমাৰ ভূঞাৰ ব্যক্তিগত সংগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰাৰ উপৰিও ১৮৫৪ খ্ৰীষ্টাব্দৰ চেপ্তেম্বৰৰ পৰা সেই বছৰৰ ডিচেম্বৰলৈ মুঠ ৯৬ পিঠি আমেৰিকাৰপৰা ফটোকপি কৰি আনিব লগাত পৰিছে[২০]। আন কথাত ক'বলৈ হ'লে নিজৰ 'গৃহ ভূমি'তে এতিয়া 'অৰুনোদই' পূৰ্ণ ৰূপত পোৱা নাযায়।

বৰ্তমান অধ্যয়নৰ বাবে ব্যাপক অনুসন্ধান চলোৱা সত্বেও ১৮৫৮ খ্ৰীষ্টাব্দৰ পিছৰ কাকত পোৱা নহ'ল। ১৮৫৪ খ্ৰীষ্টাব্দৰ পৰা ১৮৫৮ খ্ৰীষ্টাব্দলৈ পোৱাখিনিও সম্পূৰ্ণ অক্ষত অৱস্থাত একাদিক্ৰমে পোৱা নাই। গতিকে এই অধ্যয়নৰ উৎস হিচাপে ড০ মহেশ্বৰ নেওগৰ দ্বাৰা সংকলিত তথা পুনঃ সম্পাদিত 'অৰুনোদই', ১৮৫৪–১৮৫৮ খ্ৰীষ্টাব্দলৈকে বিচাৰি পোৱা সংখ্যাকেইটা[২১] আৰু পত্ৰিকাখনৰ প্ৰবন্ধৰ বাছনি

---

২০ 'অৰুনোদই', ১৯৮৩, পৃ ১৬১-১৬২।

২১ ৰাজ্যখনৰ ভালেমান সৰু-বৰ পুথিভঁৰাল, অ'ত ত'ত অৱস্থিত আমেৰিকান বেপ্টিষ্ট মিছনৰ কেন্দ্ৰ আৰু ৰাজ্যৰ বাহিৰৰ কেইবাটাও গ্ৰন্থাগাৰত সংবাদ পত্ৰখনৰ বাবে অনুসন্ধান

'অৰুনোদই'ৰ ধলফাট'কে[২২] মুখ্য উৎস হিচাপে লোৱা হৈছে।

এই অধ্যয়নৰ বাবে আন এলানি মুখ্য উৎস হৈছে আলোচ্যমান কালছোৱাৰ খ্ৰীষ্টান মিছনেৰী আৰু অনা-খ্ৰীষ্টান লেখকৰ 'অৰুনোদই' ভিন্ন কিতাপ পত্ৰসমূহ। সহজলভ্য নোহোৱা বাবে এই লানিৰ সকলো পুথি-পাঁজি নিজে অধ্যয়ন কৰি পৰীক্ষা কৰাৰ সুবিধা নহ'ল। আকৌ 'অৰুনোদই'ৰ পৰৱৰ্তী কালত প্ৰকাশিত অসমীয়া আলোচনী বাতৰি কাকতো এই অধ্যয়নৰ মুখ্য উৎস হিচাপে ধৰা হৈছে। ইয়াৰ লগতে আছে সম্পূৰ্ণ নতুন তথ্য যোগান ধৰিব পৰা বুৰঞ্জী, প্ৰতিবেদন তথা প্ৰখ্যাত লেখকসকলৰ আত্মজীৱনী, জীৱনী, স্মৃতিকথা, দিনলিপি আদি।

## ১.৮ বৰ্তমান অধ্যয়নৰ পৰিকল্পনা ঃ

বিশ্লেষণৰ সুবিধাৰ প্ৰতি লক্ষ্য ৰাখি সমগ্ৰ বিষয়টো ন-টা অধ্যায়ত বিভক্ত কৰি লোৱা হৈছে । বক্তব্য বিষয়ৰ উপযুক্ত উপস্থাপনেই এনে বিভাজনৰ মূল উদ্দেশ্য। প্ৰতিপাদ্য বিষয়ত প্ৰবেশ কৰাৰ পূৰ্বে অসমত মানৰ আক্ৰমণ, ছশ বছৰীয়া আহোম ৰাজশক্তিৰ পতন আৰু ইষ্ট-ইণ্ডিয়া কোম্পানীৰদ্বাৰা অসমৰ শাসন ভাৰ গ্ৰহণৰ বিষয়ে 'পটভূমি' নামৰ দ্বিতীয় অধ্যায়ত ব্যাখ্যা কৰা হৈছে। কাৰণ উনবিংশ শতাব্দীৰ আৰম্ভণিতে সংঘটিত অসমৰ ৰাজনৈতিক উত্থান-পতনৰ বিষয়ে অৱগত নহ'লে তৎকালীন অসমৰ আৰ্থ-সামাজিক অৱস্থা হৃদয়ংগম কৰাটো সম্ভৱপৰ নহ'ব। তৃতীয় অধ্যায়ৰ নাম প্ৰাক্-অৰুণোদয় যুগৰ সাহিত্য। এই অধ্যায়ত 'অৰুনোদই' প্ৰকাশৰ পূৰ্বৰ অসমীয়া সাহিত্যৰ ক্ষীণকায় কলেৱৰৰ আভাস দি তাৰ মাজত সমাজ সংস্কৃতিৰ চিত্ৰৰ বিষয়ে অনুসন্ধান চলোৱা হৈছে। তাৰ পিছতে আছে 'অসমত বঙলা ভাষা প্ৰবৰ্তন আৰু অসমীয়া ভাষাৰ পুনৰ্বাসন' শীৰ্ষক অধ্যায়টো। প্ৰায় সাতত্ৰিশ বছৰ কালৰ বাবে ৰাজ্যখনৰপৰা অসমীয়া ভাষাৰ নিৰ্বাসন আৰু বঙলা ভাষা প্ৰবৰ্তনৰ ফলত হোৱা ক্ষতিৰ বিষয়ে আভাস নোলোৱাকৈ আধুনিক যুগৰ অসমীয়া ভাষা-সাহিত্য অধ্যয়ন কৰিবলৈ যোৱাটো ভ্ৰমাত্মক হ'ব। একেটা অধ্যায়তে আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলৰ অসম আগমন আৰু ভাষাৰ পুনৰ্বাসন আন্দোলনত তেওঁলোকৰ অংশ গ্ৰহণৰ বিষয়ে জুকিয়াই চোৱা হৈছে। 'অৰুনোদই' কাকতত প্ৰকাশিত অসমীয়া সমাজ আৰু সংস্কৃতিৰ চিত্ৰৰ

---

চলোৱা হৈছিল। পিছে আলোচ্যমান কালছোৱাত প্ৰকাশিত কিছু সংখ্যক 'কপি'হে প্ৰয়াত নন্দ তালুকদাৰৰ ব্যক্তিগত সংগ্ৰহ আৰু কলিকতাৰ ৰাষ্ট্ৰীয় গ্ৰন্থাগাৰত পোৱাটো সম্ভৱ হৈছে।

২২ বিৰিঞ্চি কুমাৰ বৰুৱা (সংকলক), ১৯৬৫।

অনুসন্ধান চলোৱা হৈছে পঞ্চম অধ্যায়ত। মূল বিষয়ৰ আলোচনাত প্ৰবৃত্ত হোৱাৰ পূৰ্বে ‘অৰুনোদই’ সম্বাদপত্ৰ সম্পৰ্কীয় তথ্যপাতি সংক্ষেপে দাঙি ধৰাৰ প্ৰচেষ্টা ইয়াত আছে। আমেৰিকান মিছনেৰীসকলৰ ‘অৰুনোদই’ সংবাদ পত্ৰৰ বাহিৰৰ লেখা-মেলা হ’ল ষষ্ঠ অধ্যায়ৰ আলোচ্য বিষয়। ‘অৰুনোদই’ গোষ্ঠীৰ অনা-খ্ৰীষ্টান লেখকসকলৰ সাহিত্য সম্পৰ্কে সপ্তম অধ্যায়ে ইংগিত দিব। অষ্টম অধ্যায়ত কাকতখনৰ গণ্ডীৰ বাহিৰত থাকি ভাষা-সাহিত্যৰ সেৱা কৰা লোকসকলৰ কৰ্মৰ বিচাৰ-বিশ্লেষণ পোৱা যাব। পৰবৰ্তী অধ্যায়ৰ উপজীৱ্য ‘অৰুনোদই’ৰ আদৰ্শত প্ৰকাশ পোৱা আলোচনী-বাতৰি কাকতসমূহত অসমীয়া সমাজ আৰু সংস্কৃতিৰ স্বৰূপ কেনেদৰে প্ৰতিফলিত হৈছে সেই সম্পৰ্কীয় পৰ্যালোচনা। দুৰ্ভাগ্যবশতঃ দ্বিতীয় অসমীয়া কাকত ‘আসাম বিলাসিনী’কে ধৰি ঊনবিংশ শতাব্দীৰ অধিকাংশ সংবাদ পত্ৰ দুষ্প্ৰাপ্য হৈ পৰাত এই অধ্যায়টোক ঠায়ে ঠায়ে অসম্পূৰ্ণতাৰ দোষে চুইছে।

## দ্বিতীয় অধ্যায়

# পটভূমি

### উনবিংশ শতাব্দীৰ প্ৰথম পৰ্বৰ অসমৰ সামাজিক, ৰাজনৈতিক, আৰ্থিক আৰু সাংস্কৃতিক অৱস্থা

**২.১ ছশ বছৰীয়া আহোম ৰাজশক্তিৰ পতন ঃ**

বিগত শতকৰ প্ৰথম চাৰিটা দশকৰ অসমৰ অৱস্থা ৰাজনৈতিক অস্থিৰতা, সামাজিক নিৰাপত্তাহীনতা তথা সাংস্কৃতিক চেতনাহীনতাৰ বুৰঞ্জী মাথোন। ত্ৰয়োদশ শতাব্দীৰ প্ৰথম ভাগত (১২২৮ খ্ৰীঃ) অসমত চুকাফাই আহোম শাসনৰ পাতনি মেলে। সেই সময়ৰপৰা সুদৃঢ় প্ৰশাসনেৰে ৰাজ্যৰ অখণ্ডতা ৰক্ষা কৰি অহা ৰাজশক্তি দুৰ্বল হ'বলৈ ধৰে ওঠৰ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ পৰাই। সূক্ষ্মভাৱে বিচাৰ-বিশ্লেষণ কৰি বুৰঞ্জী বিশেষজ্ঞসকলে ইয়াৰ অন্তৰালত থাকিব পৰা ভালেমান কাৰণ নিৰ্দেশ কৰিছে[১]। এই কাৰণসমূহ আভ্যন্তৰিক আৰু বাহ্যিক। দুৰ্বল তথা অপৰিণামদৰ্শী ৰজাৰদ্বাৰা শাসনভাৰ গ্ৰহণ, জ্ঞাতি বিদ্ৰোহ, মোৱামৰীয়া বিদ্ৰোহ আদি আভ্যন্তৰিক কাৰণ। তদ্ৰূপ উপৰ্যুপৰি মোগল আক্ৰমণকে প্ৰধান বাহ্যিক কাৰণ ৰূপে ধৰাৰ যুক্তি আছে।

১৬১৭ খ্ৰীষ্টাব্দৰপৰা অসম আক্ৰমণ কৰি অহা মোগলসকলক গদাধৰ সিংহ (১৬৮১—১৬৯৬ খ্ৰীঃ)ই ১৬৮২ খ্ৰীষ্টাব্দত ৰাজ্যৰপৰা খেদি পঠায়[২]। ফলস্বৰূপে অসম একপ্ৰকাৰ বিপদমুক্ত হৈছিল। কিন্তু কিঞ্চিৎ কম এশ বছৰ পিছত গৌৰী নাথ সিংহ স্বৰ্গদেৱ (১৭৮০-১৭৯০)ৰ দিনত প্ৰবল প্ৰত্যাহ্বান আহিল মোৱামৰীয়াসকলৰ পৰা। ইতিমধ্যে অসমৰ প্ৰতি শেন চকুৰে চাই থকা সাম্ৰাজ্যবাদী ইষ্ট-ইণ্ডিয়া কোম্পানীৰপৰা ৰজাই সহায় বিচাৰিলে। কোম্পানীৰ সৈন্যৰ সহযোগত তেওঁ কিছুকালৰ বাবে ৰবকাণ্ডাজ

---

১ Suryya Kr Bhuyan *Anglo Assamese Relations,* 1974, pp 237-257, 585-587
H K Barpujari *Assam in the Days of the Company (1826-1858),* 1980, pp 4-5

২ Edward Gait *A History of Assam* 1984, p 167
S K Bhuyan *op cit*, p 5

বাহিনীক কামৰূপত আৰু মোৱামৰীয়াসকলক উজনিত দমন কৰিলে[৩]। কিন্তু স্থায়ী শান্তি আশাৰ মৰীচিকা হৈ ৰ'ল। কাৰণ নিজ বাহুত বল নাথাকিলে বাহিৰা শক্তিৰ দ্বাৰা শত্ৰু নিপাত কৰিব খোজাটো আত্মপ্ৰবঞ্চনাৰ নামান্তৰ মাত্ৰ। কোম্পানীৰ সৈন্য আঁতৰাই নিয়াত একেটা অধ্যায়ৰে পুনৰাবৃত্তি হ'ল ঃ আকৌ বিদ্ৰোহৰ পাতনি তথিলে বৰকাণ্ডাজ বাহিনীৰ লগতে ডফলা, খামটিসকলে। ঘাই প্ৰতিদ্বন্দ্বীৰ ভূমিকাত ৰ'ল মোৱামৰীয়াসকল[৪]।

গৌৰী নাথ সিংহ স্বৰ্গী হ'লত (১৭৯৪ খ্ৰীঃ) কমলেশ্বৰ সিংহ (১৭৯৫–১৮১০ খ্ৰীঃ) ৰাজপাটত বহি একে অৱস্থাৰ সম্মুখীন হ'ব লগাত পৰিল। একে সময়তে উজনি-নামনিত অশান্তি-বিদ্ৰোহ চলি থকাৰ বিষয়ে বুৰঞ্জীৰ ছাত্ৰই জানে। কামৰূপত হৰদত্ত—বীৰদত্ত ভাতৃদ্বয়ে আৰম্ভ কৰিলে 'দুন্দিয়া দ্ৰোহ'[৫]। উজনি অসমত চিংফৌ, ডফলা, খামটিসকলৰ উপদ্ৰৱ চলিল। তথাপি সুদক্ষ প্ৰধানমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই নিজ দক্ষতাৰে[৬] সকলো অশান্তি দমাই কিছু পৰিমাণে হ'লেও ৰাজ্যখনলৈ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ সক্ষম হৈছিল। উপৰ্যুপৰি অশান্তিৰ মাজত দিন অতিবাহিত কৰা প্ৰজাই কিছু দিনৰ বাবে শান্তি ঘূৰাই পাইছিল।

কমলেশ্বৰ সিংহৰ মৃত্যুৰ পিছত চন্দ্ৰকান্ত সিংহ (১৮১০–১৮১৮ খ্ৰীঃ)ৰ হাতলৈ অসমৰ শাসনভাৰ আহে যদিও প্ৰকৃত অৰ্থত ৰাজ্যৰ হৰ্তাকৰ্তা হৈ ৰ'ল পূৰ্ণানন্দ বুঢ়াগোহাঁইহে। এই সময়ত ঘটা বদন বৰফুকন—পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বিবাদ ইতিহাসৰ ছাত্ৰৰ বাবে নতুন সংবাদ নহয়। ৰাজ্যৰ শাসনভাৰ লোৱাৰ উদ্দেশ্যে বদনে কলিকতালৈ গৈ গৱৰ্ণৰ জেনেৰেলৰ সহায় বিচাৰিলে। চুবুৰীয়া ৰাজ্য অসমৰ আভ্যন্তৰীণ বিষয়ত কোম্পানীয়ে হস্তক্ষেপ কৰিবলৈ অস্বীকাৰ কৰাত বৰফুকন ব্ৰহ্মদেশলৈ গৈ সেই দেশৰ ৰজাৰ শৰণাপন্ন হ'ল[৭]।

## ২.২ অসমত মানৰ উপদ্ৰৱ ঃ

বদন বৰফুকনৰ যুক্তি মানি লৈ ব্ৰহ্মদেশৰ ৰজাই তেওঁক সহায় কৰিবলৈ আগবাঢ়ি আহিল। ১৮১৭ খ্ৰীষ্টাব্দত সেই দেশৰ ৰজাই প্ৰথমবাৰৰ বাবে অসমলৈ মান

৩ H. K. Barpujari : *op.cit.*, p.7

৪ *Ibid.*

৫ Edward Gait : *op.cit.*, p 218

৬ *Ibid.*, p. 223

৭ *Ibid.*, p. 225

সৈন্য প্ৰেৰণ কৰিলে। ১৮১৭-১৮২৫ খ্ৰীষ্টাব্দৰ ভিতৰত উপৰ্যুপৰি তিনিবাৰকৈ মান সৈন্যই অসমত আক্ৰমণ চলায়। ৰজা ভঙা-পতা হয় কেবাবাৰো। ৰাজ্যৰ দায়িত্বভাৰ এজনৰপৰা আনজনলৈ হস্তান্তৰিত হয়। সাময়িকভাৱে হোৱা ৰজা পুৰন্দৰ সিংহক ভাঙি পুনৰ চন্দ্ৰকান্তক পাটত বহুওৱা হ'ল। তেওঁৰ পিছত যোগেশ্বৰ সিংহক নামমাত্ৰ ৰাজ্যভাৰ দিয়া হৈছিল যদিও অসমৰ শাসনভাৰ পৰিল মান সৈন্যৰ হাততহে।

মানৰ আক্ৰমণ অসম বুৰঞ্জীৰ এটা অবিস্মৰণীয় অধ্যায়ৰূপে চিহ্নিত হোৱাৰ যোগ্য। এইছোৱা সময়ৰ অসমৰ ইতিহাস হত্যা-লুণ্ঠন-নাৰী নিৰ্যাতন-পাশৱিক অত্যাচাৰৰ ইতিহাস ঃ দেশী-বিদেশী সকলো ঐতিহাসিকে দিয়া বৰ্ণনা মান সৈন্যৰ অমানৱীয় অত্যাচাৰৰ কাহিনীৰে ভৰা। এনে বৰ্ণনা পঢ়িলে গাৰ নোম শিয়ৰি উঠা স্বাভাৱিক। 'কিছু লোকক তেওঁলোকে জীৱন্তভাৱে বখলিয়াইছিল, কিছুমানক তেল ঢালি দি পুৰি মাৰিছিল আৰু অন্য কিছুমানক সমূহীয়াভাৱে খেদি নি গাঁৱলীয়া নামঘৰত সুমুৱাই লৈ জ্বলাই দিছিল'[৮]। এনে বিভীষিকাৰ ছবি ৰাইজৰ স্মৃতিপটত বহুদিনলৈ সজীৱ হৈ আছিল। এয়া তাৰ নিৰ্দশন ঃ

> মানৰ বিপ্লৱত নগাঁৱত বৰ উৎপাত হয়। ইংৰাজ সৈন্যে গুৱাহাটীৰ ফালৰপৰা মানক খেদি অনাত এই পুৰণি গুদামৰ ভাটিয়ে কাখৰী গাঁৱত ঘৰ এটাত অনেক মানুহ বান্ধি মানে ঘৰটো জুই লগাই পুৰি মাৰিলে। এই নিৰ্দয় ভয়ানক নৰহত্যাৰ কথা মানুহৰ মনত এনেকৈ আছে যে এতিয়াও যেন সেই পুৰি মৰা মানুহৰ চিৎকাৰ সময়ে সময়ে শুনে[৯]।

মতা-মাইকী নিৰ্বিচাৰে উচ্চ-নীচ সকলোকে চৰম নিষ্ঠুৰতাৰে নিপাত কৰাটোৱে আছিল আক্ৰমণকাৰীসকলৰ প্ৰধান উদ্দেশ্য। দেশৰ স্বাধীনতা সংগ্ৰামৰ অন্যতম শ্বহীদ, 'বুৰঞ্জী বিবেক ৰত্ন'* প্ৰণেতা মণিৰাম দেৱানৰ জন্ম হয় ১৮০৬ খ্ৰীষ্টাব্দত। চফল ডেকাৰূপে মণিৰামে দেখা মানৰ অত্যাচাৰৰ স্বৰূপ এনে ধৰণৰ ঃ

---

৮ "Some they flayed alive, others they burnt in oil, and others again they drove in crowds in to the village Namghars, or prayer houses, which they then set on fire." *Ibid.*, p. 283

৯ গুণাভিৰাম বৰুৱা ঃ *সৌমাৰ ভ্ৰমণ* (৩) [প্ৰবন্ধ], *জোনাকী*, দ্বিতীয় ভাগ, শক ১৮১১-১২, পৃঃ ১৫৭

* পৰৱৰ্তী অধ্যায়ত এই গ্ৰন্থৰ বিষয়ে আলোচনা কৰা হৈছে।

তত্‌ক্ষণাত ঐ মান কিম্বা দোওনিয়া গীয়া আকস্মিক ঘৰে প্ৰবেশ হৈয়া আদৌ বান্ধ দিয়া চোওঁালী দেওঁ বুলী ধমক দিতে লাগে। পৰ জদি চোওঁালি দিতে নাপাৰিল তবে অনেক মাৰ কিল কৰি লুটিয়া পুটিয়া চলিয়া জাই। এবমাদি বেজাই দিয়া মনোৰথ সিদ্ধি কৰিতে পাৰে। আৰ ভাল স্ত্ৰিয়া লোক ৰাস্তাঘাটে দেখিলে দেখামাত্ৰে জাত নষ্ট কৰে, স্বামিৰ সাক্ষাতে স্ত্ৰিকে জাত নষ্ট কৰে। ভাল পাইলে নিয়াওঁ জাই, কিন্তু জদি কদাচিত চোট শিশু থাকে নদিতে ফেলীয়া কিম্বা গাচেতে আস্ফালিয়া মাৰিয়া ফেলে। তাহাৰ মাতাকে খালাচ কৰি নেই, তদজন্যেই শিশু বধ কৰে, আৰ ব্ৰাহ্মণৰ কাছেতে মদ্য মাংস শুৱৰাদি ভাৰ দিয়া নেই। তাহাতে জদি কোন ব্যক্তি ব্ৰাহ্মন বুলী ওঁঝৰ কৰে তত্‌ক্ষণাত নৱগুণ অৰ্থাৎ পইতা চিঙ্গিয়া ফেলে। অপৰ মহন্ত লোকেৰ বান্ধিয়া সৰ্ব্বস্বাগ্ৰহণ কৰিয়া নেই একজনৰ দৌলত লুটিয়া নেই দসজনকে দিয়া জাই[১০]।

মণিৰাম দেৱানৰ লেখিয়াকৈ ১৮০৬ খ্ৰীষ্টাব্দত জন্মগ্ৰহণ কৰা দুতিৰাম হাজৰিকা চিৰন্তাদাৰেও মানৰ অত্যাচাৰ নিজ চকুৰে দেখা পাইছিল। তেওঁৰ অভিজ্ঞতাৰ স্বাক্ষৰ ৰৈ গৈছে পদছন্দত ৰচনা কৰা উল্লেখযোগ্য বুৰঞ্জী 'অসমৰ পদ্য বুৰঞ্জী'ত[১১]। আন এজন লেখৰ বুৰঞ্জী ৰচক হ'ল হৰকান্ত বৰুৱা সদৰামীন (১৮১৩—১৯০০ খ্ৰীঃ)। সদৰামীনে শৈশৱ কালত দেখা মানৰ অমানুষিক নিৰ্যাতনৰ কাহিনী কম মৰ্মস্পৰ্শীভাৱে বৰ্ণনা কৰা নাই[১২]।

অসমত সৃষ্টি হোৱা অৰাজকতাৰ সুযোগ গ্ৰহণ কৰিবলৈ সুবিধা বিচৰাসকল আগবাঢ়ি আহিছিল। এই ক্ষেত্ৰত থলুৱা এচাম মানুহৰ লগতে পৰ্বতীয়া জাতিবোৰো পিছ পৰি থকা নাছিল। কোনো কোনোৱে ছদ্মবেশ ধাৰণ "দোৱনীয়া" নাম লৈ সাধাৰণ প্ৰজাৰ ওপৰত যি অত্যাচাৰ — উৎপীড়ন চলাইছিল সি আচল মানৰ উপদ্ৰৱকো চেৰাই

---

১০ মণিৰাম দেৱান : *বুৰঞ্জী বিবেক ৰত্ন*, ২য় খণ্ড (পাণ্ডুলিপি), ১৮৩৮, পিঠি-১৮৮(ক), অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত, অনুলিপি নং - ১০৮

১১ সূৰ্য কুমাৰ ভূঞা (সম্পাদনা) ; *অসমৰ পদ্য বুৰঞ্জী* ১৯৬৪ চন, পৃঃ ১৭২-১৮০, পদ ৯৬৭-৯৯৬

১২ এঁকে, (সম্পাদনা) ; *আসাম বুৰঞ্জী*, ১৯৩০, পৃঃ ৯২। দুতিৰাম হাজৰিকা আৰু এইজনা লেখকৰ সাহিত্যৰ আলোচনা ৭ম অধ্যায়ত পোৱা যাব।

গৈছিল[১৩]। বৰং মানৰ তুলনাত এইসকলৰ অত্যাচাৰ বেছি নীচ প্ৰকৃতিৰ বুলি ইংগিত পোৱা গৈছে[১৪]। ইফালে চিংফৌ, খামটি আদি পৰ্বতীয়া জাতিবোৰৰ অত্যাচাৰ আছেই। এই সকলোৰে পৰিণতি স্বৰূপে নিৰীহ প্ৰজাৰ কেনে পানীত হাঁহ নচৰা অৱস্থা হৈছিল তাৰ সাক্ষ্য ইতিহাসে বহন কৰিছে[১৫]।

উৎপীড়নকাৰীসকলৰ এনে অমানৱীয় নিৰ্যাতনৰ হাত সাৰিবলৈ প্ৰজাই ঘৰ-দুৱাৰ, গাঁও-ভূই এৰি দূৰ-দূৰণিৰ হাবি জংগললৈ পলাই যাবলৈ বাধ্য হৈছিল। খাছি-জয়ন্তীয়া পাহাৰ (বৰ্তমান মেঘালয়), কাছাৰ, গোৱালপাৰা প্ৰভৃতি ঠাইলৈ বহুলোক পলাই গৈ স্থায়ীভাৱে বসতি কৰাৰ প্ৰমাণ পোৱা গৈছে। তাহানিৰ খাছি পাহাৰতে এনে ভালেমান মান ভগনীয়া থকাৰ নজিৰ আছে[১৬]। আন কোনো কোনো ঠাইলৈ গৈ গাওঁ পাতি নিগাজীকৈ বসতি কৰাৰ কথাও সময়ে সময়ে কাকতে-পত্ৰে ওলাই থকা দেখা যায়[১৬(ক)]। আনহাতে তিনিবাৰকৈ হোৱা আক্ৰমণত কিমান লোকে প্ৰাণ হেৰুৱালে, মানেই বাকীমানক ধৰি নিজ ৰাজ্যলৈ লৈ গ'ল তাৰ প্ৰকৃত হিচাপ দিয়াটো কষ্টকল্পিত যদিও এই শ্ৰেণীৰ (যুদ্ধ বন্দী) লোকৰ সংখ্যা ৩০ হেজাৰ বুলি জানিব পৰা গৈছে[১৭]। এনেদৰে মান সৈন্যই যুদ্ধবন্দী ৰূপে নিয়া অসমীয়া মানুহে স্থায়ীভাবে ব্ৰহ্মদেশত থকাৰ বিষয়ে ইংগিত পোৱা যায়[১৮]। মুঠতে মানৰ আক্ৰমণ অসম বুৰঞ্জীৰ এটা মচিব নোৱাৰা ক'লা দাগ হৈ ৰ'ল।

---

১৩ অসমীয়া সাহিত্যত কেইবাজনো লেখকে 'দোৱনীয়া'ৰ অত্যাচাৰৰ বৰ্ণনা দিছে। তাৰ এটি নিদৰ্শন ঃ দণ্ডিনাথ কলিতা; *ফুল* (উপন্যাস), ১৯০৮, পৃ. ৫৩।

১৪ হিতেশ্বৰ বৰবৰুৱা ঃ *আহোমৰ দিন*, ১৯৮১, পৃ. ৩২৬।

১৫ গুণাভিৰাম বৰুৱা ঃ *আসাম বুৰঞ্জী*, ১৮৭২, পৃ. ১৪৮।

১৬ জগত চন্দ্ৰ গোস্বামী ঃ মানৰ দিনত ভাগি যোৱা অসমীয়া (প্ৰবন্ধ), *জোনাকী*, নতুন খণ্ড, ৩য় ভাগ, ভাদ ১৮২৬ শক, প. ৪৪০-৪৪৩।

১৬(ক) অসমৰ যশস্বী প্ৰত্নতত্ত্ববিদ পণ্ডিত ৰাজমোহন নাথ (১৮৯৯-১৯৬৫)ৰ ককাদেউতাক নগাঁও জিলাৰ ৰহাৰ মানুহ আছিল যদিও মান ভগনত পলাই গৈ তেওঁ বৰাক উপত্যকাৰ হাইলাকান্দি জিলাৰ ৰঙাউটি গাঁৱৰ স্থায়ী বাসিন্দা হয়গৈ। দ্ৰষ্টব্য – পূৰ্ণ বৰুৱা ঃ বিচিত্ৰ গুণৰ আধাৰ পণ্ডিত ৰাজমোহন নাথ, (প্ৰবন্ধ) *প্ৰান্তিক*, ১৬-৩১ মে, ২০০০, পৃঃ ৩৫

১৭ A. Mackenjie : *The North East Frontier of India*, 1979, (Reprint) p. 7

১৮ পুষ্পেন্দ্ৰ তামুলী ঃ ব্ৰহ্মদেশত অসমীয়া (প্ৰবন্ধ), *চেতনা*, ষষ্ঠ বছৰ, ষষ্ঠ সংখ্যা, মাঘ ১৮৪৬ শক, পৃ. ৩৬৬-৩৬৮; কমলাকান্ত ভট্টাচাৰ্য্য ঃ ব্ৰহ্মদেশত অসমীয়া (প্ৰবন্ধ), *বাঁহী*, ২০শ বছৰ, ২য় সংখ্যা, জেঠ, ১৮৫২ শক, পৃ. ৯৪-৯৫।

## ২.৩ ইয়াণ্ডাবু সন্ধি ঃ

ইষ্ট ইণ্ডিয়া কোম্পানীৰ দৰে শক্তিশালী সংস্থা এটাৰ চুবুৰীয়া ৰাজ্য অসমত ব্ৰহ্মদেশীয় সৈন্যই চলোৱা অত্যাচাৰ সম্পৰ্কত নিৰ্লিপ্ত হৈ বহি থকাটো কোম্পানীৰ পক্ষে সম্ভৱ নহ'ল। ৰাজ্য জয় কৰাৰ পৰিবৰ্তে নিজৰ প্ৰতিৰক্ষাৰ ৰাবেহে আহিবলৈ বাধ্য হোৱা বুলি ঘোষণা কৰি[১৯] তেওঁলোকে বৰ্মা সৈন্যৰ পিছু ল'লে। সমুখ সমৰত তিষ্ঠিব নোৱাৰি ব্ৰহ্মদেশীয় ৰজা সন্ধিৰ প্ৰস্তাৱত মান্তি হ'ল। ব্ৰহ্মদেশৰ ইয়াণ্ডাবু নামে ঠাইত স্বাক্ষৰিত এই সন্ধি 'ইয়াণ্ডাবু সন্ধি' ৰূপে বিখ্যাত হৈ ৰ'ল। আলোচ্যমান সন্ধিত মুঠতে এঘাৰটা চৰ্ত সন্নিবিষ্ট হয়। সন্ধিৰ দ্বিতীয় চৰ্ত অনুযায়ী আভা ৰজাই অসমৰ লগতে তাৰ চুবুৰীয়া ৰাজ্য কাছাৰ, জয়ন্তীয়া পাহাৰ আৰু চৰ্তসাপেক্ষে মণিপুৰ সম্পৰ্কীয় দাবী আনুষ্ঠানিকভাৱে প্ৰত্যাহাৰ কৰিলে[২০]।

ইয়াণ্ডাবু সন্ধি স্বাক্ষৰিত হোৱাৰ লগে লগে অসমৰ যেন কল্পান্তৰ হ'ল। এটা নতুন আৰু অতি গুৰুত্বপূৰ্ণ অধ্যায় সংযোজিত হ'ল অসমৰ ইতিহাসত। প্ৰায় ছশ বছৰীয়া আহোম শাসনৰ যৱনিকা নামি আহিল । পুৰাণ-মহাভাৰত খ্যাত প্ৰাচীন প্ৰাগ্জ্যোতিষপুৰ-কামৰূপৰ গৌৰৱেৰে গৌৰৱান্বিত অসম দেশৰ ভাগ্য বিধাতা হ'ল সাত সাগৰ তেৰ নদীৰ সিপাৰৰ পৰা অহা ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনকৰ্তাসকল।

## ২.৪ ইষ্ট-ইণ্ডিয়া কোম্পানীৰ শাসনাধীন অসম ঃ

মানৰ আক্ৰমণৰ ফলস্বৰূপে অসমৰ যি দুঃখলগা অৱস্থা হৈছিল তাৰ বিস্তৃত বিৱৰণ ৰাজ্যখনৰ বুৰঞ্জী আৰু সেই জাতীয় পুথি-পাঁজিত সন্নিবিষ্ট হৈছে। প্ৰকৃত অৰ্থত সেই সময়ৰ অসমৰ অৱস্থা আছিল অবৰ্ণনীয়। সংক্ষেপে ক'বলৈ হ'লে, "সমগ্ৰ অসমৰ সমাজ জীৱনৰ মূল ভেটি ধূলিসাৎ হৈ গৈছিল। হাজাৰ হাজাৰ পৰিয়াল নিশ্চিহ্ন হৈছিল,

---

১৯ বেণুধৰ শৰ্মা ঃ *দূৰবীণ*, ১৯৭৪, পৃ. ৯৮।

২০ H s Majesty the king of Ava renounces all claims upon, and will abs.ain from all future interference with the principality of Assam and its dependencies, and also with the contiguous petty States of Cachar and Jyntia, with regard to Munnipoor it is stipulated, that should Ghumbheer Sing desire to return to that country he shall be recognised by the King of Ava as Rajah there of. — C. U. Aitchison (compiled) : *A Collection of Treaties, Engagements and Sunnunds Relating to India and Neighbouring Countries*, Vol-I, Part III, *Burmah*, Reprinted at the Foreign Office Press, Calcutta, 1876, p-271.

শিল্প, বাণিজ্য, কৃষি, শিক্ষা, সাহিত্য সকলো লুপ্তপ্রায় হৈছিল"[২১]। ১৮৩৫-১৮৬১ খ্ৰীষ্টাব্দৰ সময়ছোৱাত অসমৰ আয়ুক্ত ৰূপে কাৰ্যনিৰ্বাহ কৰা লেঃ কৰ্ণেল ফ্ৰান্সিচ জেনকিন্সে লেখি থৈ গৈছে যে ডেগাৰ আৰু বন্দীত্বৰপৰা মুক্তি পোৱা অৱশিষ্ট অসমীয়াখিনিয়ে কৃষি কৰ্ম পৰিহাৰ কৰি গছৰ শিপা আৰু ডাল-পাত খাই জীৱন নিৰ্বাহ কৰিছিল আৰু দুৰ্ভিক্ষ তথা মহামাৰীয়ে হাজাৰ হাজাৰ মানুহ মাৰি উদং কৰিছিল[২২]। যোৱা শতিকাৰ শেষৰ ফালে উত্তৰ-পূৰ্বাঞ্চললৈ আহি এই অঞ্চলৰ নিৰ্ভৰযোগ্য বিৱৰণ দি যোৱা আলেকজেণ্ডাৰ মেকেঞ্জীয়েও প্ৰায় একে কথাই কৈ গৈছে[২৩]।

মানৰ পৈশাচিক অত্যাচাৰৰপৰা ৰক্ষা পোৱা অসমৰ মানুহখিনিয়ে তেতিয়া পৰম ত্ৰাণকৰ্তা ৰূপে কোম্পানী শাসনকে আদৰণি জনালে। এনে আদৰণি আহিছিল সৰ্বসাধাৰণ প্ৰজাৰ লগতে প্ৰতিপত্তিশালী ব্যক্তিৰ পৰাও। সেই সময়ৰ সম্ভ্ৰান্ত নাগৰিক মণিৰাম দেৱানে বৃটিছ ৰাজৰ আগমনৰ প্ৰতি আন্তৰিকতাৰে অভিবাদন জনাই তেওঁলোকৰ শ্ৰীবৃদ্ধি কামনা কৰি কোম্পানীৰ চৰকাৰক পুৰন্দৰ অৰ্থাৎ ইন্দ্ৰৰ সমান শক্তিশালী কৰিবলৈ আৰু প্ৰিয়ব্ৰত ৰজাৰ দৰে কীৰ্তিমান কৰিবলৈ ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনোৱাটো প্ৰসংগক্ৰমে উল্লেখযোগ্য[২৪]।

ইপিনে ১৮২৩ খ্ৰীষ্টাব্দৰ ১৫ নবেম্বৰত ডেভিড স্কট (১৭৮৬-১৮৩১) ক উত্তৰ-পূৰ্বাঞ্চলৰ বাবে গৱৰ্ণৰ জেনেৰেলৰ এজেন্ট নিয়োগ কৰা হৈছিল[২৫]। মানৰ উপদ্ৰৱত বিধ্বস্ত অসমখন নকৈ গঢ়িবলৈ স্কটে চেষ্টাৰ ক্ৰটী কৰা নাছিল। 'অসমৰ ইতিহাসৰ অতি দুৰ্যোগপূৰ্ণ কালত তেওঁ ৰাজ্যখনৰ পথ প্ৰদৰ্শকৰ কাম কৰিছিল আৰু

---

২১ বাণীকান্ত শৰ্মা : *অসমীয়া ভাষা-সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান*, ১৯৮১, পৃঃ২

২২ Moffat Mills : *Report on the Province of Assam*, 1984, (Reprint) p-3.

২৩ "Many thousands had lost their lives, and large tracts of country been laid desolate by the wars, famines and pestilences, which for nearly half a century had afflicted the province. The remnant of the people had almost given up cultivation, supporting themselves chiefly on jungle roots and plants. The nobility and the priestly families had retired to Goalpara or other refuges in British territory, often losing all their property ; and with them had gone crowds of dependents glad to escape from the miseries of their native land."
—A. Mackenjie : *op.cit.*, p. 7.

২৪ মণিৰাম দেৱান : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১৯৬ (ক)।

২৫ N. K. Barooah : *David Scott in North East India*, 1970, p. 8.

মান সৈন্যৰ প্ৰভুত্বৰপৰা অসমক ত্ৰাণকৰ্তা বুলি নাতি-পুতিসকলৰ প্ৰশংসা অৰ্জন কৰিব পাৰিছিল। তেওঁ দৰাচলতে অসমীয়া মানুহৰ পিতৃ স্বৰূপ আছিল। সকলো প্ৰকাৰৰ নিন্দাৰ উৰ্দ্ধত থাকি ৰাজহুৱা কৰ্মৰ প্ৰতি অতুলনীয় দায়িত্ববোধেৰে স্কটে ৰাইজৰ সৰ্বাংগীণ বিকাশৰ বাবে নিজৰ সমস্ত শক্তি প্ৰয়োগ কৰিছিল'[২৬]। ডেভিড স্কটৰ প্ৰতি এনে প্ৰশংসা মাত্ৰাধিক যেন লাগিব পাৰে। কিন্তু তৎকালীন অৱস্থাৰ প্ৰতিকূলতাৰ প্ৰতি লক্ষ্য কৰি তেওঁৰ কাৰ্যাৱলীলৈ চালে এই প্ৰশংসা অতিৰঞ্জন দোষদুষ্ট নহয়।

স্কট চাহাবৰ আন্তৰিক প্ৰচেষ্টা থকা সত্ত্বেও ডা-ডাঙৰীয়াকে ধৰি অসমীয়া প্ৰজা কোম্পানীৰ শাসনত সম্পূৰ্ণ সন্তুষ্ট হোৱাৰ প্ৰমাণ বুৰঞ্জীয়ে নিদিয়ে। ৰাইজ অসন্তুষ্ট হোৱাৰ মুখ্য কাৰণ হ'ল – কোম্পানীৰ নগদ ধনেৰে খাজনা আদায় কৰা পদ্ধতি। ফলস্বৰূপে ৰাজ্যৰ অ'ত ত'ত প্ৰজা বিদ্ৰোহ হ'বলৈ ধৰিলে। প্ৰথম পৰ্বত বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহত নামি গোমধৰ কোঁৱৰ, জীউৰাম দেউলীয়া বৰুৱা, পিয়লি বৰফুকন প্ৰমুখ্যে ব্যক্তিসকলে বুৰঞ্জীত নাম ৰাখি থৈ গৈছে।

অসমীয়া মানুহৰ প্ৰতিভা তথা কৰ্মদক্ষতাৰ বিষয়ে প্ৰশাসক গৰাকীয়ে উপলব্ধি কৰিব পাৰিছিল। দক্ষতা অনুসৰি ৰাজ্যখনৰ লোকক চাকৰি-বাকৰিত নিযুক্তি দিয়াৰ ক্ষেত্ৰত স্কট চাহাবৰ আন্তৰিকতাৰ প্ৰমাণ পোৱা যায়। যোগ্যতাসম্পন্ন থলুৱা মানুহক এৰি থৈ ৰাজ্যৰ বাহিৰৰ লোকক নিযুক্তি দিয়াটো আছিল ডেভিড স্কটৰ নীতিৰ পৰিপন্থী। এনে ক্ষেত্ৰত কোনো বিষয়াক তিৰস্কাৰ কৰা বা তেনে বিষয়াৰ পৰা কৈফিয়ৎ তলব কৰাৰো নজিৰ পোৱা যায়[২৭]। তেওঁৰ মৃত্যু (আগষ্ট, ১৮৩১)ৰ এবছৰ আগতে হলিৰাম ঢেকিয়াল ফুকনক নামনি অসমৰ মেজিষ্ট্ৰেট হিচাপে নিয়োগ কৰাটোও[২৮] স্কটৰ উক্ত মনোভাৱৰ পৰিচায়ক। এই সম্পৰ্কত অধিক তথ্য-পাতি আগবঢ়াব পৰা যায়। কিন্তু বৰ্তমান প্ৰসংগত ইয়াৰ বিস্তৃত পৰ্যালোচনা অনাৱশ্যক বাবে বিষয়টো ইমানতে সামৰা হ'ল[২৯]।

স্কট চাহাবৰ অনুমোদন মৰ্মে ১৮৩৩ খ্ৰীষ্টাব্দৰ ২ মাৰ্চৰ দিনা পুৰন্দৰ সিংহক উজনি অসমৰ দায়িত্ব অপৰ্ণ কৰা সম্পৰ্কে কোম্পানীৰ লগত চুক্তি স্বাক্ষৰিত হয়।

---

২৬ H. K. Barpujari : *op.cit.*, p-66

২৭ S. K. Bhuyan : *Early British Relations with Assam*, 1949, p. 25.

২৮ বেণুধৰ শৰ্মা ঃ *মণিৰাম দেৱান*, ১৯৫০, পৃ. ৭।

২৯ বিস্তৃত আলোচনাৰ বাবে দ্ৰষ্টব্য ঃ

S. K. Bhuyan : *op.cit.*, p-25.

N. K. Barooah : *op.cit.*, p-130-158.

সম্পাদিত চুক্তিৰ এঘাৰটা চৰ্তৰ ভিতৰত ২নং চৰ্ত অনুসৰি এওঁ কোম্পানীক বছৰি ৫০,০০০ টকা কৰ হিচাপে দিবলৈ গাত লয়[৩০]। দুৰ্ভাগ্যবশতঃ পুৰন্দৰ সিংহ চুক্তি অনুসৰি কাম কৰিবলৈ অসমৰ্থ হ'ল। ইয়াৰ অৱধাৰিত পৰিণতি স্বৰূপে ১৮৩৮ খ্ৰীষ্টাব্দৰ ১৬ অক্টোবৰৰপৰা অসমৰ শাসনভাৰ সম্পূৰ্ণৰূপে ইষ্ট-ইণ্ডিয়া কোম্পানীৰ হস্তগত হ'ল[৩১]। প্ৰসংগক্ৰমে গুণাভিৰাম বৰুৱাৰ উক্তি স্মৰণীয় ঃ চুকাফা ৰজাই ৬১০ বছৰ পূৰ্বে যি সৌমাৰ অৰ্থাৎ উজনি খণ্ড অধিকাৰ কৰিছিল পুৰন্দৰ সিংহ সেই সৌমাৰতে ৰাজ্যভ্ৰষ্ট হয়[৩২]।

## ২.৫ ৰাজ্যৰ অৰ্থনৈতিক দিশ ঃ

মোৱামৰীয়া বিদ্ৰোহ, মানৰ অত্যাচাৰ আৰু পৰ্বতীয়া জাতিবোৰে মোহাৰি যোৱা অসমৰ সৰ্বসাধাৰণ ৰাইজৰ অৱস্থা আছিল শোচনীয়। বিশেষকৈ ৰাজহ আদায়ৰ পৰিবৰ্তিত ব্যৱস্থাই প্ৰজাৰ ওপৰত মাধমাৰ শোধালে। পূৰ্বৰ বিনিময় প্ৰথাৰ সলনি কোম্পানীয়ে প্ৰবৰ্তন কৰিলে নগদ টকাৰে ৰাজহ দিয়াৰ ব্যৱস্থা। পৰিবৰ্তিত ব্যৱস্থাই আৰ্থিক দিশৰ অধিক অৱনতি ঘটালে। কোনোমতে পেটে-ভাতে জীয়াই থকাটোৱে হ'ল প্ৰধান সমস্যা। এনে অৱস্থাই জন্ম দিলে পৰৱৰ্তীকালৰ প্ৰজা বিদ্ৰোহবিলাকৰ।

প্ৰজাৰ এনে অৱস্থাৰ পৰিপ্ৰেক্ষিতত কৰ্তৃপক্ষই লোৱা পদক্ষেপসমূহ বিশেষ বিচাৰ-বিবেচনাৰ যোগ্য। প্ৰশাসনে ৰাজ্যৰ ভাগি পৰা অৰ্থনীতি পুনৰুজ্জীৱিত কৰিবলৈ চলোৱা প্ৰচেষ্টাৰ সপক্ষে বুৰঞ্জীয়ে সাক্ষী দিছে। কৃষি-শিল্প, বিশেষকৈ মুগা পলুৰ উৎপাদনৰ প্ৰতি ডেভিদ স্কটৰ মনযোগ বিশেষভাৱে আকৃষ্ট হৈছিল। বংগদেশৰ ৰংপুৰৰপৰা শিপিনী আনি থলুৱা লোকক উন্নত ধৰণে মুগা, পাটকাপোৰ বৱলৈ প্ৰশিক্ষণ দিয়া ব্যৱস্থা প্ৰসংগক্ৰমে উল্লেখনীয়। দেশ দৰং অৰ্থাৎ মংগলদৈ আৰু নগাঁৱত পতা ৰেচম প্ৰতিষ্ঠানবোৰ আছিল উন্নয়নমূলক ব্যৱস্থাৰ অংশস্বৰূপ। কিন্তু তৎকালীন বংগ চৰকাৰৰ সহানুভূতিহীন দৃষ্টিভংগীৰ বাবে আঁচনিবোৰে গা কৰি উঠিব পৰা নাছিল[৩৩]।

প্ৰকৃততে অসমৰ ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত পৰিবৰ্তনৰ সূচনা হয় অষ্টাদশ শতাব্দীৰ শেষ ভাগৰ পৰাই। স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত কেপ্টেইন ৱেলচৰ লগত সম্পাদিত বাণিজ্যিক চুক্তি অনুসৰি অসমলৈ বংগদেশৰ বেপাৰী অহা পথ উন্মুক্ত

---

৩০ C. U. Aitchison : *op.cit.*, Vol. I, Part II, p.172.

৩১ H. K. Barpujari : *op.cit.*, p.139
Edward Gait : *op.cit.*, p. 308

৩২ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃঃ ১৬৫।

৩৩ H. K. Barpujari : *op.cit.*, p.64.

হৈছিল[৩৪]। মাৰোৱাৰৰ ব্যৱসায়ী সম্প্ৰদায়ে পশ্চিম অসমৰ বহু ঠাইত 'গোলা' বহুৱাবলৈ অনুমতি পাইছিল। সেই কালত গোৱালপাৰাই অসমৰ বাণিজ্যৰ কেন্দ্ৰস্থল হৈ পৰাৰ বিষয়ে তথ্য-পাতিয়ে কয়[৩৫]। এইদৰে আৰম্ভ হৈছে অসমৰ অৰ্থনীতিত ৰাজ্যৰ বাহিৰৰ, বিশেষকৈ বংগদেশ আৰু মাৰোৱাৰৰ ব্যৱসায়ী সম্প্ৰদায়ৰ প্ৰাধান্য। ইয়াৰ ভিতৰতো আকৌ পিছৰ চাম মানুহৰ ভূমিকা বেছি গুৰুত্বপূৰ্ণ আছিল। ব্যৱসায়ৰ সমগ্ৰ প্ৰক্ৰিয়াটোয়ে এই কেঞা বা মাৰোৱাৰী সদাগৰবদ্বাৰা পৰিচালিত হৈছিল[৩৬]।

পাৰ হৈ যোৱা শতিকাটোৰ প্ৰথম ছোৱাত অসমৰ যাতায়াত ব্যৱস্থা কিমান অনুন্নত আছিল তাৰ প্ৰমাণ নিহিত হৈ আছে এই উক্তিত : 'অসমত বৃটিছ শাসনৰ আৰম্ভণিৰ সময়ত ৰাজ্যৰ বাণিজ্যিক আৰু উদ্যোগিক বিকাশৰ সবাতোকৈ ডাঙৰ অন্তৰায় আছিল কলিকতালৈ প্ৰধান পথস্বৰূপ ব্ৰহ্মপুত্ৰৰ সতে বিভিন্ন জিলাৰ গাঁওবিলাকৰ যোগাযোগৰ যথোপযুক্ত ব্যৱস্থাৰ অভাৱ। সময়ে সময়ে নাও চলিছিল কিন্তু প্ৰক্ৰিয়াটো বৰ অনিয়মীয়া আৰু কষ্টকৰ আছিল আৰু অভিযোগ আছিল অত্যন্ত বেছি'[৩৭]। আকৌ, 'যেতিয়া মিল্চে (মফাট মিল্চ) ১৮৫৩ খ্ৰীষ্টাব্দত অসম ভ্ৰমণ কৰে সেই সময়ত গৰুগাড়ী আৰু ঘোৰাগাড়ীৰ কথা কেৱে নাজানিছিল, ৰাস্তা আছিল অতি কম আৰু তেনেই বেয়া'[৩৮]। ওচৰৰ ঠাইলৈ খোজকাটি আৰু দূৰৱৰ্তী স্থানলৈ নাৱেৰে যোৱাৰ বাহিৰে গতি নাছিল। বৰলুইতেই আছিল উজনি নামনিৰ যাতায়াতৰ মাধ্যম। বংগদেশৰ লগত অসমৰ যোগাযোগ প্ৰায় সম্পূৰ্ণভাৱে নাৱেৰেহে হৈছিল। ব্ৰহ্মপুত্ৰ আৰু গংগাৰ মাজত মুক্তভাৱে নাও চলাচল কৰা আৰু গোটেই বছৰ জুৰি প্ৰকাণ্ড প্ৰকাণ্ড নাৱৰ চলাচল অব্যাহত থকাৰ বিষয়ে জানিব পাৰি[৩৯]।

আলোচ্যমান কালছোৱাত ৰাজ্যৰ ভিতৰ-বাহিৰ দুয়োঠাইৰে স্থলপথৰ অৱস্থা তেনেই অনুন্নত আছিল। বংগদেশৰ লগত স্থলপথ আছিল দুটা — এটা মুৰ্চিদাবাদ-মালদহ-দিনাজপুৰ-ৰংপুৰ-বগুৰা-গোৱালপাৰা হৈ। এইটো কলিকতা বন্দৰৰপৰা অহা

---

৩৪ *Ibid.*, ১.7

৩৫ হৰিবিলাস আগৰৱালা : *আত্মজীৱনী*, ১৯৬৭, পৃঃ ১

৩৬ H. K. Barpujari (Gen.Editor) : *Political History of Assam*, Vol.I (1826-1919), 1977. p.59

৩৭ S. Playne (Compilor) : *Bengal and Assam, Bihar and Orissa*, 1917, p.143

৩৮ Edward Gait . *op.cit.*, p.346

৩৯ W. Robinson : *A Descriptive Account of Assam*, 1841, p. 245

পথ। আনটো ঢাকা-জমলপুৰ-শিঙিমাৰী-গোৱালপাৰা হৈ। বাৰিষা বতৰত দুয়োটা পথেই প্ৰায় দুৰ্গম আছিল[৪০]।

## ২.৬ শৈক্ষিক-সাংস্কৃতিক পটভূমি ঃ

প্ৰাচীন কালৰেপৰা অসমত সীমিত সংখ্যক লোকৰ মাজতহে শিক্ষাৰ প্ৰচলন থকাৰ প্ৰমাণ পোৱা যায়। জনসাধাৰণৰ মাজত শিক্ষাৰ তেনে আদৰ নাছিল, সেয়েহে মুষ্টিমেয়.শিক্ষিতখিনিৰ লগত বৃহৎ জনসাধাৰণৰ ব্যৱধান বৈ গৈছিল, ফলত বৃহৎ আয়তনৰ শিক্ষিত সমাজ সম্ভৱপৰ হোৱা নাছিল[৪১]। উচ্চ বৰ্ণৰ ব্ৰাহ্মণসকলে টোল, এচামে বৈষ্ণৱ যুগৰপৰা গঢ়ি উঠা সত্ৰ অনুষ্ঠান, কিছুমানে পাঠশালা আৰু অতি মুষ্টিমেয় সংখ্যক মুছলমানে মোক্তাব বা মাদ্ৰাছাৰ যোগেদি শিক্ষা লাভ কৰিছিল। আধুনিক যুগৰ আগৰছোৱাত উজনিত আহোম আৰু নামনিত কোচৰজাৰ অধীনত এনে শিক্ষা ব্যৱস্থা চলি থকাৰ বিষয়ে ইতিহাসে সম্ভেদ দিয়ে।

তিৰোতাৰ বাবে কোনো আনুষ্ঠানিক শিক্ষা নাছিল। দুই-চাৰি ব্যতিক্ৰম বাদ দি 'গিৰিয়েকক সন্তুষ্টি দিয়া আৰু ল'ৰা-ছোৱালী লালন-পালন কৰাই তেওঁলোকৰ কৰ্তব্য'[৪২] বুলি বিবেচিত হৈছিল। জন মেক্‌কোছ্ প্ৰদত্ত তথ্যানুযায়ী তিৰোতাৰ বাবে আনুষ্ঠানিক শিক্ষা ৰব বিপদজনক বুলি গণ্য কৰা হৈছিল আৰু পঢ়িব বা লেখিব পৰা ছোৱালীৰ বাবে দৰা পোৱাটোৱে আছিল কষ্টসাধ্য[৪৩]। স্ত্ৰী শিক্ষা প্ৰসংগত গুণাভিৰাম বৰুৱাই দিয়া মন্তব্যতো প্ৰায় একে সুৰ ধ্বনিত হোৱা দেখা যায়[৪৪]।

বৃটিছে দেশ লোৱা সময়লৈকে নামনি অসমৰ দেশীয শিক্ষা ব্যৱস্থাত বিশেষ ব্যাঘাত জন্মাৰ কথা জনা নাযায়। উজনিত কিন্তু প্ৰথমে মোৱামৰীয়া উপদ্ৰৱ আৰু পাছত মানৰ অবৰ্ণনীয় অত্যাচাৰৰ বাবে ছাত্ৰশালা আৰু অধ্যাপকসকল ছেদেলি-ভেদেলি হৈ গৈছিল। কিন্তু সেইবুলি শিক্ষাৰ সকলো অনুষ্ঠান নিঃশ্চিহ্ন হৈ যোৱা বুলিও ধাৰণা কৰা অযুগুত। কিছুমান সত্ৰ আৰু ভালেমান টোল তথা পাঠশালাত প্ৰাচীন শিক্ষা পদ্ধতি চলি থাকিল[৪৫]।

যি নহওক, আধুনিক অসমত শিক্ষাৰ ইতিহাসৰ সূচনা হয় কোম্পানীয়ে ৰাজ্যৰ

---

৪০ *Ibid.*

৪১ P C Choudhury *op cit*, pp. 376-377

৪২ W. Robinson *op cit*, p. 277

৪৩ John McCosh · *Topography of Assam*. 1975. (reprint) p. 26

৪৪ *আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ*, ১৯৭১, পুনৰ্মুদ্ৰণ পৃঃ৫৫।

৪৫ H. K. Barpujari : *Assam in the days of the Company*. 1980, p. 26

শাসনভাৰ লোৱাৰ পিছৰ পৰাহে। ১৮২৬ খ্ৰীষ্টাব্দৰ অক্টোবৰৰ মাহত ডেভিদ স্কট চাহাবে অধ্যাপকসকলক বেতন হিচাপে মাটি ভোগ কৰিবলৈ দিয়া পদ্ধতিৰে দেশীয় শিক্ষা ব্যৱস্থাৰ উন্নয়নৰ অৰ্থে চৰকাৰৰ অনুমোদন লাভ কৰিছিল। ইয়াৰ ফলত নামনি অসমৰ গুৱাহাটী, নীলাচল, পাতিদৰং, হাজো, বজালী, শিলা, বিশ্বনাথ, নগাঁও আৰু দেশ দৰঙৰ প্ৰত্যেকতে এখনকৈ আৰু ন-দুৱাৰত দুখন বিদ্যালয় পতা হৈছিল। এই বিদ্যালয়সমূহত পাঠ্যক্ৰম হিচাপে সংস্কৃত ভাষা আৰু প্ৰাচীন শাস্ত্ৰৰাজি গৃহীত হোৱাৰ প্ৰমাণ পোৱা যায়[৪৬]।

এইদৰে বিদেশী শাসকে অসমত নিজৰ খোপনি গজগজীয়া কৰাৰ পূৰ্বে দেশৰ আন্যান্য ঠাইত কৰাৰ দৰে ইযাতো পৰম্পৰাগত শিক্ষা পদ্ধতিৰ উন্নতিৰ ব্যৱস্থা কৰিছিল। কিন্তু যি কোনো কাৰণতে নহওক উপৰি উক্ত বিদ্যালয়বোৰ বৰ বেছি দিন জীয়াই নাথাকিল[৪৭]।

শিক্ষাৰ দৰে সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰতো একে ধৰণৰ অস্থিৰতা বিৰাজ কৰিছিল। বৰং ভাষা-সাহিত্যৰ পিনৰপৰা এইছোৱা কাল অন্ধকাৰাচ্ছন্ন বোলাহে উচিত। আনকি এই সময়ত (ঊনবিংশ শতিকাৰ প্ৰথম তিনিটামান দশক) সাহিত্য আৰু আন সুকুমাৰ কলাৰ সৃষ্টি অথবা চৰ্চা একেবাৰে নোহোৱাৰ নিচিনা বুলিয়ে আমাৰ পণ্ডিত-সমালোচকে মত আগবঢ়াইছে[৪৮]। এনে মন্তব্যৰ সত্যতা স্বীকাৰ কৰি লোৱাৰ পিছতো এষাৰ কথা উল্লেখ কৰিব লাগিব যে অপেক্ষাকৃতভাৱে কম হ'লেও সাহিত্য সৃষ্টি ইয়াৰ মাজতে হৈ আছিল। বিশেষকৈ পৰৱৰ্তী কালত উদ্ধাৰ হোৱা অসংখ্য অংকীয়া নাটৰ কিছুখিনি যে উক্ত কালছোৱাৰ ভিতৰত ৰচিত হৈ সত্ৰ-সত্ৰাধিকাৰৰ নাট ৰচনাৰ পৰম্পৰা ৰক্ষা কৰিছিল এনে মত যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত। প্ৰতিখন পুথি পৰীক্ষা নকৰাকৈ এইবোৰৰ ৰচনাকাল সম্পৰ্কে নিশ্চিত মন্তব্য দিয়া টান। সত্ৰ, নামঘৰ বা প্ৰাচীন পুথি সংগ্ৰহালয়ত ঊনবিংশ শতিকাত ৰচিত ভালেমান নাট সংৰক্ষিত হৈ আছে[৪৯]। হাতেলেখা

---

৪৬ H. K Barpujari · A Short History of Higher Education in Assam, 1826-1900 (Paper); *Cotton College Golden Jubilee Commemoration Volume*, 1951, pp. 1-2

৪৭ *Ibid.*, p. 9

৪৮ মহেশ্বৰ নেওগ ঃ *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, ১৯৬২, পৃ.২৭১. সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ.২৬৫

৪৯ ঊনবিংশ শতিকাত ৰচিত নাটৰ বাবে দ্ৰষ্টব্য ঃ মহেশ্বৰ নেওগ ঃ *উক্ত গ্ৰন্থ*, পৃঃ ২১৯-২২২; সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২৫৯-২৬১; কেশৱানন্দ দেৱ গোস্বামী ঃ *সত্ৰ-সংস্কৃতিৰ ৰূপৰেখা*, ১৯৭৩, পৃ.১০৫-১০৭; H. C. Bhattacharyya : *Origin and Development of the Assamese Drama and the Stage*, 1963, pp. 206-208

বুৰঞ্জীৰ ক্ষেত্ৰতো একে কথা প্ৰযোজ্য। ১৭০০-১৮৩০ খ্ৰীষ্টাব্দৰ ভিতৰত ৰচিত ভালেমান বুৰঞ্জী এতিয়াও অপ্ৰকাশিত অৱস্থাত সংৰক্ষিত হৈ আছে[৫০]।

কোম্পানীয়ে ৰাজ্য লোৱাৰ প্ৰথম ডোখৰতে কোনোবা অজ্ঞাতনামা কবিৰ মুখনিসৃত হৈছিল 'বৰফুকনৰ গীত'কেইটা। সাহিত্যৰ বুৰঞ্জীৰ বিশেষ মূল্যৱান সম্পদ এই কাহিনীগীত বা বেলাডখিনি ১৯২৪ খ্ৰীষ্টাব্দত উত্তৰ লক্ষীমপুৰ অঞ্চলৰ পৰা সংগ্ৰহ কৰি পুথিৰ আকাৰত প্ৰকাশ কৰা হয়[৫১]। ইয়াৰ পূৰ্বে প্ৰায় এশ বছৰ কাল বৰফুকনৰ গীতলানি মুখ বাগৰি মানুহৰ মাজত চলি আহিছিল।

ৰাজ্যখনৰ কলা-সংস্কৃতি আৰু চিন্তা-চৰ্চাৰ ক্ষেত্ৰত 'অন্ধকাৰময় যুগ' চলি থাকোঁতেই, ক্ৰমে হাউলি পৰা আহোম ৰাজত্বৰ বৰগছডাল উভালি নৌপৰোঁতেই ভাষাৰ বুৰঞ্জীত এটা যুগান্তকাৰী ঘটনা ঘটিল। ১৮১৩ খ্ৰীষ্টাব্দত কলিকতাৰ ওচৰৰ শ্ৰীৰামপুৰৰ পৰা 'ধৰ্মপুস্তক' নামেৰে বাইবেলৰ অসমীয়া অনুবাদ প্ৰকাশিত হ'ল*। লগে লগে অসমীয়া ভাষাৰ ছপাখানাৰ যুগলৈ উত্তৰণ ঘটিল।

বিশেষ লক্ষ্যণীয় এয়ে যে অসমীয়া ভাষাৰ প্ৰথম মুদ্ৰিত কিতাপখন প্ৰকাশ পালে ৰাজ্যৰ পৰিসীমাৰ বাহিৰৰ পৰাহে। এই যুগান্তকাৰী কাৰ্যৰ আঁৰত ঘাইকৈ জড়িত আছিল দুজন ব্যক্তি। তাৰে এজন নগাঁও কলিয় এৰৰ আত্মাৰাম শৰ্মা। আনগৰাকী সাত সাগৰ তেৰ নদী পাৰ হৈ অহা বৃটিছ মিছনেৰী ডঃ উইলিয়াম কেৰী।

অসমীয়া ভাষাই ছপাশাল গৰকি আহিল সঁচা। কিন্তু 'ধৰ্মপুস্তক' প্ৰকাশৰ সময়ত অসমত সাহিত্য-সংস্কৃতি চৰ্চাৰ বাবে পৰিবেশ নাছিল। এই কথা ইতিমধ্যে পাই অহা হৈছে। তৎকালীন মুষ্টিমেয় শিক্ষিত লোকৰ মাজত প্ৰথম অসমীয়া ছপা আখৰকেইটাই কিবা উৎসাহজনক প্ৰতিক্ৰিয়া সৃষ্টি কৰাৰো একো ইংগিত এতিয়ালৈ বিচাৰি পোৱা হোৱা নাই। কাৰণ অসম তেতিয়া চূড়ান্ত বিপৰ্যয়ৰ মাজত। এহাতে আভ্যন্তৰীণ কলহ আনহাতে মান সৈন্যৰ পাশৱিক অত্যাচাৰত জৰ্জৰিত সেইসময়ৰ শিক্ষিতচামেও উৎসাহ-উদ্দীপনা হেৰুৱাই পেলাইছিল। এই প্ৰসংগত সাহিত্যৰ বুৰঞ্জী ৰচকৰ মন্তব্য তাৎপৰ্যপূৰ্ণ : "এই যুগ পাতনিত অসমীয়া জাতি [illegible] অহা মানুহৰ দৰে আনন্দবিহীন আৰু উৎসাহশূন্য"[৫২]। এনে মানসিকতা আৰু ইয়াৰ ফলত সৃষ্টি হোৱা

---

৫০ সত্যেন্দ্ৰ নাথ শৰ্মা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ.২৫৩। এনে পুথি অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত হৈছে।

৫১ সূৰ্যকুমাৰ ভূঞা (সম্পাদিত) : *বৰফুকনৰ গীত*, ১৯৫৪, দ্ৰষ্টব্য : "সম্পাদকৰ নিবেদন"।

* 'ধৰ্মপুস্তক'ৰ বিস্তৃত আলোচনা তৃতীয় অধ্যায়ত পোৱা যাব।

৫২ ডিম্বেশ্বৰ নেওগ : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৫৬০

সাহিত্যৰ বিষয়ে চৰকাৰী কাৰ্যালয় আৰু বিদ্যালয়ৰপৰা অসমীয়া ভাষাৰ অপসাৰণ প্ৰসংগত বিস্তৃতভাৱে আলোচনা কৰা হ'ব।

ওপৰত দাঙি ধৰা তথ্যৰ আলোকত এনে সিদ্ধান্তলৈ আহিব পাৰি যে অষ্টাদশ শতাব্দীৰ শেষৰ দুটা দশক আৰু ঊনবিংশ শতাব্দীৰ অন্ততঃ তিনিটা দশক অসমৰ বাবে সৰ্বাত্মক বিপৰ্যয়ৰ কাল। সামাজিক-ৰাজনৈতিক-অৰ্থনৈতিক-সাংস্কৃতিক আদি সকলো ক্ষেত্ৰতে এই বিপৰ্যয় ছানি পৰিছিল। মোৱামৰীয়া বিদ্ৰোহ, মানৰ আক্ৰমণৰ দ্বাৰা নিষ্পেষিত অসমখনত কিবাকৈ প্ৰাণ ধাৰণ কৰাটোৱে অধিকাংশ লোকৰ লক্ষ্য আছিল। ৰাজনীতি, সমাজনীতি, তথা ভাষা-সাহিত্য-সংস্কৃতি সকলোতে নেতৃত্বৰ অভাৱ পৰিলক্ষিত হয়। সুবিধাৰ বাবে ছেগ চাই থকাসকলে স্থানীয়লোকৰ চেতনাহীনতাৰ সুযোগ পূৰ্ণমাত্ৰাই গ্ৰহণ কৰিছিল। জাতীয় চৈতন্যৰ অভাৱে আনি দিয়া প্ৰমাদ আঁতৰাবলৈ আমেৰিকাৰপৰা অহা মিছনেৰীৰ লগত হাত মিলাই কেইজনমান মহানুভৱ অসমীয়াই কেনেদৰে সংগ্ৰাম কৰিবলগীয়াত পৰিছিল সি ৰাজ্যখনৰ ইতিহাসৰ এক অবিস্মৰণীয় অধ্যায়।

## তৃতীয় অধ্যায়

# প্ৰাক্-অৰুণোদয় যুগৰ সাহিত্য

## (ক) খৃষ্টীয় সাহিত্য ঃ

### ৩.১ আধুনিক যুগৰ দুৱাৰ-ডলিত অসমীয়া ভাষা ঃ প্ৰথম মুদ্ৰিত অসমীয়া গ্ৰন্থ 'ধৰ্মপুস্তক'

ঊনবিংশ শতাব্দীৰ প্ৰথম কেইটামান দশক পৰ্যন্ত অৰ্থাৎ ভাষা-সাহিত্যৰ 'অন্ধকাৰ যুঁগ'লৈকে প্ৰাচীন অসমীয়া সাহিত্যৰ ক্ষীণ পৰম্পৰা প্ৰবাহিত হৈ আছিল। এইখিনি হ'ল বৈষ্ণৱোত্তৰ যুগৰ ৰচনা। পুথিখিনি আছিল হাতেলেখা। লেখা হৈছিল সাঁচিপাত, তুলাপাত, ভূৰ্জপত্ৰ আদিত। আনহাতে ৰজাঘৰীয়া আদেশ-নিৰ্দেশ-বিজ্ঞপ্তি আদি লিপিবদ্ধ হৈছিল সোণ,ৰূপ, তাম, কঁাহ, পিতল আদি ধাতু অথবা শিল, পোড়া কাকত, পোৰামাটি আদি পদাৰ্থত। হাতে লিখা অৱস্থাৰপৰা ভাষাটোৱে ছপাশাললৈ যোৱা অৱস্থাতে আধুনিক যুগৰ সূচনা বুলি সাধাৰণভাৱে ক'ব পাৰি।

আধুনিক যুগৰ আৰম্ভণি সম্পৰ্কে আন এটা দিশ বিবেচনাৰ যোগ্য। ই হ'ল সময়ৰ ভিন্নতা অথবা শাসকৰ পৰিবৰ্তন। ড০ বাণীকান্ত কাকতিয়ে ঊনবিংশ শতিকাৰ পত্তনকে অসমীয়া সাহিত্যত আধুনিক যুগৰ আৰম্ভণি বুলি কয়[১]। আনহাতে সাহিত্যৰ বুৰঞ্জী ৰচকসকলৰ অধিকাংশৰ মতে ১৮২৬ খ্ৰীষ্টাব্দহে আধুনিক যুগ-পত্তনৰ সীমাৰেখা[২]। প্ৰকৃততে এই সময়ৰপৰাই অসমীয়া সাহিত্যত মধ্যযুগীয় বৈশিষ্ট্যৰাজিৰ বিলুপ্তি ঘটিল। অকল সাহিত্যতে নহয়, অসমীয়া সমাজতো আধুনিক যুগৰ আৰম্ভণিৰ এয়ে সময় ; কাৰণ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে দেশ অধিকাৰ কৰাৰ পৰিণতি অকল ৰাজনৈতিক ক্ষমতা হস্তান্তৰতে সীমিত থকা নাছিল। শাসকৰ পৰিবৰ্তন অসমীয়া সমাজৰ

---

১ B. Kakati : *Assamese, Its Formation and Development*, 1962, p.-13

২ দেৱেন্দ্ৰনাথ বেজবৰুৱা ঃ *অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী*, ১৯১১, পৃ.৩৩১;
ডিম্বেশ্বৰ নেওগ ঃ *অসমীয়া সাহিত্যৰ বুৰঞ্জী*, ১৯৫৭, পৃ.৫৫৯;
সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ.২৬৯।

সামগ্ৰিক পৰিবৰ্তনৰো কাৰক হৈ পৰিল। প্ৰশাসন, শিক্ষা-দীক্ষা আৰু জীৱন ধাৰণৰ সমস্ত প্ৰক্ৰিয়াতে পৰিৱৰ্তনৰ সূচনা হ'ল। ইয়াণ্ডাবু সন্ধিৰ পিছৰপৰা অসমীয়া সমাজে নতুন যুগৰ নতুন দিনক আদৰণি জনাবলৈ প্ৰস্তুতি চলালে।

ইতিমধ্যে পাই অহা হৈছে যে ছপাশাল গৰকি অহা অসমীয়া ভাষাৰ প্ৰথম পুথি হ'ল ১৮১৩ খ্ৰীষ্টাব্দত শ্ৰীৰামপুৰ প্ৰেছৰপৰা প্ৰকাশিত বাইবেলৰ অনুবাদ 'ধৰ্মপুস্তক'খনি। অৰ্থাৎ খ্ৰীষ্টান ধৰ্মৰ মাহাত্ম্য প্ৰচাৰৰ সম্পৰ্কতহে অসমীয়া ভাষাই আধুনিক যুগত প্ৰৱেশ কৰিছে। মন কৰিবলগীয়া কথা যে আধুনিক যুগৰ স্বাক্ষৰ বহন কৰা অসমীয়া পুথিখন অসমত ইংৰাজ শাসন আৰু মিছনেৰীৰ প্ৰৱেশৰ পূৰ্বে ৰাজ্যৰ বাহিৰৰ, কলিকতাৰপৰা প্ৰায় ২৫ কিঃমিঃ দূৰৰ শ্ৰীৰামপুৰৰপৰাহে ওলাইছিল।

১৭৯৩ খ্ৰীষ্টাব্দৰ নবেম্বৰ মাহত ভাৰতলৈ অহা বৃটিছ মিছনেৰী ডঃ উইলিয়াম কেৰী (জন্ম — ১৭ আগষ্ট, ১৭৬১, মৃত্যু — ৯ জুন, ১৮৩৪ খ্ৰীঃ)য়ে ১৮০০ চনৰ ১০ জানুৱাৰীৰ দিনা ডেনিছ চৰকাৰৰ অধীনস্থ শ্ৰীৰামপুৰত মিছন স্থাপন কৰে[৩]। ইয়াৰ পিছত নিজৰ সহযোগী জে মাৰ্চমেন (১৭৬৮ — ১৮৩৭ খ্ৰীঃ) আৰু উইলিয়াম ৱাৰ্ড (১৭৬৯ — ১৮২৩ খ্ৰীঃ)ৰ সহযোগত বংগদেশত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰত মনোনিবেশ কৰে। কেৰী চাহাবে ইংৰাজীত বঙলা ভাষাৰ ব্যাকৰণ (১৮০১), বাংলা ইংৰাজী অভিধান (১৮১৫-১৮২৫) আদি ৰচনা কৰি বঙলা ভাষাৰ উন্নয়নৰ দিশত অৰিহণা আগবঢ়াই গৈছে। তদুপৰি ভাৰতত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ সুচলৰ বাবে এওঁ সকলোবোৰ প্ৰান্তীয় ভাষালৈ বাইবেল অনুবাদ কৰাৰ আঁচনি লৈছিল। এই আঁচনি ৰূপায়ণত সফল হোৱাৰ সাক্ষ্যও সাহিত্যৰ বুৰঞ্জীয়ে দিছে। ১৮১৩ খ্ৰীষ্টাব্দৰ ১৪ এপ্ৰিলৰ দিনাখন কেৰীয়ে লেখা চিঠি এখনৰপৰা জনা যায় যে তেতিয়ালৈ প্ৰাচ্যৰ ২৪ টা ভাষালৈ বাইবেলৰ ভাঙনি হৈ গৈছে অথবা ইয়াৰ কাম চলি আছে[৪]। সেই কাৰণে কোৱা হৈছে, শ্ৰীৰামপুৰ মিছন বংগদেশত খ্ৰীষ্টান ধৰ্মপ্ৰচাৰৰ কেন্দ্ৰৰূপে যিমানখিনি সফল হৈছে তাতকৈ ই ভাৰতৰ বিভিন্ন ভাষালৈ বাইবেল অনুবাদক আৰু অন্যান্য শ্ৰেণীৰ গ্ৰন্থৰ মুদ্ৰক আৰু প্ৰকাশকৰূপে বহু বেছি গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে[৫]।

অসমীয়া ভাষাৰ বাইবেল প্ৰকাশ কৰাত ডঃ কেৰীৰ প্ৰধান সহায়ক আছিল

---

৩ K. P. Sengupta : *The Christian Missionaries in Bengal* (1793-1833), 1971, p. 34; Sunil Kr. Chatterjee : *William Carey and Serampore* 1990, p. 5

৪ Quoted : K. P. Sengupta, *Ibid.*, p. 90

৫ অসিত কুমাৰ বন্দ্যোপাধ্যায় : *বাংলা সাহিত্যের ইতিবৃত্ত* (পঞ্চম খণ্ড), ১৯৮৫, পৃ.৪১৩

নগাঁও কলিয়াবৰৰ আত্মাৰাম শৰ্মা। এওঁ জগন্নাথ মন্দিৰ দৰ্শনৰ অন্তত প্ৰত্যাবৰ্তন কৰোঁতে ১৮০৩ খ্ৰীষ্টাব্দত শ্ৰীৰামপুৰ পাই তাত থাকি খ্ৰীষ্টান ধৰ্মত দীক্ষিত হয়[৬]। মানৰ দিনৰ পূৰ্বে আত্মাৰাম শ্ৰীৰামপুৰলৈ গৈ খ্ৰীষ্টান ধৰ্মত দীক্ষিত হৈ তাত বসতি কৰা আৰু বাইবেলৰ প্ৰকাশ কাৰ্যত কেৰী চাহাবক সাহায্য কৰাৰ বিষয়ে গুণাভিৰাম বৰুৱাই জানিবলৈ দিছে[৭]। আত্মাৰাম শৰ্মাৰ অন্য কিবা সাহিত্য কৰ্ম মুদ্ৰিত হৈ ওলাইছিলনে নাই, যদি ওলাইছিল তেন্তে কি প্ৰকৃতিৰ আছিল এই বিষয়ে জনাটো সম্ভৱপৰ নহয়। কিন্তু তেওঁ 'দুই চাৰিখন পুথি শ্ৰীৰামপুৰৰ বিষয়ে লেখা' আৰু এইবোৰ অপ্ৰকাশিত অৱস্থাতে লয় পোৱাৰ বিষয়ে সাহিত্যৰ বুৰঞ্জীৰচকে সন্তেদ দিছে[৮]।

১৮০৩ খ্ৰীষ্টাব্দত খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰাৰেপৰা কেৰী চাহাবৰ উদ্যোগত আত্মাৰাম বাইবেল অনুবাদ কৰ্মত প্ৰবৃত্ত হয়। কাম সম্পূৰ্ণ হোৱাৰ পিছত ১৮১০ খ্ৰীষ্টাব্দত পুথিখন ছপাশালত দিয়া হৈছিল। কিন্তু ১৮১২ খ্ৰীষ্টাব্দৰ ১১ মাৰ্চৰ সন্ধিয়া শ্ৰীৰামপুৰ ছপাশালত্ত ভয়ানক অগ্নিকাণ্ড হোৱাত আন আন সামগ্ৰীৰ লগতে যি চৈধ্যটা পূৰ্ব-ভাৰতীয় ভাষাৰ অক্ষৰ আৰু মূল্যবান পাণ্ডুলিপি ধ্বংসপ্ৰাপ্ত হয়[৯] তাৰ ভিতৰত অসমীয়া অনুবাদো আছিল। যি নহওক সকলো বাধা-বিঘিনি অতিক্ৰম কৰাৰ মূৰত ১৮১৩ খ্ৰীষ্টাব্দত 'ধৰ্মপুস্তক' নামেৰে ৮৬৪ পৃষ্ঠাত সম্পূৰ্ণ হোৱা বাইবেলৰ 'নিউ টেষ্টামেন্ট'ৰ অসমীয়া ভাঙনি পোহৰলৈ আহে। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে শ্ৰীৰামপুৰ প্ৰেছত বঙলা ভাষাত অনুবাদ কৰি প্ৰকাশ কৰা বাইবেলৰ 'নিউ টেষ্টামেন্ট' (১৮০১ খ্ৰীঃ) আৰু 'ওল্ড টেষ্টামেন্ট' (১৮৩২ খ্ৰীঃ) দুয়োখনকে 'ধৰ্মপুস্তক' নামেৰে নামকৰণ কৰিছে[১০]। ভাৰতৰ অন্য প্ৰাদেশিক ভাষাত বাইবেলৰ এই নাম ৰখা হৈছিল নে নাই সি অনুসন্ধান সাপেক্ষ।

## ৩.২ 'ধৰ্মপুস্তক'ৰ পূৰ্বৰ মুদ্ৰিত অসমীয়া পুথি

অসমীয়া ভাষাৰ প্ৰথম মুদ্ৰিত গ্ৰন্থখনৰ সমীক্ষা দাঙি ধৰাৰ আগতে এই গ্ৰন্থৰো পূৰ্বে শ্ৰীৰামপুৰ মিছনে অসমীয়া ভাষাত পুথি-পত্ৰ প্ৰকাশ কৰাৰ সম্ভাৱনীয়তা সম্পৰ্কে আলোচনাৰ অৱকাশ আছে। সুবৃহৎ কলেৱৰত নিবদ্ধ, ডিমাই আকাৰৰ ন-শ পৃষ্ঠাৰ

---

৬ বাণীকান্ত শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ.৩৮

৭ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৯৮-৯৯

৮ দেৱেন্দ্ৰ নাথ বেজবৰুৱা ঃ *উক্ত গ্ৰন্থ*, পৃ.৩৩৪

৯ James Culross : *William Carey*, pp. 160-161

১০ অসিত কুমাৰ বন্দ্যোপাধ্যায় ঃ *উক্ত গ্ৰন্থ*, পৃ.৪১৯

ওচৰা-উচৰি গ্ৰন্থ 'ধৰ্মপুস্তক' ছপোৱাৰ পূৰ্বে উক্ত মিছন কেন্দ্ৰই অসমীয়া ভাষাত খ্ৰীষ্টান ধৰ্ম সম্পৰ্কীয় পত্ৰ-পত্ৰিকা, ট্ৰেক্ট বা প্ৰচাৰ পুস্তিকা, বাইবেলৰ আংশিক অনুবাদ আদি ছপাই উলিওৱাৰ সম্ভাৱনা অস্বীকাৰ কৰিব নোৱাৰি। বিশেষকৈ ১৮০০ খ্ৰীঃত বঙলা ভাষাত ১২৫ পিঠীয়া 'মংগলসমাচাৰ মতীয়েৰ ৰচিত' নামেৰে ধৰ্ম গ্ৰন্থখনৰ আংশিক অনুবাদ উলিওৱাৰ[11] পিছতহে 'নিউ টেষ্টামেন্ট' আৰু 'ওল্ড টেষ্টামেন্ট'ৰ ভাঙনি ছপোৱা কাৰ্যই উপৰিউক্ত ধাৰণা শক্তিশালী কৰি তোলে। তদুপৰি "এই বুজন আকাৰৰ কিতাপখন মুদ্ৰিত হোৱাৰ আগেয়েও অসমীয়া ভাষাত আন কোনো সৰু কিতাপ বা বাইবেলৰ আংশিক মুদ্ৰণ একেবাৰে অসম্ভৱ নহয়"[12] বোলা মন্তব্যইও উপৰিউক্ত সম্ভাৱনাৰ সপক্ষে মত দিয়ে।

## ৩.৩ 'ধৰ্মপুস্তক'ৰ পৰ্যালোচনা ঃ

শ্ৰীৰামপুৰ কলেজৰ লগত সংলগ্ন 'কেৰী গ্ৰন্থাগাৰ আৰু সংগ্ৰহালয়'ত সংৰক্ষিত 'ধৰ্মপুস্তক'ৰ নামপত্ৰৰ তথ্যখিনি এনেধৰণৰ ঃ

ঈশ্বৰৰ সৰ্ব্ব বাক্য।
বিশেষত্ মানুহৰ তৰণৰে আৰু কাৰ্য্য সাধনৰে অৰ্থ
ঈশ্বৰে যিহক্ প্ৰেৌচিক কৰিচে।
সেয়েই
ধৰ্মপুস্তক
তাৰে অন্তভাগ্
সেয়ে আমাৰ্ প্ৰভুৰ্ আৰু তৰণ কৰোঁতা যিশু খ্ৰীষ্টৰ্
শুভ বাৰ্ত্তা।
গ্ৰীক ভাষাৰ্ পৰা তৰ্জ্জমা হুল্।
শ্ৰীৰামপুৰত ছাপ্ মাৰিলে।
ইংৰাজী ১৮১৩ শঁক্।

বৈশিষ্ট্যসমূহ ঃ

১। বুজন আকাৰৰ পুথি 'ধৰ্মপুস্তক'ৰ আখৰৰ গঢ় প্ৰায় অসমীয়া সাঁচিপতীয়া পুথিৰ আখৰৰ দৰে।

---

১১ *একেগ্ৰন্থ*, পৃ.৪১৫

১২ যতীন্দ্ৰ মোহন ভট্টাচাৰ্য্য ঃ প্ৰথম অসমীয়া মুদ্ৰিত গ্ৰন্থ (প্ৰবন্ধ) *অসমীয়া*, জুলাই ১৯৬৮, পৃ.২২০ (ক)

২। পুথিৰ আখৰ জোঁটনি আধুনিক অসমীয়াৰ ওচৰ চপা।

৩। ইয়াত উষ্ম বৰ্ণ শ, ষ, স তিনিওটাৰে প্ৰযোগ দেখা যায়।

৪। তালব্য চ, ছ দুয়োটা অক্ষৰৰ ব্যৱহাৰ চকুত পৰে।

৫। দন্ত্য 'ত'ৰ ঠাইত ব্যঞ্জন 'ৎ'ৰ ব্যৱহাৰ হৈছে, বৰং সপ্তমী বিভক্তিৰ চিন হিচাপে 'ৎ'ৰ প্ৰয়োগ কৰা বুলিলে অধিক ৰজিতা খাব।

৬। দন্ত্য, মূৰ্দ্ধণ্য দুযোটা 'ন'ৰ প্ৰযোগ লক্ষ্যণীয়।

৭। ইযাত হ্ৰস্ব, দীৰ্ঘ দুযোটা 'উ'ৰ প্ৰয়োগ দেখা যায।

৮। অৰ্দ্ধস্বৰ 'ৱ'ৰ প্ৰয়োগ এই পুথিত কম নহয।

৯। পুথিৰ ঠাযে ঠাযে 'অ' বা'আ'ৰ ঠাইত 'ও' ধ্বনি প্ৰযোগ কৰা হৈছে। যেনে ঃ– কাৰোণে, দোৱাৰা ইত্যাদি।

১০। আলোচ্যমান পুথিত অসমীযা জতুৱা ঠাঁচৰ ব্যৱহাৰ চকুতলগা।

যেনে ঃ– ওচৰৎ চাপিল (ওচৰ চপা অৰ্থত), কাবৌ কৰি, হেঁচা হেঁচী আদি।

১১। 'ধৰ্মপুস্তক' ছপোৱা কাগজ বৰ্তমানৰ কাকত নহয, ই তুলাপাতহে।

## ৩.৪ অসমীযা ভাষা-সাহিত্যৰ বুৰঞ্জীত 'ধৰ্মপুস্তক'ৰ স্থান

অসমীযা ভাষাৰ প্ৰথম মুদ্ৰিত গ্ৰন্থখনে ৰাজ্যৰ ভাষা-সাহিত্যৰ পণ্ডিত-সমালোচকসকলৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিব নোৱৰা বিষযত তৰ্কৰ স্থান নাই। এই গ্ৰন্থৰ বিষযে বিচাৰ বিশ্লেষণ প্ৰায শূন্যৰ ঘৰত। গ্ৰন্থখন দুষ্প্ৰাপ্য হৈ পৰাটোৱে ইযাৰ মুখ্য কাৰণ। কেইটামান যুক্তিৰ ফালৰপৰা আলোচ্যমান গ্ৰন্থ অসমীযা সাহিত্য-ভাণ্ডাৰৰ মূল্যবান সম্পদ। যেনে ঃ–

১। সুদীৰ্ঘকাল ধৰি পৰম্পৰাগতভাৱে ৰচনা কৰা হাতেলেখা পুথিৰ বিপৰীতে এই গ্ৰন্থই মুদ্ৰিত ৰূপ পৰিগ্ৰহ কৰিছে।

২। মধ্য যুগৰ পৰা চলি অহা ভক্তি-ধৰ্মৰ প্ৰাধান্যৰ সলনি 'ধৰ্মপুস্তক'ত দেখা যায এটা নতুন অথচ আচহুৱা বিষযৰ অৱতাৰণা।

৩। 'যি সময়ত কোনো অসমীযা ব্যাকৰণ নাছিল বা অসমীযা অভিধান নাছিল, আনকি কোনো মুদ্ৰিত কিতাপ নাছিল'[১৩] তেনে সময়তে এজন ব্যক্তিৰ সহযোগত বিদেশী মিছনেৰীৰদ্বাৰা সম্পাদিত হৈছে এই অনুবাদ কৰ্ম।

---

১৩ বাণীকান্ত শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ ৪০

'ধৰ্মপুস্তক' প্ৰকাশ হোৱাৰ পিছত ট্ৰেক্ট বা প্ৰচাৰ পুস্তিকা বাদ দিলে অসমীয়া ভাষাৰ দ্বিতীয় মুদ্ৰিত পুথিৰ নিদৰ্শন পাওঁ প্ৰথমখনৰ কুৰি বছৰৰ পিছত, ১৮৩৩ খ্ৰীষ্টাব্দত বাইবেলৰ ওল্ড টেষ্টামেন্টৰ অনুবাদ একে 'ধৰ্মপুস্তক' নামেৰে শ্ৰীৰামপুৰ প্ৰেছৰপৰা প্ৰকাশিত পুথিৰ মাজত। ৩৯ টা অধ্যায়ত সম্পূৰ্ণ হোৱা এই বৃহদাকাৰৰ গ্ৰন্থৰ পৃষ্ঠা সংখ্যা প্ৰায় ১২০০ (৭০০ + ৪৫২)[১৪]।

### ৩.৫ ট্ৰেক্ট বা প্ৰচাৰ পত্ৰিকা

সাহিত্যৰ বুৰঞ্জীত ট্ৰেক্ট বা প্ৰচাৰ পত্ৰিকাৰ বেছি মূল্য নাথাকিলেও প্ৰথম স্তৰৰ মুদ্ৰিত লেখা হিচাপে এইবোৰ আলোচনাৰ মেজলৈ আনিব বিচৰা হৈছে। মিছনেৰীসকলে সাধাৰণতে হিন্দু ধৰ্ম আৰু খুউব কম ক্ষেত্ৰত ইছলাম ধৰ্মৰ দোষ-ক্ৰটীসমূহ দৰ্শাই (তেওঁলোকৰ দৃষ্টিত ধৰা দিয়া মতে) কিছু প্ৰচাৰ পুস্তিকা ছপাই জনসাধাৰণৰ মাজত বিতৰণ কৰিছিল। অসমলৈ অহা প্ৰথম মিছনেৰী জেমছ্ ৰে-লৈকে এনে পুস্তিকা শ্ৰীৰামপুৰৰ পৰা পঠোৱাৰ উল্লেখ পোৱা যায়। এই মিছনৰ বঙলা ভাষাৰ প্ৰচাৰ পুস্তিকা প্ৰায় ৫০ খনৰ ওচৰা উচৰি[১৫]। কিন্তু শ্ৰীৰামপুৰ মিছনে অসমীয়া ভাষাত কিমান পুস্তিকা উলিয়াইছিল সেইবোৰৰ সংখ্যা কিম্বা পৰিচয় দিয়াটো দুঃসাধ্য। সেই মিছনৰে 'ডি বুঢ়ী আৰু ডেকা' শীৰ্ষক পুস্তিকাখনে জনতাৰ সমাদৰ পাইছিল[১৬]। ইয়াৰ বাহিৰে ১৮২২ খ্ৰীষ্টাব্দত 'পেন্টাটিউচ' নামৰ পুথি আৰু ১৮৩২ খ্ৰীষ্টাব্দত এখন বুৰঞ্জীকে ধৰি মুঠ তিনিখন অসমীয়া কিতাপ ছপাই উলিওৱা সম্পৰ্কে ইংগিত পোৱা গৈছে[১৭]।

## (খ) পত্ৰ আৰু আভিলৈখিক সাহিত্য

### ৩.৬ চন্দ্ৰকান্ত সিংহৰ চিঠি আৰু তামৰ ফলি

'ধৰ্মপুস্তক' গ্ৰন্থৰ প্ৰায় একে সময়ৰ অসমীয়া গদ্যৰ নিদৰ্শন সম্বলিত পত্ৰ এখনৰ সন্ধান পোৱা গৈছে[১৮]। ১৮১৫ খ্ৰীষ্টাব্দৰ নবেম্বৰ মাহত (৪ পুহ) আহোম ৰজা চন্দ্ৰকান্ত

---

১৪ এই গ্ৰন্থও দুষ্প্ৰাপ্য হৈ পৰিছে।

১৫ K. P. Sengupta : *op.cit.*, Appendix-B, pp.201-203

১৬ বাণীকান্ত শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃঃ ৪২

১৭ নন্দ তালুকদাৰ ঃ অসমীয়া ছপা কিতাপ আৰু ছপা যন্ত্ৰ (প্ৰবন্ধ), *অসম বাণী*, বিহু আৰু ৰূপালী জয়ন্তী সংখ্যা, ১৯৮০, পৃঃ৫৫

১৮ সুৰেন্দ্ৰ নাথ সেন (সম্পাদিত) ঃ *প্ৰাচীন বাংগালা পত্ৰ সংকলন*, ১৯৪২, চিঠি নং ১৪০ (ক), পৃঃ ১৭০-১৭২

সিংহই ৰংপুৰত থকা মুখ্য আয়ুক্তলৈ লেখা চিঠিখনৰ প্ৰথমাংশৰ ভাষা বঙলা। কিন্তু পিচৰ ছোৱাৰ ভাষা সন্দেহাতীত ভাৱে অসমীয়া। যি অক্ষৰৰ ওপৰত ৰেফ (´) দিয়া হৈছে তাত 'ঐ'-কাৰ দিলে সুন্দৰ অসমীয়া অৰ্থ ওলাই পৰে। তদুপৰি বঙলা ভাষাত 'ৱ' ধ্বনি নথকা বাবে তাৰ ঠাইত অন্য আখৰ ব্যৱহাৰ কৰি ভাৱ প্ৰকাশ কৰা হৈছে।

ইয়াৰ বাহিৰেও চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে ১৭৩৮ শক অৰ্থাৎ ১৮১৬ খ্ৰীষ্টাব্দৰ পৰা ১৭৪২ শক বা ১৮২০ খ্ৰীষ্টাব্দলৈকে দিয়া তামৰ ফলি আৰু কাকত মিলি আঠখন নথি আছে[১৯]। এইবোৰৰ প্ৰথমাংশৰ ভাষা সংস্কৃত, পিছৰ অংশ অসমীয়াত লেখা। উল্লিখিত নথিসমূহৰ সাহিত্যিক মূল্য যিয়েই নহওক, প্ৰাক্-অৰুণোদয় যুগৰ অসমীয়া ভাষাৰ নিদৰ্শন হিচাপে এইবোৰ স্বীকৃত হোৱাৰ যোগ্য।

## (গ) সত্ৰীয়া পৰিবেশ-পুষ্ট সাহিত্য

### ৩.৭ অংকীয়া নাট আৰু গীত

প্ৰাক্-অৰুণোদয় যুগৰ সাহিত্যৰ ভিতৰত আৰু এবিধ ৰচনা অন্তৰ্ভুক্ত কৰিব বিচৰা হৈছে। সেইবিধ হ'ল অংকীয়া নাট আৰু গীত-পদ। মহাপুৰুষ শংকৰদেৱৰ সময়ৰপৰা চলি অহা নাট ৰচনাৰ পৰম্পৰা ঊনবিংশ শতাব্দীৰ আদি ভাগত আহি পৰা বিপৰ্যয়ৰ মাজতো নিঃশেষ হৈ যোৱা নাছিল। হাতেলেখা অৱস্থাত থকা বাবে এইবোৰৰ ৰচনাকাল সঠিকভাৱে নিৰূপণ কৰা টান। সেয়েহে এই বিষয়ে বিস্তৃত আলোচনা নকৰি মাত্ৰ উল্লেখহে কৰা হ'ল। অসমীযা ভাষা-সাহিত্য আৰু নাট-ভাওনাৰ বুৰঞ্জীত স্থান পোৱা এনে অসংখ্য নাট বিভিন্ন সত্ৰ, গাঁৱলীয়া পুথিভঁৰাল, বিভিন্ন সংগ্ৰহালয়, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, কামৰূপ অনুসন্ধান সমিতি আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৃষ্ণকান্ত সন্দিকৈ গ্ৰন্থাগাৰত সংৰক্ষিত হৈছে। ঊনবিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধৰ ভিতৰত বা প্ৰাক্-অৰুণোদয় কালত এইবোৰৰ কিমানখিনি ৰচিত হৈছে সেই কথা ক'ব নোৱাৰি যদিও আলোচ্যমান কালছোৱাতো অংকীয়া নাট ৰচনাৰ ধাৰা প্ৰবাহিত হৈ থকাৰ বিষয়ে পণ্ডিত-গবেষকসকলৰ বিচাৰ বিশ্লেষণৰপৰা জানিব পাৰি[২০]। ৰজা, ৰাজ বিষয়া বা

---

১৯ মহেশ্বৰ নেওগ (সংক., সম্পা.) ঃ *প্ৰাচ্য শাসনাৱলী* দ্ৰষ্টব্য ১৯৭৪

২০ অপ্ৰকাশিত নাট্যাৱলীৰ বাবে দ্ৰষ্টব্য ঃ

মহেশ্বৰ নেওগ ঃ *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, ১৯৬২, পৃঃ২১৯

সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃঃ ২৫৯-২৬১

হৰিচন্দ্ৰ ভট্টাচাৰ্য্য ঃ *অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি*, ১৯৮৮, পৃঃ ৬৬-৬৭

কেশৱানন্দ দেৱগোস্বামী ঃ *সত্ৰ-সংস্কৃতিৰ ৰূপৰেখা*, ১৯৭৩, পৃঃ ১০৫-১০৭

সম্ভ্ৰান্ত ব্যক্তিৰ আদেশ-নিৰ্দেশ-পৃষ্ঠপোষকতাৰ উল্লেখৰপৰা এমুঠি নাটৰ ৰচনাকালৰ বিষয়েও ইংগিত পোৱা যায়।

অংকীয়া নাটৰ দৰে আলোচ্যমান কালছোৱাৰ ভিতৰত ৰচিত কিছুসংখ্যক গীত-মাতৰ বিষয়েও জানিব পৰা গৈছে[২১]।

### (ঘ) পৰম্পৰাগত বুৰঞ্জী সাহিত্য

### ৩.৮ মণিৰাম দেৱানৰ সাহিত্য কৰ্ম

শিৱসাগৰৰ ৰামদত্ত বৰুৱাৰ পুত্ৰ মণিৰাম দেৱান (১৮০৬-১৮৫৮) ভালেকেইটা কাৰণত ঊনবিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধৰ অসমৰ এজন আগশাৰীৰ ব্যক্তিৰূপে পৰিগণিত হৈছে। ১৮২৮ খ্ৰীষ্টাব্দত ইষ্ট-ইণ্ডিয়া কোম্পানীৰ অধীনত চিৰস্তাদাৰ বাব পোৱা মণিৰাম জীৱনৰ প্ৰথমছোৱাত চৰকাৰৰ বিশ্বস্ত আৰু অনুগত কৰ্মচাৰী আছিল। "পুৰন্দৰ সিংহই উজনি অসম ডোখৰ লালবন্দীকৈ পোৱাৰ পিঠত, মণিৰাম ৰজাৰ বৰভাণ্ডাৰ বৰুৱা হয় আৰু বৃটিছৰ পক্ষৰপৰা দেৱান পদবি পায়। ...... পুৰন্দৰ সিংহৰ ৰাজ্য গ'লত, মণিৰামক আকৌ গৱৰ্ণমেন্টৰ ফালৰপৰা 'আসাম কোম্পানী'ৰ দেৱান পতা হয়"[২২]। শাসনকৰ্তা সলনি হোৱাৰ লগে লগে মণিৰামৰ জীৱনলৈ নামি আহে ভাগ্য বিপৰ্যয় আৰু তেওঁ সা-সুবিধাবোৰ হেৰুৱাব লগাত পৰে। বৃটিছ ৰাজক ওফৰাই কন্দৰ্পেশ্বৰ সিংহক ৰাজপাটত বহুৱাবলৈ কৰা যত্নৰ ফলস্বৰূপে মণিৰামক ৰাজদ্ৰোহী বুলি গণ্য কৰা হয়। ইয়াৰ পৰিণতি স্বৰূপে বিচাৰৰ নামত ভেকোভাওনা পাতি ১৮৫৮ খ্ৰীষ্টাব্দত মণিৰামক ফঁচী দিয়া হয়।

মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱা ঘাইকৈ 'বুৰঞ্জী বিবেক ৰত্ন' শীৰ্ষক হাতেলেখা পুথিৰ বাবে সুপৰিচিত যদিও তেওঁৰ জীৱনী লেখক বেণুধৰ শৰ্মাই মণিৰামৰ সাহিত্য সৃষ্টি তথা সাহিত্য পৃষ্ঠপোষকতা সম্পৰ্কীয় ভালেমান সংবাদ পাঠক সমাজৰ আগত সদৰি কৰিছে। ইয়াৰ ভিতৰত 'বাৰভূঞা চৰিত্ৰ' আৰু 'ভক্তি প্ৰদীপ' নামৰ পুথি দুখন বিশেষভাৱে উল্লেখনীয়[২৩]। কিন্তু পুথিকেইখন বৰ্তমান বিলুপ্ত। গতিকে 'বুৰঞ্জী বিবেক

---

২১ মহেশ্বৰ নেওগ ঃ *একে গ্ৰন্থ*, পৃঃ ২০৬
সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *একে গ্ৰন্থ*, পৃঃ ২৬১-২৬২

২২ বেণুধৰ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃঃ ১৯৩

২৩ *একে গ্ৰন্থ* ঃ পৃঃ ২০২

ৰত্ন'ৰ আধাৰতে মণিৰাম দেৱানৰ সাহিত্য প্ৰতিভা বিচাৰ কৰা হ'ব।

মণিৰাম দেৱানে ১৮৩৮ খ্ৰীষ্টাব্দত যুগুতোৱা 'বুৰঞ্জী বিবেক ৰত্ন' বা 'অসম বুৰঞ্জী'ৰ দ্বিতীয় খণ্ডৰ পাণ্ডুলিপিটো অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে উত্তৰ গুৱাহাটীৰ পৰা সংগ্ৰহ কৰে[২৪]। মূল পাণ্ডুলিপিৰ লগত প্ৰয়াত উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে প্ৰস্তুত কৰা অনুলিপি এটাও বিভাগটোৱে একে সময়তে পাইছিল[২৫]। দুৰ্ভাগ্যবশতঃ কোনোবা সময়ত অশুভ হাত লাগি মূল পাণ্ডুলিপি অন্তৰ্দ্ধান হোৱাৰ পিছত লেখাৰুকৃত অনুলিপিটোহে বৰ্তমান সংৰক্ষিত হৈছে[২৬]।

অসমীয়া, বঙলা, সংস্কৃত আৰু ফাৰ্চী ভাষাত পাৰদৰ্শী মণিৰামৰ 'বুৰঞ্জী বিবেক ৰত্ন'ত অসমীয়া আৰু বঙলা দুয়োটা ভাষাৰে প্ৰয়োগ দেখা যায়। পুথিৰ পাত লুটিয়ালে ঠায়ে ঠায়ে যিদৰে সেই সময়ৰ নিভাঁজ অসমীয়া গদ্যৰ নিদৰ্শন দেখা পাওঁহক সেইদৰে বঙলা নমুনাৰো প্ৰাচুৰ্য আছে। এই কাৰণতে "বুৰঞ্জী বিবেক ৰত্নই অসমীয়া ভাষা-সাহিত্যত বেছি ঠাই দাবী নকৰে" বুলিও মত পোষণ কৰা হৈছে[২৭]। চৰকাৰৰ বিভিন্ন পদবিত কাৰ্যনিৰ্বাহ কৰা, তৎকালীন সমাজৰ এজন মুখিয়াল ব্যক্তি মণিৰাম দেৱানৰ অসমীয়া সমাজ আৰু সংস্কৃতিৰ সৈতে সম্বন্ধৰ বিষয়ে তেওঁৰ বুৰঞ্জীয়ে জানিবলৈ দিছে। সেয়েহে দেৱানৰ বুৰঞ্জীত অকল ৰাজনৈতিক বিষয় কিম্বা ৰজাৰ উত্থান-পতনৰ কাহিনীকে সামৰা হোৱা নাই। বৰং পুথিখন মধ্যযুগীয় অসমীয়া সমাজৰ এখন দাপোণ বুলিব পাৰি। এই দাপোণত প্ৰতিফলিত হৈছে প্ৰাচীন অসমৰ ধৰ্ম, সমাজ ব্যৱস্থা, জাতি, সম্প্ৰদায় আৰু ইয়াৰ শাখা-প্ৰশাখা, অসমৰ সত্ৰানুষ্ঠানৰ প্ৰতিষ্ঠা, ভাগৱতী বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ, অসমৰ শক্তি ধৰ্ম, মটক দৌৰাত্ম্য, মোৱামৰীয়া অভ্যুত্থান, মানৰ অত্যাচাৰ আদি বিগত দিনৰ অতি গুৰুত্বপূৰ্ণ বিষয়সমূহ। বুৰঞ্জীবিদ সূৰ্যকুমাৰ ভূঞাই পুথিৰ অন্তৰ্গত বিষয়বোৰক ২৬ টা শিতানত বিভক্ত কৰিছে[২৮]।

অসম বুৰঞ্জীৰ অতি কাৰুণ্যপূৰ্ণ অধ্যায় মানৰ আক্ৰমণ সংঘটিত হৈ যায় মণিৰামৰ কৈশোৰ-যৌৱন অৱস্থাতে । মানৰ পাশৱিক অত্যাচাৰৰ বৰ্ণনা মণিৰামে তেওঁৰ বুৰঞ্জীত অতি প্ৰাঞ্জলভাৱে দাঙি ধৰিছে। অসমৰ ল'ৰা-তিৰোতা, বুঢ়া-বুঢ়ী, উচ্চ-নীচ সকলোৰে ওপৰত চলা অবৰ্ণনীয় নিৰ্যাতনৰ চাক্ষুষ বিৱৰণ আলোচ্যমান

---

২৪ S. K. Bhuyan (ed) : *Bulletin No. 2*, D.H.A.S., 1934, p.54

২৫ *Ibid.*, p.55

২৬ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অনুলিপি নং-১০৮

২৭ মহেশ্বৰ নেওগ : *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, প্ৰাগুক্ত, পৃঃ ২৭৯

২৮ S. K. Bhuyan : *op.cit.*, p.54

গ্ৰন্থত পোৱা যায়[২৯]। এই বৰ্ণনাৰ জৰিয়তে আজিৰ চাম পাঠকেও সেই বিভীষিকাময় দিনৰ অবিকল চিত্ৰ এখন পোৱা বুলিলে সত্যৰ অপলাপ নহ'ব।

পুথিত আলোচিত বাকী বিষয়বোৰৰ ক্ষেত্ৰতো লেখকে অবিচাৰ কৰা নাই বুলিব পাৰি। সেয়েহে 'বুৰঞ্জী বিবেক ৰত্ন' সম্পৰ্কে সংক্ষেপে ইমানকে ক'ব পাৰি যে মধ্য আৰু শেষ মধ্যযুগীয় অসমীয়া সমাজৰ পূৰ্ণাংগ বুৰঞ্জী এখন ৰচনাৰ বাবে এই পুথিত বাৰে-বৰণীয়া সমল ৰাজি খুন্দ খাই আছে।

## ৩.৯ বিশ্বেশ্বৰ বৈদ্যাধিপৰ ৰচনা

প্ৰাক্-অৰুণোদয় কালৰ এজন উল্লেখযোগ্য লেখক হ'ল বিশ্বেশ্বৰ বৈদ্যাধিপ বা বিকাৰাম বেজবৰুৱা। এওঁ বৈষ্ণৱযুগীয় পদ-ছন্দৰ আৰ্হিত অসমৰ বুৰঞ্জী এখন ৰচনা কৰি গৈছে। ১৯৩১ খ্ৰীষ্টাব্দত শিৱসাগৰ জিলাৰ নামতি নামৰ ঠাইৰপৰা সংগৃহীত বুৰঞ্জীখনৰ জৰাজীৰ্ণ তথা অসম্পূৰ্ণ পাণ্ডুলিপিটো 'বেলিমাৰৰ বুৰঞ্জী' নাম দি দুতিৰাম হাজৰিকাৰ 'কলিভাৰত বুৰঞ্জী'ৰ লগত একেলগে 'অসমৰ পদ্য বুৰঞ্জী' নামেৰে প্ৰকাশ কৰি উলিওৱা হয়[৩০]। পুথিখনে মোটামুটিকৈ ১৭৯২ খ্ৰীষ্টাব্দৰ পৰা ১৮১৯ খ্ৰীষ্টাব্দমানলৈ সংঘটিত ঘটনাৰাজি সামৰিছে। সেইবাবে অসমৰ ৰাজনৈতিক বাতাৱৰণৰ লগত সংগতি ৰাখি পুথিৰ সেই নাম দিয়া হৈছে[৩১]।

'বেলিমাৰৰ বুৰঞ্জী'ত কবিৰ ব্যক্তিগত জীৱনৰ বিষয়ে তথ্যৰ অভাৱ। তথাপি এইখিনি জানিব পৰা গৈছে যে তেওঁৰ দৈৱজ্ঞ বা সূৰ্যবিপ্ৰ কুলত জন্ম। আমাৰ কবি বৈদ্য বৰুৱাৰ নাতিয়েক আৰু তেওঁৰ অন্য নাম আছিল বিকাৰাম। সম্পাদকে সিদ্ধান্তত উপনীত হৈছে যে পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ পৃষ্ঠপোষকতাত বিশ্বেশ্বৰে বুৰঞ্জী ৰচনাত প্ৰবৃত্ত হৈছিল[৩২]। পুথিৰ ৰচনাকাল সম্পৰ্কত সম্পাদকৰ সিদ্ধান্ত এয়ে যে ১৮৩৩ খ্ৰীষ্টাব্দৰ পৰা ১৮৪৬ খ্ৰীষ্টাব্দৰ ভিতৰত আলোচ্যমান পুথি যুগুতাই উলিওৱা হৈছে[৩৩]।

বিশ্বেশ্বৰৰ প্ৰতিপাদ্য বিষয়, উপস্থাপন পদ্ধতি, ছন্দ-অলংকাৰ আদি সকলোতে বৈষ্ণৱ যুগৰ কাব্যৰ প্ৰভাৱ বিদ্যমান। 'চন্দ্ৰকান্তৰ জগন্নাথ মূৰ্তি দৰ্শন' শীৰ্ষক

---

২৯ মণিৰাম দেৱান : *উক্ত গ্ৰন্থ*, ফলক ১৮৮ (ক)

৩০ সূৰ্য কুমাৰ ভূঞা (সম্পা.) : *অসমৰ পদ্য বুৰঞ্জী*, ১৯৩২

৩১ *Ibid*, p. (Introduction) XVI

৩২ *Ibid*, p. XVII

৩৩ *Ibid.*

বিৱৰণত প্ৰচিন অসমীয়া বস্ত্ৰ-অলংকাৰৰ পয়োভৰ চকুতলগা ঃ

মকৰ কুণ্ডল কৰ্ণে দেখিয়া সুবেশ।
তাৰ ৰশ্মি পাণ্ডুৰ প্ৰকাশে গণ্ডদেশ ॥

..............................

গলত প্ৰকাশ কৰে সাতশৰী হাৰ।
তাৰ মাজে শোভে মালা গজমুকুতাৰ ॥

..............................

অমোল্য ৰত্নৰ জ্বলে মেখলা কটিত ॥
প্ৰকাশ কৰয় আতি পাট-ভুনি পীত ॥
ৰত্নৰ কিংকণিগণে কৰে ৰুণজুন।
দখিণ পৰীতী পীত উত্তৰী নগুণ ॥[৩৪]

শংকৰদেৱ-মাধৱদেৱ বা তেওঁলোকৰ পৰবৰ্তী যিকোনো কবিৰ বৰ্ণনাৰ লগত বৈদ্যাধিপৰ লেখাৰ বিশেষ পাৰ্থক্য দেখা নাযায়। পিছে 'বেলিমাৰৰ বুৰঞ্জী'ৰ ঘাই বৈশিষ্ট্য ই নহয়। ব্ৰহ্মদেশীয় সৈন্যই অসমীয়া স্ত্ৰী-পুৰুষৰ ওপৰত চলাই যোৱা পাশৱিক অত্যাচাৰৰ সম্পূৰ্ণ বিৱৰণ দাঙি ধৰিবলৈ কোনো এজন অসমীয়া বুৰঞ্জীবিদেই যত্ন কৰা নাই। আলোচ্যমান লেখকগৰাকী তাৰ ব্যতিক্ৰম। মানৰ অত্যাচাৰৰ বৰ্ণনা দিয়া অতি সীমিত সংখ্যক সমসাময়িক নথিৰ ভিতৰত বিশ্বেশ্বৰৰ বুৰঞ্জী অন্যতম[৩৫]। তেওঁ কাব্যৰ দৰে কল্পনা নিৰ্ভৰশীল মাধ্যম লৈ ঐতিহাসিক সত্যৰ প্ৰতি কঠোৰ বিশ্বস্ততা বজাই ৰাখিবলৈ সক্ষম হৈছে[৩৬]। অসমৰ সমাজ জীৱনৰ নিকৰুণ অধ্যায় এটা ফট্‌ফটীয়াকৈ দাঙি ধৰিব পৰাটোৱে হৈছে বৰ্তমান বুৰঞ্জীৰচকৰ প্ৰধান সাফল্য।

## ৩.৬ কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জী

পুৰন্দৰ সিংহ ইষ্ট-ইণ্ডিয়া কোম্পানীৰ কৰতলীয়া ৰজা হোৱাৰ পিছত তেওঁৰ ৰাজসভাসদ কাশীনাথ তামুলী ফুকন দ্বিজে স্বৰ্গদেৱৰ আদেশমতে 'আসাম বুৰন্‌জি পুথি' লিখি ৰাধানাথ বৰবৰুৱাৰ দ্বাৰা সংশোধন কৰাই লয়। শিৱসাগৰৰ আমেৰিকান বেপ্টিষ্ট মিছন প্ৰেছে ১৮৪৪ খ্ৰীষ্টাব্দত ছপোৱা পুথিখন ৰচনাৰ বছৰটো নিশ্চিতভাৱে জনা নাযায়। প্ৰচিন অসমীয়া পুথিৰ প্ৰথম সংগ্ৰাহক, অসমীয়া খ্ৰীষ্টীয় সাহিত্যৰ ত্ৰিমূৰ্তিৰ

৩৪ *Ibid*, p. 247

৩৫ *Ibid*, p. XIX

৩৬ *Ibid*, p. XX

অন্যতম নাথান ব্ৰাউনৰ দ্বাৰা এই পুথিৰ 'প্ৰেছকপি' প্ৰস্তুত হৈছিল। ব্ৰাউনৰ নিজৰ কথাত — 'এজন বিদ্যান পণ্ডিতে যুগুত কৰা অসমৰ থলুৱা বুৰঞ্জী এখন ছপাশালৰ বাবে প্ৰস্তুত কৰা কামত মই দুই-এসপ্তাহৰ বাবে ব্যস্ত আছোঁ। পুথিৰ প্ৰকাশক (শিৱসাগৰ জিলা) দণ্ডাধীশ কেপ্তেইন ব্ৰোডীয়ে ইয়াৰ খৰচ বহন কৰিব'[৩৭]। অসমত কোম্পানী শাসনৰ প্ৰথম ছোৱাত যিসকল শিক্ষিত অসমীয়া লোকে আধুনিক দৃষ্টিভংগীৰে ৰাজ্যৰ ইতিহাস প্ৰণয়নত মনোনিবেশ কৰিছিল কাশীনাথ তামুলী ফুকন সেইসকলৰ অন্যতম। আকৌ অসমীয়া ভাষাত ৰচনা কৰা এইখনেই প্ৰথম মুদ্ৰিত বুৰঞ্জী।

'ইন্দ্ৰবংসি আসাম মহাৰজাসকলৰ বিৱৰন' লিপিবদ্ধ কৰিবলৈ লোৱা তামুলীফুকনে তেওঁৰ বুৰঞ্জীখনত অকল যে আহোম ৰাজত্বৰ ছশবছৰীয়া শাসনকালৰ কথাকে সামৰিছে এনে নহয়। পুথিৰ মাজে মাজে অসমৰ সামাজিক দস্তুৰ, প্ৰচলিত পৰম্পৰা আদিয়েও ভুমুকি মাৰিছে। এনে মন্তব্যৰ চকুতলগা প্ৰমাণ হ'ল বুৰঞ্জীখনৰ ৭ম অধ্যায়ৰ কিঞ্চিদধিক প্ৰথম দুই পৃষ্ঠাৰ বৰ্ণনাখিনি। এই অংশৰ উপজীব্য হৈছে স্বৰ্গদেৱে মহন্তসকলৰপৰা নিৰ্মালি লোৱা পদ্ধতি। ৰজাই ক'ত কেনেদৰে বহি সত্ৰৰ গোসাঁই, মহন্তসকলৰপৰা নিৰ্মালি লয় আৰু তেৰাসকলে কেনেকৈ দিয়ে তাৰ সবিশেষ এই বিৱৰণত পোৱা যায়[৩৮]। সেইদৰে "আসাম দেসৰ ডাঙ্গৰিয়াগান প্ৰভ্ৰিতি বিষয়াৰ নিবন্ধ" শীৰ্ষক ষষ্ঠ অধ্যায়ত ৰাজচ'ৰাত ডা-ডাঙৰীয়াসকলৰ স্থান আৰু মৰ্যদাৰ কথা কোৱাৰ প্ৰসংগত সেইকালৰ ডা-ডাঙৰীয়াসকলে ব্যৱহাৰ কৰা অসংখ্য ঘৰুৱা সামগ্ৰীৰ নাম অন্তৰ্ভুক্ত হোৱা দেখা গৈছে[৩৯]। একেদৰে অসমৰ দ'ল-দেৱালয়, মঠ-মন্দিৰ আদিৰ প্ৰতিষ্ঠা আৰু এইবোৰৰ পৰিচালনা, ৰজাঘৰৰ পৃষ্ঠপোষকতা আদি ভালেমান বিষয়ৰ অনেক গুৰুত্বপূৰ্ণ সংবাদ আলোচ্যমান বুৰঞ্জীত সন্নিবিষ্ট হোৱাটো সন্তোষৰ কথা। সেই দিশৰপৰা প্ৰাক্-অৰুণোদয় যুগত প্ৰকাশিত 'আসাম বুৰন্‌জি পুথি' এখন মূল্যবান বুৰঞ্জী।

---

৩৭ Brown's Journal, 21st January, 1842, Quoted; H. K. Barpujari : *The American Missionaries & North East India*, 1986, pp.161-162; E. W. Brown : *The Whole World Kin*, 1890, p.417

৩৮ কাশীনাথ তামুলীফুকন : *আসাম বুৰন্‌জি পুথি*, ১৯০৬, পৃঃ ৯৭-৯৯

৩৯ *একে গ্ৰন্থ*, পৃ. ৭৯-৯৬

## চতুৰ্থ অধ্যায়

# অসমত বঙলা ভাষা প্ৰবৰ্তন আৰু অসমীয়া ভাষাৰ পুনৰ্বাসন

### ৪.১ অসমত বঙলা ভাষা প্ৰবৰ্তনৰ পটভূমি :

আধুনিক যুগৰ অসমীয়া ভাষা-সাহিত্যৰ বিষয়ে আলোচনা কৰিবলৈ গ'লে যিদৰে মোৱামৰীয়া বিদ্ৰোহ, মানৰ আক্ৰমণ, ইষ্ট-ইণ্ডিয়া কোম্পানীৰদ্বাৰা অসমৰ শাসনভাৰ গ্ৰহণ আদি প্ৰসংগ আহি পৰে সেই একেদৰে উত্থাপিত হ'বলগীয়া আন এটা বিষয় হ'ল অসমত থলুৱা ভাষা অসমীয়াৰ পৰিবৰ্তে বঙলা ভাষাৰ প্ৰচলন। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৪-১৯৩৮)ই অসমত বঙলা ভাষা চলোৱা কাৰ্য নানা উপমা-পটন্তৰ দি বুজোৱাৰ পিছত কৈছে, "অসমীয়া ভাষা আৰু সাহিত্যৰ পিঠিত এই ঢকাটো বাঘঢকা"[১]। কথাষাৰ যথাৰ্থতে সঁচা। চৰকাৰৰ এনে ভুল সিদ্ধান্তৰ পৰিণতিস্বৰূপে ৰাজ্যখনৰ ভাষাটোৱে যি ক্ষতিৰ সন্মুখীন হ'বলগীয়া হৈছিল সেই ক্ষতি বঙলা ভাষা চলা সময়ছোৱাতে সীমিত নাছিল, বিগত শতাব্দীৰ অৱশিষ্ট কালছোৱাতো ই প্ৰভাৱ বিস্তাৰ কৰিছিল। ঊনবিংশ শতিকাৰ শেষ দশকত সাহিত্য চৰ্চাত আত্মনিয়োগ কৰা পদ্মনাথ গোহাঞিবৰুৱা (১৮৭১-১৯৪৬)ৰ লেখাত তাৰ প্ৰতিফলন ঘটিছে এনেদৰে,— "স্বীকাৰ কৰোঁ পোনতে সাহিত্যিক চৰ্চাৰ ফালে স্বাভাৱিক ধাউতি হওঁতে, মোৰ এই মূৰে বংগালী ভাষাত ভাবিবলৈ আৰু এই হাতে বংগালী ভাষাত লিখিবলৈ শিকিছিল"[২]। আনকি বৰ্তমান শতিকাৰো প্ৰথম দুই দশকমানলৈকে সেই ভাষাৰ প্ৰভাৱ চলি আছিল। ভাষা-সাহিত্যৰ লগত জড়িতসকলৰ বাবে ই নতুন সংবাদ নহয়।

কোম্পানীয়ে অসমৰ শাসনভাৰ লোৱাৰ সময়ত প্ৰশাসনৰ বিভিন্ন কাৰ্য চলাবলৈ যিখিনি মানুহ আমদানি কৰিছিল তেওঁলোক আছিল ৰাজ্যৰ বাহিৰৰ চিলেট, ৰংপুৰ আদি ঠাইৰ[৩]। ইতিমধ্যে ইংৰাজ শাসনৰ লগত পৰিচিত তথা ইংৰাজৰ প্ৰিয়পাত্ৰ এইচাম মানুহ নিজ স্বাৰ্থৰ প্ৰতি সচেষ্ট আছিল। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে চিলেট, ৰংপুৰ আদি ঠাইৰপৰা অহা কেৰাণী আমোলাসকলৰ প্ৰতি বৃটিছ প্ৰশাসকৰ

১ *বেজবৰুৱা গ্ৰন্থাৱলী*, ১৯৮৮, ২য় খণ্ড, পৃ.১৮৫৪

২ পদ্মনাথ গোহাঞি বৰুৱা : *মোৰ সোঁৱৰণী*, ১৯৭১, পৃ.২৭

৩ H. K. Barpujari : *"A Short History of Higher Education in Assam"*, *op.cit*, p.6

বিশেষ প্ৰীতি বৰ্তমান শক্তিকালৈকে অটুট থকাৰ বিষয়ে তথ্য-পাতিয়ে জানিবলৈ দিয়ে[৪]। নিজৰ সুবিধাৰ বাবে এই কৰ্মচাৰীসকলে অসমত বঙলা ভাষা চলোৱাৰ প্ৰচেষ্টা অব্যাহত ৰাখিছিল। ১৮৩০ খ্ৰীষ্টাব্দত ডেভিদ স্কটৰ উদ্যোগত জেমছ্ ৰে নামৰ মিছনেৰীজনে প্ৰতিষ্ঠা কৰা কোম্পানীৰ অধীনৰ প্ৰথম শিক্ষানুষ্ঠান 'গৌহাটী মিছন স্কুল'ত ইংৰাজীৰ লগতে বঙলা ভাষাক স্থান দিয়াৰ সাক্ষ্য পোৱা যায়[৫]। তৎকালীন অসমৰ সীমিত সংখ্যক শিক্ষিত ব্যক্তিয়ে পিছ দুৱাৰেদি বঙলা ভাষা সুমোৱাৰ বিষয়ে গমেই পোৱা নাছিল। গতিকে চাহাবসকলৰ প্ৰিয়পাত্ৰ এইচাম আমোলা-মহৰীৰ যোগেদি অসমত বঙলা ভাষা চলোৱাৰ অনানুষ্ঠানিক প্ৰক্ৰিয়া ইতিমধ্যে আৰম্ভ হৈছিল।

কোম্পানীয়ে অসমত বঙলা ভাষা চলোৱাৰ কাৰণ সম্পৰ্কত একাধিক ব্যাখ্যা উত্থাপিত হোৱা দেখা যায। বেছিভাগ পণ্ডিত, গৱেষক তথা সাহিত্যৰ বুৰঞ্জীকাৰকে সেই সময়ত প্ৰশাসনৰ লগত যোগদান কৰা বঙালী আমোলা-মহৰীসকলৰ সুবিধাবাদী মনকে জগৰীয়া কৰে। লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে অনেক কৃতবিদ্য লোকক এই শ্ৰেণীত অন্তৰ্ভুক্ত কৰিব পাৰি। আনহাতে এনে মতো আগবঢ়োৱা হৈছে — "প্ৰশাসনীয় সুবিধাৰ হেতু বৃটিছ চৰকাৰে প্ৰকাশ্য কিম্বা গোপনভাৱেই অসমৰ কাছাৰী আৰু স্কুলবিলাকত বঙলা ভাষা প্ৰবৰ্তন কৰে, আমোলাবিলাকে প্ৰবৰ্তন কৰা নাই"[৬]। দুয়োটা মতবাদ চালি জাৰি চাই এনে সিদ্ধান্তলৈ আহিব পাৰি যে বঙালী আমোলা-মহৰীসকলৰ সুযোগসন্ধানী দৃষ্টি, অসমৰ জনসাধাৰণৰ অজ্ঞতা আৰু চৰকাৰৰ প্ৰশাসনীয় কামকাজ সুচলভাৱে চলোৱাৰ অভিপ্ৰায়ৰ ফলত অসমত অসমীয়া ভাষাৰ সলনি বঙলা ভাষাৰ প্ৰতিষ্ঠা হ'ল। এই সম্পৰ্কত আচাৰ্য সুনীতিকুমাৰ চট্টোপাধ্যাযৰ পৰ্যালোচনা সুচিন্তিত তথা গ্ৰহণযোগ্য ঃ

> যিহেতু তিনি পুৰুষমান ধৰি অসমে প্ৰশাসনত ভাগ ল'ব পৰাকৈ ইংৰাজী জনা মানুহ যোগান ধৰিব পৰা অৱস্থাত নাছিল সেইবাবে বংগদেশৰপৰা এটা বুজন সংখ্যক কেৰাণী আৰু সৰু বিষয়াৰ দল বৃটিছ শাসনৰ লগে লগে অসমলৈ আহিছিল। তেওঁলোকৰ তাগিদাতে আৰু কিছু পৰিমাণে কামবিলাক উজু কৰাৰ স্বাৰ্থতো বৃটিছ চৰকাৰে অসমৰ প্ৰশাসন আৰু বিদ্যালয়ত বঙলাক দ্বিতীয় ভাষা হিচাপে প্ৰতিষ্ঠা কৰিলে[৭]।

---

৪ বেণুধৰ শৰ্মা ঃ *অৰ্ঘাৱলী*, ১৯৭০, পৃঃ৩

৫ বাণীকান্ত শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৫

৬ হেৰম্বকান্ত বৰপুজাৰী ঃ *আমেৰিকান মিছনেৰীসকল আৰু ঊনবিংশ শতিকাৰ অসম*, ১৯৮৩, পৃঃ৩৮

৭ S.K.Chatterjee : *The Place of Assam in the History and Civilisation of India*, 1955, p 78

এই সম্পৰ্কত অন্য এটা প্ৰশ্নও বিবেচনাযোগ্য। ই হ'ল মানৱ আক্ৰমণে নিঃশেষ কৰি থৈ যোৱা ৰাজ্যখন নকৈ গঢ়াৰ বেলিকা শাসকসকলে ইয়াত চলাবলগীয়া ভাষা সম্পৰ্কত পাব পৰা নিদৰ্শনৰ প্ৰশ্নটো। কোম্পানীৰ বিষয়াসকলৰ ওচৰত অসমত প্ৰচলিত ভাষাৰ নিদৰ্শন আছিল শ্ৰীৰামপুৰ প্ৰেছে প্ৰকাশ কৰা, সংস্কৃত শব্দেৰে ভাৰাক্ৰান্ত 'ধৰ্মপুস্তক'খনি, সীমিত সংখ্যক প্ৰচাৰ পুস্তিকা কিম্বা সম্ভ্ৰান্ত অসমীয়াৰ সাহিত্য কৰ্ম – হলিৰাম ঢেকিয়াল ফুকনৰ বঙলা ভাষাত লেখা 'আসাম বুৰঞ্জি' (১৮২৯ খ্ৰীঃ) খনিহে।[৮] গতিকে ১৮৩৬ খ্ৰীষ্টাব্দত তেওঁলোকে অসমৰ অফিচ আদালত আৰু স্কুলৰপৰা অসমীয়া ভাষা উঠাই দি বঙলা ভাষাৰ প্ৰচলন আৰম্ভ কৰিলে[৯]। অকল সেয়ে নহয়, সমগ্ৰ দেশতে ভাষা সম্পৰ্কীয় যি নীতি চলোৱা হৈছিল অসমৰ ক্ষেত্ৰত তাকো প্ৰয়োগ কৰা নহ'ল। ১৮৩৭ খ্ৰীষ্টাব্দৰ আইন আৰু দণ্ডবিধিৰ ৩৩৭ ধাৰামতে দেৱানী আৰু ৰাজহ বিষয়ত প্ৰাদেশিক ভাষা অসমীয়া চলাব লাগিছিল যদিও অসমত চলিল বঙলাহে[৯]। এনেদৰে আধুনিক যুগৰ দুৱাৰডলি পাৰ হওঁতে-নৌহওঁতেই অসমীয়া ভাষা সাহিত্যৰ গাত এটা প্ৰচণ্ড আঘাত পৰিল। সেয়েহে কোৱা হৈছে, "আলহী বঙলায়েই অসমীয়াৰ ঘৰঘৰ অধিকাৰ কৰিলে; আৰু অসমীয়া গৃহস্থ হৈও আলহীহে হ'ল"[১০]।

## ৪.২ আমেৰিকান মিছনেৰীসকলৰ অসম আগমন ঃ

অসমীয়া জাতিৰ বাবে পৰম সৌভাগ্যৰ বিষয় যে যি বছৰত ৰাজ্যৰ ভাষাটো শিক্ষানুষ্ঠান আৰু চৰকাৰী কাৰ্যালয়ৰপৰা বহিষ্কৃত হ'ল সেই একে বছৰতে খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ কৰাৰ অৰ্থে এই ঠাইলৈ আমেৰিকান বেপ্তিষ্ট মিছনেৰীসকলৰ আগমন ঘটিল। তেওঁলোক অৱশ্যে স্বেচ্ছাই অসমলৈ ধৰ্ম প্ৰচাৰৰ বাবে অহা নাছিল। অসমলৈ বেপ্টিষ্ট মিছনেৰীৰ আগমনৰ মূলতে আছিল গুৱাহাটীত থকা গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট কেপ্তেইন ফ্ৰান্সিছ জেনকিন্স। ১৮৩৪ খ্ৰীষ্টাব্দত তেওঁ কলিকতাস্থ ইংৰাজ বেপ্তিষ্ট মিছনেৰী ৰেঃ ডব্লিউঃ এইচ পিয়াৰ্চ আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিষয়া মিঃ ই.চি.ট্ৰেভেলিয়ানলৈ পঠোৱা পত্ৰৰ ফলস্বৰূপে ব্ৰহ্মদেশৰ মৌলমেনত থকা মিছনেৰী অসমলৈ অহাৰ পথ সুগম হৈ পৰিছিল[১১]। জেনকিন্সৰ আমন্ত্ৰণ আৰু আমেৰিকাৰ

---

৮ B. K. Baruah : *History of Assamese Literature*, 1964, p. 104

৯ ডিম্বেশ্বৰ নেওগ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৫৫৯

১০ বেণুধৰ শৰ্মা ঃ অসমীয়া ভাষাক ৰাজমুক্ত কৰাৰ আদিপৰ্ব (প্ৰ), তিলক চন্দ্ৰ মজুমদাৰ সম্পাদিত '*সুবীয়া সুৱদি মাত*', ১৯৭৩, পৃ. ৫৮

১১ W. Gammel : *History of the American Baptist Missions*, 1850, p. 212

মিছন বোৰ্ডৰ অনুমোদনক্ৰমে দুই বছৰ ধৰি ব্ৰহ্মদেশীয় ভাষা অধ্যয়ন কৰি থকা নাথান ব্ৰাউন আৰু পূৰ্বাঞ্চলৰ ভাষা মুদ্ৰণত অভিজ্ঞ অলিভাৰ কাটাৰ শদিয়া মিছন স্থাপনৰ উদ্দেশ্যে ১৮৩৫ খ্ৰীষ্টাব্দৰ চেপ্তেম্বৰ মাহত সপৰিয়ালে কলিকতাত উপস্থিত হয়[১২]। তাত কিছুদিন বিশ্ৰাম লোৱাৰ পিছত দুয়োটা পৰিয়ালে পুনৰ ব্ৰহ্মপুত্ৰয়েদি শদিয়া অভিমুখে যাত্ৰা কৰে। নাৱেৰে এক দীঘলীয়া, আমনিদায়ক আৰু সময়ে সময়ে বিপদজনক হৈ পৰা ভ্ৰমণ সমাপ্ত কৰি ১৮৩৬ খ্ৰীষ্টাব্দৰ ২৩ মাৰ্চত তেওঁলোকে শদিয়া পালেহি[১৩]। আয়ুক্ত জেন্‌কিন্সে দিয়া চৰ্তানুসৰি তেওঁলোকে লগত অন্যান্য আৱশ্যকীয় সা-সামগ্ৰীৰ উপৰিও এটা ছপাশাল লৈ আহিছিল। চীনকে ধৰি মধ্য এছিয়াত বাস কৰা স্থানসকলৰ বাসস্থান বুলি ভাবি অহা শদিয়াত উপস্থিত হোৱাৰ পিছত তেওঁলোকৰ চীন সম্ৰাজ্যত খ্ৰীষ্টৰ বাণী প্ৰচাৰ কৰাৰ সপোন মষিমূৰ হ'ল। গতিকে অসমীয়া মানুহ তথা শদিয়াৰ মিশ্ৰিত জনগোষ্ঠীৰ মাজত তেওঁলোকে ধৰ্ম প্ৰচাৰত মনোনিবেশ কৰিলে। ইতিমধ্যে ১৮৩৬ খ্ৰীষ্টাব্দৰ ১৭ অক্টোবৰত ৰেঃ মাইলছ্ ব্ৰন্সন আৰু ৰেঃ জেকব টমাছ অসমৰ মিছনেৰী নিযুক্ত হৈ ১৮৩৭ খ্ৰীষ্টাব্দৰ ১১ এপ্ৰিলত কলিকতাত উপস্থিত হ'ল[১৪]। ভৰ বাৰিষা ব্ৰহ্মপুত্ৰেৰে উজাই আহোঁতে বিশ্বনাথ ঘাট পাৰ হোৱাৰ পিছত ব্ৰন্সন অসুস্থ হৈ পৰাত তেওঁৰ বাবে শদিয়াৰপৰা ঔষধ আনিবলৈ এখন সৰু নাও লৈ আগবাঢ়ি গ'ল জেকব টমাছ। দুৰ্ভাগ্যবশতঃ নৈ পাৰৰ গছ উভালি নাৱত পৰাত তেওঁৰ শোকাবহভাৱে মৃত্যু ঘটে। ইয়াৰ পিছত ব্ৰন্সন পৰিয়াল আৰু টমাছৰ বিধবা পত্নী পাচঁ জুলাইৰ দিনা শদিয়াত উপস্থিত হয়[১৫]।

প্ৰকৃততে অসমলৈ যাত্ৰা কৰাৰেপৰা কেবা বছৰলৈ মিছনেৰীসকলক দুৰ্যোগে এৰা দিয়া নাছিল। অন্যান্য অথন্তৰৰ উপৰিও শদিয়াত এওঁলোকে পৰ্বতীয়া জাতিবিলাকৰ পৰা অশান্তিৰ সন্মুখীন হোৱাত লক্ষীমপুৰ জিলাৰ জয়পুৰলৈ গুচি আহিবলগীয়া হয়[১৬]। মিছনেৰীসকলৰ আগমন কালত জয়পুৰৰ অৱস্থা আছিল জয় জয় ময় ময়[১৭]। যি নহওক, জয়পুৰতো আঁচনি অনুযায়ী কাম কৰিব নোৱৰাত ভৈয়াম অঞ্চলকে লক্ষ্য স্থান কৰি এওঁলোকে কেইবছৰমানৰ ভিতৰতে ক্ৰমে শিৱসাগৰ, নগাঁও আৰু গুৱাহাটীত আস্থান স্থাপন কৰে। পৰবৰ্তী কালত শিৱসাগৰ মুখ্য আস্থান হিচাপে পৰিগণিত হয় আৰু তিনিওখন ঠাই তেওঁলোকৰ কৰ্মস্থলী হৈ পৰে।

---

১২ *Ibid.*, p. 213

১৩ F. S. Downs . *The Mighty Works of God*, 1971. p.18

১৪ W.Gammel, *op.cit.*, p. 214

১৫ V.H.Sword: *Baptists in Assam, A Century of Missionary Service 1836-1936*, 1935, p. 55

১৬ F.S. Downs: *op.cit.*, p. 21

১৭ বেণুধৰ ৰাজখোৱা : *মোৰ জীৱন দাপোণ*, ১৯৬৯, পৃ. ২২

৪.৩ অসমীয়া ভাষা-সাহিত্যলৈ মিছনেৰীসকলৰ অৱিহণা ঃ

মিছনেৰীৰ নীতি হ'ল স্থানীয় জনসাধাৰণৰ লগত মিলি, তেওঁলোকৰ ভাষা আয়ত্ত কৰি শিক্ষাদানৰ যোগেদি ধৰ্ম প্ৰচাৰ কৰা। অসমৰ ক্ষেত্ৰতো একে নীতি গ্ৰহণ কৰিবলৈ লৈ থলুৱা ভাষাৰ বিপত্তি দেখি তেওঁলোকে নিজ কৰ্তব্য থিৰাং কৰি পেলালে। কাৰণ "যেই সেই শিক্ষা বা ধৰ্ম প্ৰচাৰৰ বাবে মাতৃভাষাৰ সিংহদুৱাৰেদি সোমাবই লাগিব, আৰু অসমৰ এই সিংহদুৱাৰ জপোৱা বাবে তাক মেলি লোৱাকেই তেওঁলোকৰ প্ৰথম কৰ্তব্য বুলি অনুভৱ কৰিলে"[১৮]। অসমীয়া ভাষাক বিপদমুক্ত কৰাৰ লগতে এই ভাষাৰ শ্ৰীবৃদ্ধি সাধনো হৈ পৰিল তেওঁলোকৰ অন্যতম লক্ষ্য। এই বিষয়ত আগৰণুৱা হিচাপে পোৱা যায় ভাষাবিদ নাথান ব্ৰাউনক। ভাষা বিশেষজ্ঞ ৰূপে ব্ৰাউনে ইতিমধ্যে সুখ্যাতি লাভ কৰিছিল তেওঁৰ উচ্চ পৰ্যায়ৰ প্ৰবন্ধপাতিসমূহৰ জৰিয়তে[১৯]। ব্ৰহ্মপুত্ৰয়েদি নাৱেৰে গোৱালপাৰাৰপৰা শদিয়ালৈ উজাই আহোঁতে এজন শ্যাম পণ্ডিতে ব্ৰাউনক শ্যাম ভাষাৰ শিক্ষা দিছিল[২০]। নাথান ব্ৰাউনে ৰাজ্যখনৰ ভাষাটোৰ সৰ্বাংগীণ বিকাশ সাধন বা এই ভাষাৰ স্বতন্ত্ৰতা প্ৰতিপাদনৰ অৰ্থে হাতে-কামে লগাৰ প্ৰমাণ প্ৰচুৰ। প্ৰথম অসমীয়া বাইবেলৰ ভাষা সংস্কৃত শব্দেৰে ভাৰাক্ৰান্ত হোৱাৰ উপৰিও ই বঙলাৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাৰ[২১] বিষয়ে ভাষা-সাহিত্যৰ লগত জড়িতসকলে জানে। পুথিখনৰ দুৰ্বলতাসমূহ দূৰ কৰি নতুন সংস্কৰণ এটি প্ৰকাশৰ কামত ব্ৰাউনে আত্মনিয়োগ কৰে। ১৮৩৮ খ্ৰীষ্টাব্দৰ এক জানুৱাৰীৰ দিনা তেওঁ নিউ টেষ্টামেন্টৰ অসমীয়া ভাঙনি আৰম্ভ কৰি ১৮৪৭ খ্ৰীষ্টাব্দত তাক সমাপ্ত কৰে[২২]।

অসমত সাহিত্য সৃষ্টি, সাহিত্যৰ প্ৰচাৰ বা এই ৰাজ্যৰ বৌদ্ধিক বিকাশত মিছনেৰীসকলৰ দ্বাৰা প্ৰতিষ্ঠিত অসমৰ প্ৰথম ছপাশাল শিৱসাগৰ মিছন প্ৰেছৰ অৱিহণা অকৃত্ৰিম সাধুবাদযোগ্য*। 'মধ্য ঊনবিংশ শতাব্দীৰ প্ৰায় সকলোবোৰ কিতাপেই এইটো

---

১৮ ডিম্বেশ্বৰ নেওগ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৫৬৬

১৯ এনে কেইটামান প্ৰবন্ধ হ'ল ঃ
(i) 'Alphabates of the Tai Language' in *Journal of the Asiatic Society*, 1837, Vol. VI, pp. 17-21
(ii) 'Comparision of Indo-Chinese Languages', *Ibid*, pp. 1023-1038

২০ S. R. Ward : *op.cit.*, p. 207

২১ E. W. Brown : *The Whole World kin – A Pioneer Experience Among Remote Tribes and Other Labors of Nathan Brown*, 1890, pp. 412-413; V. H. Sword : *op.cit.*, p. 34

২২ E. W Brown : *Ibid.*

*এই প্ৰেছৰ পৰা প্ৰকাশিত পুথিৰ বাবে দ্ৰষ্টব্য ঃ পৰিশিষ্ট 'ক'

প্ৰেছৰপৰা প্ৰকাশিত হৈছিল'[২৩] বোলা কথাষাৰ বিশেষ তাৎপৰ্যপূৰ্ণ। সেই কালছোৱাত মুদ্ৰিত অসমীয়া কিতাপৰ ফালে চালেই কথাষাৰৰ যথাৰ্থতা ওলাই পৰে। ১৮৪০ খ্ৰীষ্টাব্দত প্ৰেছটো জয়পুৰত থাকোঁতেই কাটাৰৰ পত্নী শ্ৰীমতী এইচ. বি. এল. কাটাৰে এখন ইংৰাজী আৰু অসমীয়া শব্দাৱলী তথা ইংৰাজী আৰু অসমীয়া খণ্ডবাক্যৰ পুথি ছপাই উলিয়ায়[২৪]। 'শব্দমালা' আৰু 'খণ্ডবাক্য' নামেৰে দুই ভাগত বিভক্ত ২৫১ পৃষ্ঠাৰ এই পুথিৰ প্ৰথম খণ্ডত (পৃ. ১–১০৬) প্ৰথমতে ইংৰাজী শব্দ, তাৰ পিছত অসমীয়া অৰ্থ আৰু শেষত ৰোমান আখৰত অসমীয়া শব্দটো লেখা হৈছে। খণ্ডবাক্যৰ ক্ষেত্ৰতো ক্ৰম একেই (পৃ. ১০৬–২৫১)। পুথিখন সংক্ষিপ্ত অসমীয়া অভিধান বুলিও ক'ব পাৰি। ১৮৭৭ খ্ৰীষ্টাব্দত ই. ডব্লিউ. ক্লাৰ্কৰ সম্পাদনা আৰু এ. কে. গাৰ্ণীৰ অধ্যক্ষতাত সংশোধিত নামেৰে পুথিৰ এহেজাৰ কপি মুদ্ৰিত হৈ ওলায়[২৫]। এই সংস্কৰণত পূৰ্বৰ বহু কথা বাদ দি তেনেই চমুৱাই মাত্ৰ ৯৮ পৃষ্ঠাত সামৰা হৈছে। ১৮৪৩ খ্ৰীষ্টাব্দৰ ১৫ নবেম্বৰৰ দিনা শ্ৰী আৰু শ্ৰীমতী কাটাৰে যাৱতীয় সামগ্ৰীসহ ছপাশালটো শিৱসাগৰলৈ লৈ আহে[২৬]। ছপাশাল ইয়ালৈ আনি প্ৰথম প্ৰকাশ কৰা কাশীনাথ তামুলীফুকনৰ 'আসাম বুৰন্জি পুথি'ৰ বিষয়ে ইতিমধ্যে আলোচনা কৰি অহা হৈছে*। ১৮৪৬ খ্ৰীষ্টাব্দত মিছনেৰীসকলে 'অৰুনোদই' কাকত উলিয়াই ৰাজ্যখনৰ ভাষা-সাহিত্য-সমাজলৈ যিমান বৰঙণি দি গৈছে তাৰ তুলনা দিয়াটো টান[২৭]। ভাষাতত্ত্ববিদ ৰূপে ইতিমধ্যে বাহিৰৰ জগতত পৰিচিত ব্ৰাউনে ১৮৪৮ খ্ৰীষ্টাব্দত লেখি উলিয়ালে তেওঁৰ অসমীয়া ভাষাৰ ব্যাকৰণখনি[২৮]। মিছনেৰীসকলে প্ৰতিষ্ঠা কৰা সকলো স্কুলতে অসমীয়া মাধ্যম লোৱা বাবে এই স্কুলবোৰৰ উপযোগীকৈ ব্ৰাউনে এখনৰ পিছত এখনকৈ পাঠ্যপুথি ৰচনা কৰি গৈছিল। "তেওঁৰ 'প্ৰথম গননা' (১৮৪৫), 'দুতিয় গননা' (১৮৫৫), 'ভূগোলৰ বিবৰন' (১৮৫১) সেই সময়ৰ বঙলা পুথিতকৈও উত্তম আছিল"[২৯]। পাঠ্যপুথিৰ

---

২৩ B. K. Baruah : *op.cit.*, p. 107

২৪ H. B. L. Cutter : *Vocabulary and Phrases in English and Assamese*, 1840.

২৫ E. W. Clarke (Ed.) : *Phrases in English and Assamese*, 1877

২৬ V. H. Sword : *op.cit.*, p. 71

* তৃতীয় অধ্যায় দ্ৰষ্টব্য।

২৭ পঞ্চম অধ্যায়ত এই বিষয়ে বিতৃতভাৱে আলোচনা কৰা হৈছে।

২৮ Nathan Brown : *Grammatical Notices on the Assamese Language*, 1848.

২৯ ড০ মহেশ্বৰ নেওগ (সম্পা) অৰুনোদই, ১৯৮৩, পৃ. ৮৭

অজ্ঞান দূৰ কৰিবলৈ তেওঁৰ পত্নী এলিজা ব্ৰাউনেও স্বামীৰ আদৰ্শ অনুসৰণ কৰি গৈছে। তেওঁ 'গননৰ পুথি' (১৮৪৫) আৰু 'সাধুৰ পুথি' আদি ৰচনা কৰা বুলি জনা যায়। উঠি অহা চামৰ উদ্দেশ্যে ৰচিত বলৰাম ফুকনৰ 'হৰ্স বিসাদ বিসয়ক ৰচনা' (১৮৬৯)[৩০] আৰু আধুনিক অসমীয়া ভাষাৰ তৃতীয় নাটক ৰুদ্ৰৰাম বৰদলৈৰ 'বঙ্গাল বঙ্গালনী' (১৮৭১)ও এই ছপাখানাৰপৰাই প্ৰকাশিত হৈছিল[৩১]। এই সকলো পুথিৰ প্ৰকাশে অসমীয়া ভাষাৰ বিকাশৰ গতি কৰি তুলিছিল দ্ৰুততৰ।

ইয়াৰ পিছত আলোচনালৈ অনা হওক মিছনেৰীৰদ্বাৰা প্ৰকাশিত প্ৰচাৰ পুস্তিকাসমূহ। এওঁলোকে পোনতে শদিয়াত ছপাশাল প্ৰতিষ্ঠা কৰি প্ৰচাৰ-পুস্তিব: ছপোৱাত আত্মনিয়োগ কৰে। ব্ৰাউনে ইতিমধ্যে আৰম্ভ কৰা বাইবেলৰ অনুবাদৰ উপৰিও অসমীয়াত কেবাখনো এনে পুস্তিকাৰ ছপা ৰূপ দিয়ে। পৰৱৰ্তী কালত এনে পুস্তিকাৰ সংখ্যা বাঢ়ি গৈছিল। শিৱসাগৰত ছপাশাল বহুওৱাৰ পিছত হাজাৰ হাজাৰ কিতাপ আৰু প্ৰচাৰ-পুস্তিকা ছপা কৰাটো বিশেষ উল্লেখনীয়। মিছনেৰীসকলে ১৮৪৫ খ্ৰীষ্টাব্দত জানিবলৈ দিয়া মতে এই প্ৰেছৰপৰা ৩,৭৪০,১০০ পৃষ্ঠা ছপা কৰি উলিওৱা হৈছিল[৩২]। এইবোৰৰ প্ৰণয়ন বা অনুবাদ কাৰ্যত অসমত থকা প্ৰায় সকলো মিছনেৰীয়ে হাত ''জান দিছিল। ছপা কৰাৰ ক্ষেত্ৰত যি গৰাকী ব্যক্তিৰ অৰিহণা আটাইতকৈ বেছি তেওঁ হ'ল মিছন প্ৰেছৰ কাৰ্যাধ্যক্ষ কাটাৰ চাহাব। গদ্যৰ দৰে পদ্য আৰু গীত হিচাপেও প্ৰচাৰ র্মী পুস্তিকা উলিওৱাটো মন কৰিবলগীয়া। আমেৰিকান মিছনেৰীয়ে প্ৰকাশ কৰা কেইখনমান প্ৰচাৰ-পুস্তিকা হ'ল —

১। ধৰম পুথিৰ বিবৰন [৩৩]
২। সুবৰ্নৰ তুল [৩৪]

৩০ যোগেন্দ্ৰ নাৰায়ণ ভূঞা : হৰ্স বিসাদ বিসয়ক ৰচনা আৰু বলৰাম ফুকন (প্ৰবন্ধ), *নতুন দৈনিক*, ১৬/২/৯২

৩১ দ্ৰষ্টব্য : অনুলিপি নং ৩০৫, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, গুৱাহাটী।

৩২ V. H. Sword : *op.cit.*

৩৩ *Bible Stories* by C. G. Barth-ৰ চি. এইচ. হেছেলমেয়ৰকৃত অনুবাদ, শিৱসাগৰ ১৮৫৫, পৃ. ২৬০। মিছনেৰী সাহিত্যৰ আলোচকসকলে হেছেলমেয়ৰৰ বৰঙণিৰ বিষয়ে কোনো উল্লেখ কৰা নাই। কিন্তু ডঃ সূৰ্যকুমাৰ ভূঞাই এইগৰাকী লেখকৰ নামটো বিশেষ উল্লেখযোগ্য বুলি অভিমত দিছে। দ্ৰষ্টব্য : *Early British Relations with Assam, op.cit.*, p.38

৩৪ মাইলছ ব্ৰন্সন চাহাবে যুগুত কৰা হিন্দু আৰু খ্ৰীষ্টান ধৰ্ম সম্পৰ্কীয় কথোপকথন, শিৱসাগৰ, ১৮৬৩। মূল ইংৰাজী পুথি : *The Golden Balance.*

৩। আপত্তি নাসক [৩৫]

৪। পুৰাতন কাহিনী [৩৬]

৫। ধৰমৰ শিকনী [৩৭]

৬। য়োছেফৰ বিবৰন [৩৮] ইত্যাদি

## ৪.৪ অসমীয়া ভাষাৰ সংকটকালত মিছনেৰীৰ ভূমিকা ঃ

কোম্পানীৰ চৰকাৰে অসমত বঙলা ভাষা জাপি দিয়াৰ পিছত অসমীয়া ভাষা আৰু সাহিত্যৰ বাবে চৰম দুৰ্যোগৰ দিন আৰম্ভ হৈছিল। তৎকালীন সমাজে মাতৃভাষাৰ প্ৰতি চৰম অৱজ্ঞা প্ৰদৰ্শন কৰি বঙলা ভাষাক আদৰি লোৱা সম্পৰ্কত প্ৰচুৰ প্ৰমাণ পোৱা যায়। ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ লেখাত বিষয়টিয়ে এনে ধৰণে স্থান পাইছে —

> উল্লিখিত সময়ত অসমত বঙ্গালীভাষাৰ বৰ আদৰ আছিল, মাতৃভাষাক সকলোয়ে ঘিণাইছিল – ইস্কুলত বঙ্গালী, কাছাৰিত বঙ্গালী, ডেকাবিলাকৰ আলাপত বঙ্গালী আৰু তেওঁলোকৰ চিঠিতো বঙ্গালী ভাষাহে চলিছিল, সকলোৱেই বঙ্গিনী বঙ্গীয়াক সঙ্গিনী কৰি লৈছিল[৩৯]।

অসমীয়া মানুহৰ ভাষিক চেতনাহীনতাৰ প্ৰমাণ সেই যুগত ৰচিত সাহিত্যই স্পষ্টভাৱে দি গৈছে। হলিৰাম ঢেকিয়াল ফুকন (১৮০২–১৮৩০)এ বাহিৰৰ মানুহে অসমৰ বিষয়ে জানিবৰ কাৰণে কোনো কিতাপ-পত্ৰ নথকা হেতু 'সকল লোকের উপকারার্থে'[৪০] 'আসাম বুরঞ্জি' ৰচনাত প্ৰবৃত্ত হয়। তেওঁ পুথি প্ৰণয়ন কৰে বঙলা ভাষাতহে। তেওঁৰ ভাতৃ যজ্ঞৰাম ফুকনে ইংৰাজী কবিতা বঙলালৈ অনুবাদ কৰাটোও বিশেষ উল্লেখযোগ্য[৪১]। ১৮৩৮ খ্ৰীষ্টাব্দৰ ২২ ডিচেম্বৰত লেখি সমাপ্ত কৰা মণিৰাম

---

৩৫ *Hindu Objections to Christian Religion Answered* পুথিৰ এ. এইচ. ডেনফোৰ্থে কৰা অনুবাদ, শিৱসাগৰ, ১৮৭০।

৩৬ *The Old, Old Story*-ৰ অনুবাদ। অনুবাদক অজ্ঞাত। শিৱসাগৰ, ১৮৭১।

৩৭ *Instruction for Children*-ৰ শ্ৰীমতী এফ. ডেনফোৰ্থে কৰা ভাঙনি, শিৱসাগৰ, ১৮৭২।

৩৮ *The Story of Josheph*-ৰ এ. কে. গাৰ্ণীয়ে কৰা অনুবাদ, শিৱসাগৰ, ১৮৮১।

৩৯ সৰ্বেশ্বৰ কটকী ঃ *হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত*, ১৯৮২, পৃ. ২৫।

৪০ হলিরাম ঢেকিয়াল ফুকন ঃ *আসাম বুরঞ্জি*, ১৮২৯, "অনুষ্ঠান পত্র", পৃ. ⁄.

৪১ *সমাচার দর্পণ*, ৩০ জুলাই ১৮৩১, উদ্ধৃত ঃ ব্রজেন্দ্র নাথ বন্দোপাধ্যায় – *সংবাদপত্রে সেকালের কথা*, ২য় খণ্ড ১৩৫৬ সন, পৃ. ১৫১-১৫২।

দেৱানৰ 'বুৰঞ্জী বিবেক ৰত্ন'ত আগৰপৰা গুৰিলৈ বঙলা ভাষাই প্ৰাধান্য লাভ কৰাটো প্ৰসংগতঃ স্মৰ্তব্য[৪২]। বৰ্তমান অপ্ৰচলিত আহোম ভাষাত লেখা আৰু অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে সংগ্ৰহ কৰা শব্দকোষ 'বৰ আম্ৰ' (আহোম-অসমীয়া) আৰু 'লতি আম্ৰ' (অসমীয়া-আহোম)[৪৩]ৰ পিছত ১৮১০ খ্ৰীষ্টাব্দত ৰুচিনাথৰদ্বাৰা ৰচিত কামৰূপীয় ভাষাৰ শব্দকোষ এখনৰ বিষয়ে উল্লেখ পোৱা যায়[৪৪]। কিন্তু আধুনিক অৰ্থত প্ৰথম অভিধান সংকলন কৰোঁতা আছিল জাদুৰাম ডেকাবৰুৱা। পিছে পুথিখন বঙলা-অসমীয়া অভিধানহে – বেংগলী ডিক্‌ছনেৰী উইথ আচামীজ ডেফিনিশ্বন[৪৫]। তেওঁ সমসাময়িক বঙলা কাকত 'সমাচার দর্পণ' আৰু 'সমাচার চন্দ্রিকা'ত নানা বিষয়ে চিঠি-প্ৰবন্ধ আদি লেখাৰ বিষয়ে জনা গৈছে[৪৬]। সেইদৰে প্ৰণিধানযোগ্য ১৮৫৩ খ্ৰীষ্টাব্দত মুন্সী কেফায়তুল্লা সদৰ আমিনে অসমৰ খেতিয়ক ৰাইজৰ উদ্দেশ্যে বঙলা ভাষাত যুগুতাই উলিওৱা 'ক্ৰিসি দর্পন' নামৰ পুথিৰ প্ৰসংগ[৪৭]। অসমত ছপাশাল, সংবাদপত্ৰ আদিৰ অভাৱৰ সপক্ষে যুক্তি উত্থাপন কৰিব পৰা যায়। তথাপি অসমীয়া ভাষাৰ নাড়ী-নক্ষত্ৰ চিনি পোৱা হেমচন্দ্ৰ বৰুৱাৰ উক্তিৰ আধাৰত তৎকালীন অসমীয়াসকলৰ ভাষিক চেতনাহীনতাৰ বিষয়েও কোৱাৰ স্থল আছে।

সেইকালৰ শিক্ষিতসকলে জ্ঞান-তৃষ্ণা নিবাৰণ কৰিব লগাত পৰিছিল বঙলা কাকত আৰু পুথি-পাঁজি পঢ়ি। অসমৰ সম্ভ্ৰান্ত লোকসকল যেনেদৰে বঙলা সংবাদ পত্ৰৰ গ্ৰাহক হৈছিল বংগদেশৰ কোনো জিলাতে তেনে দেখা নগৈছিল বুলি কোৱা হৈছে। আনকি কলিকতাৰ বঙলা কাকতৰ সম্পাদকসকলে বঙালী মানুহৰ তুলনাত অসমীয়া মানুহৰপৰা যোৱা চিঠিৰ সংখ্যা আছিল তুলনামূলকভাৱে বহু বেছি[৪৮]।

এনে মন্তব্যৰ সমৰ্থনত তৎকালীন অসমীয়া শিক্ষিত লোকৰ মাজৰপৰা ভালেমান উদাহৰণ আগবঢ়াব পৰা যায়। অসমৰ আগশাৰীৰ ধৰ্ম-সংস্কৃতিমূলক অনুষ্ঠান আউনীআটীৰ লেখিয়া সত্ৰও বঙলা সংস্কৃতি বা ভাষাৰ চৰ্চাত কোনো গুণে পিছ পৰি

---

৪২ তৃতীয় অধ্যায়ত এই বিষয়ে পাই অহা হৈছে।

৪৩ S. K. Bhuyan (Ed.) : *Bulletin No. 2, op.cit.*, p. 50

৪৪ বেণুধৰ শৰ্মা : *অৰ্ঘাৱলী*, ১৯৭০, পৃ. ১০৮

৪৫ বাণীকান্ত শৰ্মা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৫৬। জাদুৰামৰ অভিধান সম্পৰ্কীয় আলোচনা পিছত সন্নিবিষ্ট হৈছে।

৪৬ বেণুধৰ শৰ্মা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১০৯

৪৭ *অৰুণোদই*, মে' ১৮৫৪, পৃ. ১১৩৯

৪৮ *সমাচাৰ দৰ্পণ*, একে সংখ্যা, পৃ. ২১৪

থকা নাছিল। এই সত্ৰৰ স্বনামধন্য অধিকাৰ, সাহিত্য-সংস্কৃতিপ্ৰাণ প্ৰয়াত শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীয়ে বঙলা গান-বাজনা চৰ্চা কৰাৰ উপৰিও তেওঁ সেই ভাষা অনুশীলনকাৰী ব্যক্তি আছিল। "(তেৰাই) বঙ্গীয় সংবাদ পত্ৰবোৰ অনাই নিয়মিতৰূপে পঢ়িছিল আৰু মাজে মাজে প্ৰবন্ধাদি লিখিও প্ৰকাশ কৰিছিল"[৪৯]।

মধ্য-উনবিংশ শতিকাৰ অসমীয়া সমাজৰ এজন মুখিয়াল ব্যক্তি, সুলেখক ইন্দীবৰ বৰুৱা (১৮২৯-১৯১৪)ৰ[৫০] জীৱনৰ এয়া এক চিত্ৰ "স্কুল* উঠি গ'লত ইন্দীবৰে পঢ়া অভ্যাস এৰা নাছিল। তেওঁ কলিকতাৰপৰা তত্ত্ববোধিনী পত্ৰিকা, উচিত বক্তা, সুলভ সমাচাৰ আদি বঙ্গলা কাকত আৰু কিতাপ অনাই পঢ়ি তেওঁৰ কোমল মনক নানা ভাবেৰে পূৰ্ণ কৰিছিল"[৫১]।

অসমীয়া বৈষ্ণৱ সাহিত্যৰ অগ্ৰণী প্ৰকাশক হৰিবিলাস আগৰৱালা (১৮৪২-১৯১৬)ই নিজৰ ছাত্ৰ জীৱনৰ স্মৃতিচাৰণ প্ৰসঙ্গত প্ৰকাশ কৰিছে, "ৰামায়ণ, মহাভাৰত, সমাচাৰ চন্দ্ৰিকা সংবাদপত্ৰ সদাই পিতাৰ আগত পঢ়োঁ"[৫২]।

উনবিংশ শতিকাত প্ৰকাশিত কিম্বা সেই সময়ৰ বিষয়ে পৰৱৰ্তী কালত ৰচিত-প্ৰকাশিত কিতাপ-পত্ৰৰপৰা এনে ভালেমান নিদৰ্শন আগবঢ়াব পৰা যায়।

অসমীযা ভাষা স্বস্থানৰপৰা নিৰ্বাসিত হোৱাত ৰাজ্যৰ শিক্ষিত মানুহখিনিয়ে বাধ্যত পৰি ওপৰত উনুকিয়াই অহা ধৰণে পঠন-পাঠনৰ হেপাহ পূৰ কৰিছিল। আদালততো তেওঁলোকে বঙলা ভাষাত মনৰ ভাৱ প্ৰকাশ কৰি কাম-কাজ চলাব পাৰিছিল। কিন্তু শিক্ষা-দীক্ষাৰ আভাস নোপোৱা সৰ্বসাধাৰণ ৰাইজৰ অসুবিধা হৈছিল কল্পনাতীত। এই সম্পৰ্কত 'অৰুনোদই'ৰ লেখক, মাতৃভাষা অনুৰাগী পূৰ্ণানন্দ ডেকা বৰুৱা ছোটচাহাবৰ 'অসমিয়া ভাসাৰ কথা' শীৰ্ষক লেখাটোৱে কিছু ইংগিত দিয়ে —

আমাৰ দেসৰ বিচাৰ আসনত বঙালী ভাষা চলাত ৰায়তে বঙালী ভাষা

---

৪৯ তীৰ্থনাথ শৰ্মা : *আউনীআটী সত্ৰৰ বুৰঞ্জী*, ১৯৭৫, পৃ. ২৪৫

৫০ ইন্দীবৰ বৰুৱা ওৰফে নীলকুমুদ বৰুৱা ৰচিত পুথি — *জীৱনাদৰ্শ*, শিৱসাগৰ, ১৮৮৯। হাতেলেখা অৱস্থাতে পুথিখনৰ এটা দীঘলীয়া সমালোচনা 'জোনাকী' কাকতত প্ৰকাশিত হৈছিল। *জোনাকী*, দ্বিতীয় ভাগ, শক ১৮১১-১২, পৃ. ৪৪-৫৩

* ১৮৪১ খ্ৰীষ্টাব্দত স্থাপিত শিৱসাগৰ ইংৰাজী স্কুল।

৫১ উপেন্দ্ৰ নাথ বৰুৱা : *ইন্দীবৰ বৰুৱা*, ১৯২৪, পৃ. ১১

৫২ হৰিবিলাস আগৰৱালা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১৮

নুবুজা হেতুকে গোচৰৰ সম্বন্ধীয় সিহঁতৰ ছৱাল, জবাব, উত্তৰ, প্ৰত্যুত্তৰ একোকে কৰিব নোৱাৰে; আৰু যদি ভুলত থাকি কোনো কথা লিখোঁতে সিহঁতৰ কোৱামতে লিখা নহয়, তথাপি সিহঁতে তাৰ সংশোধন কৰিব নোৱাৰাত তাতে মান্তি হ'ব লগা হয়; কাৰণ লিখাই এটাই মাতি শুনালেও সিহঁতে তাৰ একো বুজিব নোৱাৰে[৫৩]।

মাতৃ ভাষাৰ ঠাইত বিদেশী ভাষা চলাৰ পৰিণতি আছিল এনেধৰণৰ। বঙলা ভাষা বুজি নোপোৱা হেতু জনসাধাৰণ বিনা কাৰণে ক্ষতিগ্ৰস্ত হ'ব লগাত পৰিছিল।

মিছনেৰীসকলৰ আগমনকালত অসমত থলুৱা ভাষাটোৰ কি বিপত্তি হৈছিল আৰু তেওঁলোকৰ লগতে আনন্দৰাম ঢেকিয়াল ফুকনেও অসমীয়া ভাষা উদ্ধাৰৰ হকে কেনেদৰে কঁকালত টঙালি বান্ধি লাগিছিল গুণাভিৰাম বৰুৱাৰ কাপত তাৰ ইংগিত পোৱা যায়[৫৪]।

ভাষা-সাহিত্য, আনকথাত জাতীয় জীৱনৰ এনে সংকট কালত মিছনেৰীসকলৰ আগমন আৰু ভাষাৰ পুনৰ্বাসন আন্দোলনত আত্মনিয়োজন বাস্তৱিকতে তাৎপৰ্যপূৰ্ণ। ৰাজ্যখনৰ ভাষাৰ ক্ষেত্ৰত চলা অনীতিৰ কথা তেওঁলোকে আন্তৰিকতাৰে উপলব্ধি কৰিছিল। অসমত ২১ খন বিদ্যালয় স্থাপন কৰি তাত বঙলা ভাষা চলোৱাৰ সিদ্ধান্ত আৰু ইয়াৰপৰা অসমীয়া ভাষাৰ প্ৰতি হ'ব পৰা অন্যায়ৰ কথা উপলব্ধি কৰি ১৮৩৮ খ্ৰীষ্টাব্দতে ৰেঃ নাথান ব্ৰাউনে অসন্তুষ্টি প্ৰকাশ কৰিছিল[৫৫]। ব্ৰাউনৰ দৰে ব্ৰন্সন চাহাবেও কলিকতাত থকা চৰকাৰৰ মুৰব্বীলৈ চিঠি লেখিছিল কিন্তু এইবোৰে বিশেষ ফল দিয়াৰ প্ৰমাণ পোৱা নাযায়[৫৬]।

অসমীয়া ভাষাৰ হকে চলা আন্দোলনৰ প্ৰকৃত পৰ্ব আৰম্ভ হয় অসমত ইংৰাজ শাসনৰ ৰেহ্-ৰূপ সম্পৰ্কে অনুসন্ধান কৰিবলৈ কলিকতাৰ সদৰ দেৱানী আদালতৰ বিচাৰপতি এ. জে. মোফাট মিলছ্‌ৰ ১৮৫৩ খ্ৰীষ্টাব্দত অসম আগমনৰ পৰাহে। অসম

---

৫৩ *অৰুনোদই*, মাৰ্চ ১৮৫৬, উদ্ধৃত — সূৰ্য্যকুমাৰ ভূঞা ঃ সভাপতিৰ অভিভাষণ, বুৰঞ্জী শাখা, ২য় অধিৱেশন, ধুবুৰী, ১৯২৬। *অসম সাহিত্য সভাৰ ভাষণাৱলী*, ৩য় ভাগ, বুৰঞ্জী, ১৯৬১, পৃ. ৩৮।

৫৪ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১২৬-১২৭

৫৫ Brown's Journal, 29th October 1838, Quoted; H. K. Barpujari : *The American Missonaries and North East India, op.cit.*, pp. 124 - 125

৫৬ *অৰুনোদই*, পৃ. ৮৭

মাতৃৰ সুযোগ্য সন্তান আনন্দৰাম ঢেকিয়ালফুকনে অসমৰ প্ৰশাসন সম্পৰ্কে সকলো দিশ সামৰি 'অসম প্ৰদেশৰ প্ৰশাসন সম্পৰ্কীয় পৰ্যালোচনা' বিষয়ক ইংৰাজী স্মাৰকপত্ৰ মিলছ্‌ৰ হাতত দাখিল কৰে[৫৭]। এই স্মাৰক-পত্ৰৰ 'শিক্ষা আৰু বিদ্যালয়সমূহ', 'আদালতৰ ভাষা' আদি শিতানত ফুকনে স্কুল আৰু অফিচ-আদালতত বঙলা ভাষা চলোৱাৰ বিৰূপ প্ৰতিক্ৰিয়াৰ বিষয়ে যুক্তিপূৰ্ণভাৱে আলোচনা কৰিছে। স্মাৰক পত্ৰত স্কুলত বঙলা ভাষা জাপি দিয়াৰ ফলত হোৱা অসুবিধাৰ বিষয়ে স্পষ্টভাৱে আঙুলিয়াই দিয়া হৈছে[৫৮]। একে বছৰৰে ১৯ জুলাই তাৰিখে গুৱাহাটীস্থ মিছনেৰী এ. এইচ. ডেনফোৰ্থেও স্কুলবিলাকত বঙলা ভাষা প্ৰবৰ্তনৰ কুফলৰ বিষয়ে উল্লেখ কৰি ইয়াৰ প্ৰতিকাৰৰ অৰ্থে মিলছ্‌ৰ হাতত এখন স্মাৰক-পত্ৰ দিয়াটো উল্লেখযোগ্য। ৰাজ্যখনৰ 'শৈক্ষিক প্ৰয়োজন' সম্পৰ্কে নিজৰ দৃষ্টিভংগী প্ৰকাশ কৰা এই স্মাৰক-পত্ৰত অসমৰ শিক্ষাৰ উন্নয়নৰ হকে কেবাটাও গুৰুত্বপূৰ্ণ পৰামৰ্শ আগবঢ়োৱা হৈছে[৫৯]।

দূৰদৃষ্টিসম্পন্ন মিলছে প্ৰকৃত পৰিস্থিতি উপলব্ধি কৰাত অলপো বিলম্ব নঘটালে। তেওঁ নাথান ব্ৰাউনৰ প্ৰতি প্ৰশংসাসূচক মন্তব্য আগবঢ়োৱাৰ লগতে ঢেকিয়াল ফুকনৰ প্ৰস্তাৱত অনুমোদন জনাই নিজৰ বহুমূলীয়া প্ৰতিবেদনত লিখিলে —

> ৰাজ্যৰ শ্ৰেষ্ঠ পণ্ডিত ব্ৰাউনে কোৱা মতে অসমীয়া এটা সুন্দৰ, সবল ভাষা, বঙলাৰ লগত ইয়াৰ সাদৃশ্যতকৈ বৈসাদৃশ্য অধিক। মই ভাবোঁ সকলো কাম বঙলাত চলোৱাৰ নিৰ্দেশ দি আমি এটা মহাভুল কৰিছোঁ আৰু অসমীয়া জাতিয়ে এইটো (অৰ্থাৎ ভাষাৰ নায্যস্থান) পাবই লাগিব। আমাৰ কাৰ্য পুনৰ পৰীক্ষাৰ বাবে এতিয়া বহুত পলম হৈ গ'ল কিন্তু মই শিক্ষা পৰিষদৰ সানুনয় বিবেচনাৰ অৰ্থে আনন্দৰাম ঢেকিয়াল ফুকনৰ প্ৰস্তাৱত জোৰ অনুমোদন জনাওঁ[৬০]।

অসমৰ ভাষা সমস্যা সম্পৰ্কত মিলছ্‌ চাহাবৰ উদাৰ তথা নিৰপেক্ষ দৃষ্টিভংগী এই কেইটা বাক্যৰ মাজতো পৰিস্ফুট হৈছে, 'ইংৰাজীত সুশিক্ষিত নোহোৱা পৰ্যন্ত ইংৰাজ ডকা এজনক লেটিন শিকোৱা নহয়। ঠিক একে ধৰণে নিজৰ ভাষা নজনা পৰ্যন্ত এজং, অসমীয়াক বিদেশী ভাষা শিকোৱা উচিত নহয়' [৬১]। অসমীয়া মানুহৰ প্ৰতি

---

৫৭ A. J. Moffat Mills : *Report on the Province of Assam*, 1984(Reprint), Appendix - J - "Observations on the Administration of the Province of Assam", pp 93-132

৫৮ *Ibid.*, pp 105 – 106, 131 – 132

৫৯ *Ibid* , Appendix I – A, pp. 89 - 92

৬০ *Ibid* , p 28

৬১ *Ibid*

মিলচ্ চাহাবৰ উদাৰ মনোভাৱৰ বিষয়ে সমসাময়িক অসমৰ দায়িত্বশীল বিষয়া হৰকান্ত বৰুৱা সদৰামীনেও অতি আকৰ্ষণীয় ভাষাত লিপিবদ্ধ কৰি থৈ গৈছে[৬২]।

অসমীয়া ভাষাৰ হৃতমৰ্যদা ঘূৰাই অনাৰ বাবে পূৰ্ণ গতিত আন্দোলন আৰম্ভ হ'ল। দুৰ্ভাগ্যৰ বিষয় এয়ে যে ৰাজ্যৰ ভাষাই নায্য স্থান প্ৰাপ্তিৰ বেলিকা অন্যতম প্ৰধান অন্তৰায় ৰূপে থিয় দিলে ১৮৩৬ খ্ৰীষ্টাব্দত শ্ৰীৰামপুৰ মিছনৰ সদস্যৰূপে অসমলৈ আহি[৬৩] পৰবৰ্তী কালত এই প্ৰদেশৰ প্ৰথম ইংৰাজী স্কুল গুৱাহাটী গৱৰ্ণমেণ্ট চেমিনাৰীৰ দ্বিতীয় প্ৰধান শিক্ষক (১৮৩৮-৪৪) তথা অসমৰ স্কুলসমূহৰ পৰিদৰ্শক (১৮৪৪-৬৩)ৰ দৰে এটা অতি গুৰুত্বপূৰ্ণ পদত অধিষ্ঠিত হোৱা উইলিয়াম ৰবিনচন (মৃত্যু - ১৮৬৩)এ। অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ ৰচোঁতা[৬৪], ৰাজ্যখনৰ সকলো দিশ সামৰি এই ভূখণ্ড সম্পৰ্কে তত্ত্বগধুৰ গ্ৰন্থ যুগুত কৰোঁতা[৬৫] আৰু অসম তথা চুবুৰীয়া জাতিসমূহৰ বিষয়ে চিন্তা-চৰ্চা কৰা[৬৬] ৰবিনচন চাহাব তৎকালীন অসমৰ প্ৰভাৱশালী ব্যক্তি আছিল। দুই কম ডেৰকুৰি বছৰ এই ঠাইত কাৰ্যনিৰ্বাহ কৰা, ব্ৰাউন-ব্ৰন্সনৰ দৰে অসমীয়া ভাষাত পাৰদৰ্শী ব্যক্তি[৬৭], অসমত উচ্চ শিক্ষা প্ৰসাৰত বিস্তৰ বৰঙণি আগবঢ়োৱা[৬৮] উইলিয়াম ৰবিনচনৰ অসমীয়া ভাষাৰ প্ৰতি এনে মনোভাৱ স্বাভাৱিকতে লক্ষ্যণীয়। ভাষাটোৰ প্ৰথমখন ব্যাকৰণ ৰচনা কৰিলেও এই চাহাবজনৰ অসমীয়া ভাষাৰ প্ৰতি আনুগত্য সম্পৰ্কত সন্দেহৰ অৱকাশ আছে। এই কাৰণেই গুৱাহাটীস্থ আমেৰিকান মিছনেৰী উইলিয়াম ৱাৰ্ডে বংগ ভাষাৰ প্ৰতি তেওঁৰ পক্ষপাতিত্বৰ ইংগিত পাইছিল[৬৯]। ভাষাতাত্ত্বিক দৃষ্টিভংগীৰে ব্যাকৰণ ৰচনা কৰা নতুবা অসমীয়া ভাষাৰ কল্যাণৰ বিষয়ে ভবা — ইয়াৰ কোনোটোৱে তেওঁৰ

---

৬২ কুমুদ চন্দ্ৰ বৰদলৈ (সম্পাঃ) : *সদৰামীনৰ আত্মজীৱনী*, ১৯৬০, পৃ. ৮২

৬৩ F. S. Downs. 'Missionaries and the Language Controversy in Assam' in Maheswar Neog (Ed.Chief) *Journal of the University of Gauhati*, Vol. XXVIII-XXIX, 1977-78, p.123

৬৪ W. Robinson : *Grammar of the Assamese Language*, 1839

৬৫ *Ibid.* ; *A Descriptive Account of Assam*, 1841

৬৬ *Journal of the Asiatic Society*, March 1849, pp.183-237, April, pp., 310-349; 1851, No.2 pp.126-137 and 1855, No. 24, pp. 307-324.

৬৭ ১৮৪৫ খ্ৰীষ্টাব্দৰ ২৪ জানুৱাৰী তাৰিখে গুৱাহাটীত অনুষ্ঠিত খ্ৰীষ্টীয় লোকসকলৰ সভাৰ ৰবিনচনে লেখা কাৰ্য-বিৱৰণী তেওঁৰ নিজৰ আখৰত পঢ়ি উঠি এনে মন্তব্য দিয়া হৈছে।

৬৮ H. K. Barpujari : *Assam in the Days of the Company*, *op.cit.*, p. 286

৬৯ F. S. Downs : *op.cit.*; Document 'H'.
W. Ward to Bronson, November, 1854, p. 149

উদ্দেশ্য নাছিল[৭০]।

অসমত অসমীয়াৰ সলনি বঙলা ভাষা চলোৱাৰ সপক্ষে তেওঁ ১৮৫৪ খ্ৰীষ্টাব্দত ইংৰাজী ভাষাত স্মাৰক-পত্ৰ এখন লেখি উলিয়ালে[৭১]। ইয়াত অসমীয়া ভাষাৰ প্ৰতি লেখকৰ তাচ্ছিল্যসূচক মনোভাৱ আৰু বঙলাৰ প্ৰতি পক্ষপাতিত্ব সুস্পষ্টভাৱে ফুটি উঠিছে। ৰবিনচনৰ উক্তিয়ে আমেৰিকান মিছনেৰীসকলৰ মাজত তীব্ৰ প্ৰতিক্ৰিয়া সৃষ্টি কৰিছিল। অথচ সেই কালৰ স্কুল পৰিদৰ্শকৰ দৰে গুৰুত্বপূৰ্ণ পদত অধিষ্ঠিত ব্যক্তি গৰাকীৰ যুক্তি একেবাৰে দলিয়াই পেলোৱাটোও আছিল অসম্ভৱ। যি কি নহওক তেওঁৰ মন্তব্যই ওলোটাকৈ ভাষা ৰণৰ যুঁজাৰুসকলক যুঁজত অগ্ৰসৰ হ'বলৈ দুগুণ শক্তিহে দান কৰিলে। ১৮৫৫ খ্ৰীষ্টাব্দত আনন্দৰাম ঢেকিয়াল ফুকনৰ 'এজন দেশীয় লোক' ছদ্মনামত ছপা হৈ ওলাল ৰবিনচনৰ যুক্তিখণ্ডনকাৰী পুথিৰূপ অস্ত্ৰ[৭২]। গুণাভিৰাম বৰুৱাৰ ভাষ্য অনুযায়ী উক্ত পুথিৰ কপি বিনামূল্যে দেশৰ প্ৰধান লোকসকলক দিয়াৰ উপৰি বংগ চৰকাৰলৈও একপি পঠোৱা হৈছিল[৭৩]। ঢেকিয়াল ফুকনৰ মিলছৰ হাতত দিয়া স্মাৰক-পত্ৰ আৰু উপৰি উক্ত পুস্তিকা আছিল অসমীয়া ভাষাক নায্য স্থান দিয়াৰ বেলিকা দুটা প্ৰচণ্ড শক্তি।

ভাষা-ৰণৰ প্ৰধান যুঁজাৰু মাইলছ্ ব্ৰন্সনৰ অসমীয়া ভাষাৰ প্ৰতি থকা নিষ্ঠাৰ প্ৰমাণ পোৱা যায় 'ফ্ৰেণ্ড অব ইণ্ডিয়া' কাকতলৈ ১৮৫৫ খ্ৰীষ্টাব্দৰ ২৫ মে তাৰিখে পঠোৱা সুদীৰ্ঘ চিঠিখনৰ পৰাও[৭৪]। অসমীয়া ভাষাৰ স্বাৰ্থত তেওঁ সেই কাকতত

---

৭০ সত্যেন্দ্ৰ নাৰাযণ গোস্বামী ঃ অসমীযা ব্যাকৰণ – আদিপৰ্ব আৰু পটভুমি (প্ৰবন্ধ), *প্ৰকাশ*, অৰুনোদই সংখ্যা, ১৯৮৩, পৃ.২৪০

৭১ F. S. Downs : *op.cit.*, Document 'C'. "Some Remarks in defence of the use of Bengali in the Government Schools in Assam", pp. 136-140

৭২ *A Few Remarks on the Assamese Language and on Vernacular Education in Assam.* By 'A Native', published by Sibsagor Mission Press, Printer – A. H. Danforth;
মুঠ দুকুৰি সোতৰ পৃষ্ঠাত সামৰা ঢেকিয়াল ফুকনৰ অতীব গুৰুত্বপূৰ্ণ এই পুথি সম্প্ৰতি অতি দুষ্প্ৰাপ্য। পুথিখনৰ ড০ মহেশ্বৰ নেওগে কৰা অসমীয়া অনুবাদৰ দুটা তাঙৰণ ওলাই গৈছে। প্ৰকাশক ঃ অসম সাহিত্য সভা, যোৰহাট, ১ম ১৯৫৯, ২য় ১৯৬৮।

৭৩ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১২৯

৭৪ F. S. Downs : *op.cit.*, Document 'K', pp. 154-156

সম্পাদকীয় মন্তব্য লেখাব পৰাটোও[৭৪] কম কৃতিত্বৰ বিষয় নহয়। ১৬/৬/১৮৫৯ তাৰিখে মাতৃভাষাৰ পক্ষে ওকালতি কৰা প্ৰথম আৰু প্ৰধান থলুৱা লোক আনন্দৰামৰ মৃত্যু হোৱাত অসম্পূৰ্ণ কামখিনিৰ দায়িত্ব আহি পৰে মিছনেৰীসকলৰ ওপৰতে। অসমীয়া জাতি আৰু ভাষাৰ পক্ষে অতি আনন্দৰ বিষয় যে বেপ্তিষ্টসকলে একে নিষ্ঠা আৰু আন্তৰিকতাৰে ইয়াত লাগি থাকিল। ব্ৰাউন-ব্ৰন্সনৰ বাহিৰেও অন্য কেবাজনো মিছনেৰীয়ে ভাষাৰ পুনৰ্বাসন আন্দোলনত অৱতীৰ্ণ হোৱাৰ প্ৰমাণ পোৱা যায়। তেওঁলোক আছিল এ. এইচ. ডেনফোৰ্থ, আই. জে. ষ্টোডাৰ্ড, এছ. এম. হুইটিং আৰু উইলিয়াম ৱাৰ্ড। এওঁলোকে ৰবিন্সনৰ যুক্তি খণ্ডন কৰাৰ উপৰিও 'প্ৰায় প্ৰত্যেকেই অসমত অসমীয়া ভাষা প্ৰৱৰ্তন কৰিবলৈ জোৰ দিছিল'[৭৬]।

অসমীয়া ভাষাৰ স্বকীয়ত্ব প্ৰতিপন্ন কৰাৰ ক্ষেত্ৰত মাইলছ্ ব্ৰন্সনৰ অক্ষয় কীৰ্তি 'অসমিয়া আৰু ইংৰাজি অভিধান' আছিল এটি সুদৃঢ় পদক্ষেপ[৭৭]। জাদুৰাম ডেকাবৰুৱা (১৮০১-১৮৬৯)ই ১৮৩৯ খ্ৰীষ্টাব্দত 'বেংগলী ডিক্সনাৰী উইথ আচামীজ ডেফিনিশ্বন' নামেৰে এখন অভিধান ৰচনা কৰাৰ বিষয়ে ইতিমধ্যে পাই অহা হৈছে। আনন্দৰাম ঢেকিয়াল ফুকনে জাদুৰামৰ অভিধান সম্পৰ্কে সপ্ৰশংস মন্তব্য দিয়াৰ উল্লেখ পোৱা যায়[৭৮]। দুৰ্ভাগ্যবশতঃ পুথিখনে পোহৰৰ মুখ নেদেখিলে। অভিধানখন সংকলন কৰি জাদুৰামে সেই সময়ৰ অসমৰ কমিচনাৰ জেনকিন্স চাহাবক উপহাৰ দিছিল[৭৯]। জেনকিন্সে আকৌ সেইখন দান কৰিছিল শিৱসাগৰৰ মিছনেৰীসকলক[৮০]। কালৰ বুকুত অভিধানখন হেৰাই যোৱাটো দুৰ্ভাগ্যৰ বিষয়।

অসমীয়া অভিধান ৰচনাৰ কামত যে আনন্দৰাম ঢেকিয়াল ফুকনেও আত্মনিয়োগ কৰিছিল সেই সংবাদ 'অৰুনোদই'য়ে দিছে। এই প্ৰসংগত পোৱা যায়, "শ্ৰীজুত আনন্দৰাম ঢেকিয়াল ফুকনে ইংৰাজি অচমিয়া, আৰু অচমিয়া ইংৰাজি, এই

---

৭৫ *Ibid.*, Document 'L', pp. 156-157

৭৬ দিলীপ কুমাৰ দত্ত : অসমৰ প্ৰথম ভাষা আন্দোলন আৰু মাইলছ্ ব্ৰন্সন (প্ৰবন্ধ) *অসম সাহিত্য সভা পত্ৰিকা*, চত্বাৰিংশৎ বছৰ, ২য় – ৩য় সংখ্যা, পৃ. ১০২

৭৭ M. Bronson : *A Dictionary in Assamese and English*. American Baptist Mission Press , Sibsagor. 1867

৭৮ দেৱেন্দ্ৰ নাথ বেজবৰুৱা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩৪২

৭৯ বেণুধৰ শৰ্মা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১১১

৮০ অৰুনোদই, পৃ. '১১৯

ৰূপে দুই খণ্ড অভিধান লিখা”ৰ সংবাদ[৮১]। আৰ্থিক বা যি কোনো কাৰণতে নহওক, ঢেকিয়াল ফুকনৰ দ্বিভাষিক শব্দকোষ ছপা হৈ নোলাল। এই অভিধানে বোধহয় মিছনেৰীসকলক বৰ বেছি প্ৰভাৱান্বিত কৰিব পৰা নাছিল। আনহাতে ব্ৰন্সনে তেওঁৰ অভিধান সংকলনৰ বেলিকা জাদুৰাম ডেকাবৰুৱাক ‘এজন বিদ্যান অসমীয়া পণ্ডিত’ আখ্যা দি তেওঁৰ বৰ্ণবিন্যাস ৰীতি গ্ৰহণ কৰা বুলি মুক্তকণ্ঠে স্বীকাৰ কৰিছে[৮২]।

যি নহওক, জাদুৰাম ডেকাবৰুৱাৰ অভিধান ছপা হৈ নোলোৱা বাবে ব্ৰন্সনৰ খনেই প্ৰথম মুদ্ৰিত অসমীয়া অভিধানৰ গৌৰৱ অৰ্জন কৰিছে। পুথিখনৰ অসমীয়াত লেখা পাতনি ‘আভাস’ত তেওঁ এই ভাষা সম্পৰ্কে যি মন্তব্য আগবঢ়াইছে সেই মন্তব্যই অকল তেওঁৰ অসমীয়া ভাষা সম্পৰ্কীয় জ্ঞানৰ পৰিচয় দিয়েই ক্ষান্ত থকা নাই, ভাষাটোৰ প্ৰতি ব্ৰন্সন চাহাবৰ আন্তৰিক প্ৰীতিৰো স্বাক্ষৰ বহন কৰিছে[৮৩]। স্থানচ্যুত অসমীয়া ভাষাই হৃত মৰ্যদা ঘূৰাই পোৱাৰ ক্ষেত্ৰত ব্ৰন্সনৰ অভিধান আছিল ব্ৰহ্মাস্ত্ৰ স্বৰূপ। ব্ৰন্সন দম্পতিয়ে কেনেদৰে দিন ৰাতি প্ৰবিশ্ৰম কৰি প্ৰায় ১৪০০০ শব্দ সম্বলিত ৬০৭ পৃষ্ঠাৰ এই অভিধানখন ছপাই উলিয়াইছিল তাৰ সবিশেষ ১৮৬৫ খ্ৰীষ্টাব্দৰ ১৯ এপ্ৰিল আৰু ২ মে’ তাৰিখে লেখা ব্ৰন্সনৰ আৰু ৮ আগষ্ট তাৰিখে লেখা শ্ৰীমতী ব্ৰন্সনৰ চিঠিৰ পৰা জানিব পৰা যায়[৮৪]।

অভিধান প্ৰকাশ কৰি সন্দেহাতীত ৰূপে প্ৰমাণ কৰি দেখুওৱাৰ পিছতো যেতিয়া আশানুৰূপ ফল নধৰিলে তেতিয়া ব্ৰন্সনে ৰাজহুৱা মত গঠন কৰি চৰকাৰৰ ওচৰত দাবী উত্থাপন কৰাৰ ব্যৱস্থা কৰিলে। এই উদেশ্যে তেওঁৰ নেতৃত্বত ২১৬ জন শিক্ষিত অসমীয়া লোকৰ অনুমোদনসহ এখন স্মাৰক-পত্ৰ ১৮৭২ খ্ৰীষ্টাব্দৰ ৯ মাৰ্চ তাৰিখে বংগৰ লেঃ গৱৰ্ণৰ জৰ্জ কেম্বেল (১৮২৪–১৮/২/১৮৯২)ৰ হাতত দাখিল কৰা হৈছিল[৮৫]। অসমীয়া ভাষাৰ হকে চলা সংগ্ৰাম এইবাৰ অভিনৱ শক্তিৰে শক্তিমান হ’ল।

## ৪.৫ অসমীয়া ভাষাৰ সংকট মোচন ঃ

স্মাৰক-পত্ৰ, আবেদন-নিবেদন আটাইবোৰে অৱশেষত কলিকতাস্থিত

---

৮১ *একে,* ডিচেম্বৰ ১৮৫৬, পৃ. ১৮০

৮২ M. Bronson : *op.cit.*, p. V (Preface)

৮৩ *Ibid.*, p. VI (আভাস)

৮৪ Quoted, H. K. Barpujari : *The American Missionaries and North East India, op.cit.*, pp. 159-161

৮৫ বাণীকান্ত শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩৩, *অৰুনোদই*, পৃ. ৯২

চৰকাৰৰ মুৰব্বীক টলাবলৈ সক্ষম হ'ল। লেঃ গৱৰ্ণৰ চাৰ জৰ্জ কেম্বেলে সকলো দিশ গভীৰভাৱে পৰ্যালোচনা কৰি, অসমীয়া ভাষা বিৰোধীসকলৰ আশাত চেঁচা পানী ঢালি ১৮৭৩ খ্ৰীষ্টাব্দৰ ২৫ জুলাইৰ দিনা নিৰ্দেশ জাৰি কৰিলে —

> ১৮৩৭ খ্ৰীষ্টাব্দৰ ২৯নং আইনৰ ব্যৱস্থা অনুসৰি আৰু ভাৰতীয় দণ্ডবিধি আইনৰ ৩৩৭ ধাৰা অনুসৰি ইয়াৰদ্বাৰা নিৰ্দেশ দিয়া হ'ল যে বিচাৰ আৰু ৰাজহ কাৰ্যাৱলীত অসমীয়া ভাষাই ব্যৱহৃত হ'ব লাগিব আৰু কামৰূপ, দৰং, নগাঁও, শিৱসাগৰ আৰু লক্ষীমপুৰ — অসমৰ এই পাঁচখন ভৈয়ামৰ জিলাৰ সাধাৰণ ভাষা অসমীয়া হ'ব[৮৬]।

এইদৰে প্ৰায় দুকুৰি বছৰ কাল (১৮৩৬-১৮৭৩)ব্যাপি চলি অহা অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠা ৰণৰ সফল পৰিসমাপ্তি ঘটিল। এই বিজয়ৰ বাবে প্ৰশংসাৰ্হ আনন্দৰাম ঢেকিয়াল ফুকন প্ৰমুখ্যে আঙুলি মূৰত লেখিব পৰা কেইজনমান অসমীয়া আৰু সাত সাগৰ তেৰ নদীৰ সিপাৰৰপৰা অহা আমেৰিকান মিছনেৰীসকল। প্ৰসংগক্ৰমে তলৰ মন্তব্যফাঁকি বিশেষ ইংগিতবহ ঃ

> ১৮৩৬ খ্ৰীষ্টাব্দত অসমলৈ অহা (আমেৰিকান) মিছনৰ মুখ্য উদ্দেশ্য আছিল খ্ৰীষ্টধৰ্ম প্ৰচাৰ সম্পৰ্কীয় কিন্তু ই একেলগে অসমীয়া ভাষাৰ বিকাশৰো পৃষ্ঠপোষকতা কৰিছিল। কিছুমান মহলে বঙলা ভাষাক দিয়া অগ্ৰাধিকাৰৰ কাৰণে আৰু অসমীয়াক বঙলা ভাষাৰ অপভ্ৰংশ বা উপভাষাৰ দৰে নিম্ন পৰ্যায়ৰ বুলি চিনাক্ত কৰিবলৈ চলোৱা সুদৃঢ় প্ৰচেষ্টাৰ

---

৮৬ NOTIFICATION : Judicial Department, Judicial Calcutta, the 25th July 1873. "Under the Provisions of Act XXIX of 1837, and Section 337 of the Criminal Procedure Code, it is hereby notified that Assamese is the Language to be used in Judicial and Revenue Proceedings in, and is the ordinary language of the five valley districts of Assam, viz.; Kamroop, Durrang, Nowgong, Seebsagar and Luckimpore". Quoted : Dimbeswar Neog : *New Light on History of Asamiya Literature*, 1962, p. 354

নিমিত্তে যেতিয়া অসমীয়া ভাষাৰ বিলুপ্তি নিশ্চিত হৈ পৰিছিল সেই সময়তে তেওঁলোকে ভাষাটো ৰক্ষা কৰিছিল[৮৭]।

নেৰা-নেপেৰাকৈ ভাষা ৰণত লাগি থাকি অৱশেষত জয়ী হৈ তেওঁলোকে অসমীয়া মানুহৰ মনত ভাষিক চৈতন্যৰ লগতে জাতীয় চৈতন্যৰো সঞ্চাৰ কৰি যোৱাটো ৰাজ্যৰ ইতিহাসৰ বাবে গুৰুত্বপূৰ্ণ বিষয়। আন কথাত, প্ৰায় চল্লিশ বছৰীয়া দুৰ্যোগৰপৰা ভাষা-সাহিত্য ৰক্ষাৰ ব্ৰতত ব্ৰতী হোৱা মিছনেৰীসকলেই আধুনিক অসমীয়া সাহিত্যৰ ভেটি স্থাপন কৰোঁতা। সাহিত্যৰ বুৰঞ্জীত আলোচিত সময়ছোৱা যথাৰ্থতে মিছনেৰী যুগ আখ্যা পোৱাৰ যোগ্য।

---

৮৭ S. K. Bhuyan : *Early British Relations with Assam, op.cit.*, p. 38

## পঞ্চম অধ্যায়

# 'অৰুনোদই'ৰ আলোকত অসমীয়া সমাজ আৰু সংস্কৃতি

### ৫.০.১ 'অৰুনোদই সম্বাদ পত্ৰ'ৰ জন্ম ঃ

আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলে অসমৰ হকে যিমানখিনি কৰি গৈছে তাৰ মূলত বহু পৰিমাণে আছে তেওঁলোকৰদ্বাৰা প্ৰকাশিত 'অৰুনোদই সম্বাদ পত্ৰ' বা 'অৰুনোদই' কাকতখন। ১৮৪৩ খ্ৰীষ্টাব্দৰ ১৫ নবেম্বৰত মিছনেৰীসকলে জয়পুৰৰ পৰা শিৱসাগৰলৈ ছপাশালটো উঠাই অনাৰ কথা ইতিমধ্যে উনুকিওৱা হৈছে। ইয়াত ছপাশাল প্ৰতিষ্ঠা কৰাৰ দুবছৰ ডেৰমাহ পিছত ১৮৪৬ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহৰপৰা তেওঁলোকে এই মাহেকীয়া কাকতখন প্ৰকাশ কৰিবলৈ ধৰে। 'অৰুনোদই'ৰ জন্মৰ লগে লগে অসমত সাংবাদিকতাৰ সূচনা হ'ল।

### ৫.০.২ 'অৰুনোদই'ৰ উদেশ্য আৰু লক্ষ্য ঃ

আজিকালিৰ অধিকাংশ সংবাদ পত্ৰত কৰাৰ লেখিয়াকৈ 'অৰুনোদই'ত তাৰ উদ্দেশ্য তথা লক্ষ্য সম্পৰ্কে একো ব্যাখ্যাৰ অৱতাৰণা কৰা হোৱা নাছিল। কাকতখন প্ৰকাশ কৰাৰ উদ্দেশ্য কি তাক 'অৰুনোদই'ৰ শেষত ইংৰাজীত ছপোৱা আৰু ইতিপূৰ্বে উদ্ধৃত কৰা কথাখিনিৰপৰা ধৰিব পাৰি। সেইকথা কেইফাঁকি আছিল ঃ

> THE ORUNODOI : A monthly paper, devoted to Religion, Science and General Intelligence, is printed and published at the Sibsagor Mission Press, by O. T. Cutter, for the American Baptist Mission in Assam.

উল্লিখিত কথাখিনিয়ে এইটো স্পষ্ট কৰি দিয়ে যে ধৰ্ম, বিজ্ঞান আৰু সাধাৰণ জ্ঞান প্ৰচাৰৰ সংকল্প লৈ খ্ৰীষ্ট ধৰ্মৰ বাণী প্ৰচাৰ কৰি এই ধৰ্মত জনসাধাৰণক দীক্ষিত কৰাৰ মুখ্য উদ্দেশ্য আগত ৰাখিয়েই মিছনেৰীসকলে মুখপত্ৰ স্বৰূপে 'অৰুনোদই' কাকত প্ৰকাশ কৰিছিল। সংবাদ পত্ৰ উলিওৱাৰ প্ৰথম প্ৰচেষ্টাক উদ্যোক্তাসকলে 'নিজৰ ব্যবে

কৰ্তব্য বুলি বিবেচনা কৰা এটা পৰীক্ষা'[1] বুলি অভিহিত কৰিছিল।

এনে এটা পৰীক্ষাত অৱতীৰ্ণ হ'বলৈ তেওঁলোকে ক'ৰপৰা সাহস আৰু অনুপ্ৰেৰণা পাইছিল ই এক মননশীল গৱেষণাৰ বিষয়। কাৰণ প্ৰাক্-মিছনেৰী কালত অসমত কোনো ছপাশাল অথবা থলুৱা ভাষাৰ সংবাদ পত্ৰ নাছিল। শ্ৰীৰামপুৰ প্ৰেছে অসমীয়া ভাষাত বাইবেল ছপোৱাৰ পিছত সেই প্ৰেছৰপৰা প্ৰকাশিত 'দিগ্‌দৰ্শন', 'সমাচাৰ দৰ্পণ' আদি কাকত অসমত জনপ্ৰিয় হোৱাটো বেপ্তিষ্টসকলে লক্ষ্য কৰিছিল। এই দুখনৰ বাদেও সেইকালত প্ৰকাশিত আন কিছু সংখ্যক বঙলা কাকত অসমৰ শিক্ষিত চামৰ আদৰৰ বস্তু আছিল। সেই সম্পৰ্কে আলোচনা কৰি অহা হৈছে[2]।

বংগীয় কাকতৰ ভাষাত ঃ

> অসম দেশৰ অতি মান্য লোকসকলে বঙ্গদেশ আৰু বঙ্গদেশত প্ৰচলিত সেই সম্পৰ্কীয় বিষয়ৰ লগত এই দেশীয় সংবাদ পত্ৰৰ দ্বাৰা সম্পৰ্ক ৰাখে আৰু এইদেশীয সংবাদ পত্ৰসমূহৰ অসম দেশত যিমান গ্ৰাহক আছে বঙ্গদেশৰ প্ৰায় কোনো জিলাতে দেখা নাযায়। আমাৰ ওচৰলৈ নতুবা আন আন এইদেশীয় সংবাদ পত্ৰৰ সম্পাদকসকলৰ ওচৰলৈ অসম দেশৰপৰা যি সপ্তাহত প্ৰেৰিত পত্ৰ নাহে তেনে সপ্তাহ প্ৰায় নাথাকেই[3]।

## ৫.০.৩ 'অৰুনোদই'ৰ আদৰ্শ ঃ

অসমৰ মাটিত প্ৰথমবাৰৰ বাবে জন্মগ্ৰহণ কৰা সংবাদ পত্ৰখনৰ আৰ্হি বা আদৰ্শ সম্পৰ্কেও আলোচনাৰ স্থল আছে। এই প্ৰসংগত স্বাভাৱিকতে দৃষ্টি নিক্ষেপ কৰিবলগীয়া হয ইতিমধ্যে কলিকতাত সু-প্ৰতিষ্ঠিত কাকতসমূহলৈ#। ১৮১৮ খ্ৰীষ্টাব্দৰ

---

১ Report of the Assam Mission towards the close of 1851' Quoted George Gillespie, "The Orunodoi" in Maheswar Neog (Ed.). *Journal of the University of Gauhati*, Vol XXVI–XXVII, No 1, Arts, 1975–76, p 125

২ চতুৰ্থ অধ্যায়ৰ অন্তৰ্গত "অসমীযা ভাষাৰ সংকট কালত মিছনেৰীৰ ভূমিকা" নামধেয উপ-শিতানত প্ৰসংগটোৱে ঠাই পাইছে।

৩ *সমাচাৰ দৰ্পণ* ঃ ৩০ জুলাই ১৮৩১; উদ্ধৃত ঃ ব্ৰজেন্দ্ৰ নাথ বন্দোপাধ্যায়, *প্ৰাগুক্ত গ্ৰন্থ*; প্ৰথম খণ্ড, ১৩৫৬ সন, পৃ. ২১৪

# পৰৱৰ্তী কালত লেখকৰ দ্বাৰা বিষয়টো সুকীয়া প্ৰবন্ধ ৰূপে আলোচনা কৰা হৈছে। দ্ৰষ্টব্য ঃ 'অৰুনোদইৰ আৰ্হি ৰূপে বংগীয় কাকত' (প্ৰবন্ধ), *গৰীয়সী*, জানুৱাৰী, ১৯৯৫, পৃ. ৪৭-৫০ আৰু চন্দ্ৰপ্ৰসাদ শইকীয়া (সম্পাঃ) *অসমৰ বাতৰিকাকত আলোচনীৰ ডেৰ শ বছৰীয়া ইতিহাস*, ১৯৯৮, পৃ. ১২৭-১৩২

এপ্ৰিল মাহত শ্ৰীৰামপুৰৰ মিছনেৰীসকলে ‘দিগ্‌দৰ্শন’ নামৰ মাহেকীয়া কাকত উলিযায় আৰু এইখনে বঙলা ভাষাৰ প্ৰথম সংবাদ-পত্ৰ[৪] । কিন্তু ই প্ৰথম কাকত হ’লেও একে বছৰৰে ২৩ মে’ শনিবাৰে জে. চি. মাৰ্শমানৰ সম্পাদনাত প্ৰকাশিত ‘সমাচাব দৰ্পণ’[৫] কাকতেহে বঙলা ভাষাত গজ্‌গজীয়া স্থান ৰাখি থৈ যায । এই সুপ্ৰচাৰিত তথা জনপ্ৰিয কাকতখনৰ আদৰ্শতে ‘অৰুনোদই’ক গঢ দিয়া কথাটো পৰ্যালোচনাৰপৰা পৰিষ্কাৰ হ্য । ‘সমাচাব দৰ্পণ’ৰ যি সাতোটা লক্ষ্যৰ কথা কাকতখনৰ জন্ম লগ্নত সম্পাদকে ব্যক্ত কৰিছিল[৬], ‘অৰুনোদই’ত পৰিবেশিত বিষয়বস্তুসমূহ বিশ্লেষণ কৰি চালে সেইবোৰৰ প্ৰতিফলন দেখা যায় । তদুপৰি ‘অৰুনোদই’ৰ অনেক ঠাইত যি কোনো সংবাদ পত্ৰ বুজাবলৈকে ‘সমাচাব দৰ্পণ’ শব্দদ্বযৰ প্ৰযোগ কৰা হৈছে । যেনে, ‘ফ্রি ইন্‌কোয়াৰেৰ নামেৰে এখন নতুন সমাচাৰ দৰ্পন’ (জুলাই, ১৮৪৬), ‘হৰকৰাৰ ১৭ জুনত চাপা সমাচাৰ দৰ্পন’ (একে সংখ্যা), ‘প্ৰসাদ পুৰান নামে এক নতুন সমাচাৰ দৰ্পন’ (আগষ্ট, ১৮৪৬) প্ৰভৃতি ।

‘অৰুনোদই’ কলিকতাৰ আলোচনী-বাতৰি কাকতবোৰৰ দ্বাৰা কিমানদূৰ প্ৰভাৱান্বিত হৈছিল সেযা এই কথাৰপৰাও হৃদযংগম কৰিব পাৰি যে ১ম বছৰ ৩য সংখ্যাৰেপৰা অসমীযা আলোচনীখনৰ পাতত সেই কাকতবোৰৰ নাম পোৱা যায । ‘ফ্রেণ্ড অব ইণ্ডিযা’, ‘সমাচাৰ দৰ্পন’ (মাৰ্চ, ১৮৪৬), ‘ভাস্কৰ সম্বাদ পত্ৰ’ (এপ্ৰিল, ১৮৪৬), ‘বাঙ্গ দৰ্শক’, ‘ফ্রি ইন্‌কোযাৰেৰ’, ‘হৰকৰা’ (জুলাই, ১৮৪৬), ‘প্ৰসাদ পুৰান’, ‘জুগ্যতদিপিতা ভাস্কৰ’ (আগষ্ট, ১৮৪৬), আদি নাম প্ৰথম অসমীযা কাকতখনত ঠাহ্ খাই আছে । অন্য এটি উল্লেখনীয তথ্য হ’ল বঙলা ভাষাত ভিন ভিন ৰূপত প্ৰকাশিত আৰু বংগদেশত প্ৰচলিত ২১খন সংবাদ পত্ৰৰ তালিকা যুগুত কৰি ‘অৰুনোদই’ত প্ৰকাশ কৰাটো[৭] ।

### ৫.০.৪ ‘অৰুনোদই’ নামটি ঃ

আলোচনীখনৰ নামৰ শুদ্ধ শব্দটো ‘অৰুনোদই’ নহয, ‘অৰুণোদয়’ হে ।

---

৪ S K Dey *Bengali Literature in the Nineteenth Century*, 1962, p 208

৫ ব্ৰজেন্দ্ৰ নাথ বন্দোপাধ্যায় ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ॥৵

৬ *সমাচাব দৰ্পণ* ঃ ১ম সংখ্যা, শনিবাৰ ২৩ মে’, ১৮১৮ খ্ৰীষ্টাব্দ, ১ম পৃষ্ঠা, উদ্ধৃত - ব্ৰজেন্দ্ৰনাথ বন্দোপাধ্যায় ঃ *একে গ্ৰন্থ*।

৭ *অৰুনোদই*, (মেই ১৮৫১), পৃ. ৫৭৭

"অৰুণোদয় (সং. অৰুণোদয় – অৰুণ, সূৰ্য + উদয়, ওলোৱা) সূৰ্যৰ উদয়, বেলি ওলোৱা, প্ৰত্যুষ কাল, নিচেই ৰাতিপুৱা"[৮]। মিছনেৰীসকলৰ লেখাত মূৰ্ধন্য ধ্বনি দন্ত্য হোৱা আৰু শব্দৰ অন্ত্য 'য়' ধ্বনি 'ই' লৈ ৰূপান্তৰিত হোৱা বাবে শব্দটো 'অৰুনোদই' হৈছে। পিছত অৱশ্যে ১৮৬১ খ্ৰীষ্টাব্দৰ জানুৱাৰীৰপৰা উদ্যোক্তাসকলে হেমচন্দ্ৰ বৰুৱা (১৮৩৫-১৮৯৭)ৰ বানান পদ্ধতি মানি লৈ কাকতখনৰ নাম 'অৰুণোদয়' ৰখাৰ ব্যৱস্থা কৰে[৯]।

উনবিংশ শতাব্দীত 'অৰুণোদয়' নামটি সকলোতে জনপ্ৰিয় আছিল। কাৰণ সেই সময়ৰ ভাৰতত বহুকেইখন কাকত আৰু আলোচনী উক্ত নামেৰে নামাংকিত কৰাৰ প্ৰমাণ পোৱা যায়। অকল বঙলা ভাষাতে একাধিক 'অৰুণোদয়' কাকতৰ নাম পোৱাটো উল্লেখযোগ্য। এইকেইখন হ'ল ১৮৩৯ খ্ৰীষ্টাব্দৰ ডিচেম্বৰত জগন্নাৰায়ণ মুখোপাধ্যায়ৰ দ্বাৰা প্ৰকাশিত দৈনিক 'সংবাদ অরুণোদয়', ১৮৪৮ খ্ৰীষ্টাব্দৰ ১৭ মে'ত পঞ্চানন বন্দোপাধ্যায় সম্পাদিত সাপ্তাহিক 'সংবাদ অরুণোদয়' আৰু ১৮৫৬ খ্ৰীষ্টাব্দৰ আগষ্টত ৰেঃ লাল বিহাৰী দেৰ সম্পাদনাত প্ৰকাশিত পষেকীয়া 'অরুণোদয়'[১০]। কবি, প্ৰত্নতত্ত্ববিদ হেমচন্দ্ৰ গোস্বামী (১৮৭২-১৯২৮)য়ে তেওঁৰ বাল্য কালত উক্ত নামৰ এক বা একাধিক কাকত পঢ়াৰ বিষয়ে জানিব পৰা যায়, "নগাঁও হাইস্কুলত নাম লগাওঁতে গোস্বামীৰ বয়স ১২ বছৰমান হ'ব। তেতিয়াই তেওঁ বাপুৰাম পেস্কাৰলৈ অহা বঙ্গলা কাকত 'অৰুনোদই' আদি কাকতবোৰ বৰ হেঁপাহেৰে পঢ়িছিল"[১১]।

একে 'অৰুণোদয়' নামৰ বাতৰি কাকত ওলাইছিল উৰিয়া ভাষাতো[১২]।

উনবিংশ শতাব্দীৰ মাজভাগত ভাৰতৰ বেলেগ বেলেগ ঠাইত 'জ্ঞানোদই', 'চন্দ্ৰোদই', 'পুৰ্নচন্দ্ৰোদই' প্ৰভৃতি নামৰ সংবাদ পত্ৰ প্ৰচলিত থকাৰ বিষয়ে 'অৰুনোদই'ৰ বেলেগ বেলেগ সংখ্যাৰ পৰা জানিব পৰা গৈছে।

---

৮ *হেমকোষ*, ১৯৮৫, পৃ ৫০-১

৯ *অৰুনোদই*, পৃ. ১২৪ (ভূমিকা)

১০ ব্ৰজেন্দ্ৰ নাথ বন্দোপাধ্যায : *বাংলা সাময়িক সাহিত্য ১৮১৮-১৮৬৭*, ১৯৬৪, পৃ. ৩৫, ৪৮ আৰু ৬৪।

১১ বেণুধৰ শৰ্মা : *অসমীয়া সাহিত্যৰ পৰমাচাৰ্য্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী*, ১৯৭২, পৃ.১৮। ১৮৮০ খ্ৰীষ্টাব্দত কাশীৰপৰা আহি হৰকান্ত বৰুৱা সদৰামীনক 'ভাটিৰ সংবাদ কোৱা' "বাপুৰাম ওকীল" নামৰ মানুহজনেই উক্ত বাপুৰাম পেস্কাৰ বুলি ধৰিব পাৰি। দ্ৰষ্টব্য : কুমুদ চন্দ্ৰ বৰদলৈ (সম্পা) *সদৰামীনৰ আত্মজীৱনী*, ১৯৯১, পৃ. ২১৩

১২ বাণীকান্ত শৰ্মা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৬৯

দেশখনত চলি থকা সংবাদ পত্ৰবোৰৰ এনে নামৰ পৰিপ্ৰেক্ষিতত সু-প্ৰচাৰিত তথা সুসমাদৃত 'অৰুনোদই' নামটোকে মিছনেৰীসকলে অসমৰপৰা উলিওৱা কাকতখনৰ ক্ষেত্ৰতো ব্যৱহাৰ কৰিছিল। পূবৰ আকাশত অৰুণৰ উদয় হৈ আন্ধাৰ আঁতৰাই জগত পোহৰ কৰাৰ দৰে ঊনবিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধৰ অন্ধকাৰ অসমক দীপ্তিমান কৰিবলৈকে যেন 'অৰুনোদই'ৰ জন্ম হৈছিল। জ্ঞানদাভিৰাম বৰুৱা (১৮৮০-১৯৫৫)ই 'অৰুনোদই' নামৰ উদ্ভাৱন কৰোঁতাজনক 'এজন চিন্তাশীল দূৰদৰ্শী মানুহ' আখ্যা দিয়াটো বাস্তৱিকতে তাৎপৰ্যপূৰ্ণ[১৩]।

### ৫.০.৫ 'অৰুনোদই'ৰ ভিন্ন ৰূপ ঃ

'অৰুনোদই' একমাত্ৰ মাহেকীয়া আলোচনী হিচাপে চলিছিল নে ই কাকতৰূপে ওলাইছিল অথবা আলোচনী আৰু বাতৰি কাকত উভয় ৰূপতে চলিছিল আৰু কোনটো ৰূপ কেতিয়া ওলাই কেতিয়া বন্ধ হৈছিল এইবিলাক দিশ সম্পৰ্কে সাহিত্যৰ বুৰঞ্জী ৰচকসকলৰ ভিতৰত খুব কম সংখ্যকেহে চিন্তা-চৰ্চা কৰিছে। বৰ্তমান একত্ৰে প্ৰকাশিত ন বছ‹ ৰ কাকতখিনিয়েও পাঠকক একেবাৰে সংশয়মুক্ত কৰিব পৰা নাই। কিন্তু ভিন ভিন স খ্যা 'অৰুনোদই'ৰ পাতত পোৱা ইংগিতবোৰৰ সহায়ত দুটা ভিন্ন ৰূপ ওলোৱাৰ বিষয়ে জানিব পাৰি। বিশেষকৈ এই সংবাদ পত্ৰৰ পাঠক বিশেষে লিখা "অৰুনোদইৰ সু নিয়ম" শীৰ্ষক চিঠিখনে এনে ধাৰণাৰ প্ৰতি দৃঢ় সমৰ্থন জনায়[১৪]। অন্ততঃ ১৮৫৪ খ্ৰীষ্টাব্দলৈকে দুটা ৰূপ একেলগে চলাৰ বিষয়ে উপৰি উক্ত চিঠিত ইংগিত আছে। তদুপৰি আলোচনী 'অৰুনোদই'ৰ যিদৰে পৰিচয় দিয়া হৈছে তাৰ পৰা সি কাকত 'অৰুনোদই'ৰ সমান জনপ্ৰিয় নাছিল বুলি ধাৰণা জন্মে। সেইটো যি নহওক, ১৮৫৫ খ্ৰীষ্টাব্দৰ জানুৱাৰীৰপৰা সম্পাদক সলনি হোৱা বা আন কিবা কাৰণত ১৮৫৪ খ্ৰীষ্টাব্দৰ ভিতৰতে সংবাদ পত্ৰখন সমূলি বন্ধ হৈছিল[১৫]।

### ৫.০.৬ 'অৰুনোদই'ৰ আয়ুস ঃ

'অৰুনোদই'ৰ জীৱনকাল সম্পৰ্কত পণ্ডিতসকলৰ মাজত ভিন ভিন মত চলি

---

১৩ অতুল চন্দ্ৰ হাজৰিকা (সংক, সম্পা,) ঃ *অসম সাহিত্য সভাৰ ভাষণাৱলী*, ২য় ভাগ, ১৯৫৭. পৃ. ২৪

১৪ *অৰুনোদই*, (জানুৱাৰী), ১৮৫৪; পৃ. ১০৮৭

১৫ George Gillespie : *op.cit.*, p. 126

আহিছে। অসমীয়া সাহিত্যৰ অগ্ৰণী বুৰঞ্জীৰচক ডিম্বেশ্বৰ নেওগৰ মতে '১৮৮২ মানত এই কাকত ওলাবলৈ এৰে'[১৬] । বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ ধাৰণা অনুযায়ী ই ৩৭ বছৰ চলিছিল অৰ্থাৎ বন্ধ হোৱাৰ সময় ১৮৮৩ খ্ৰীষ্টাব্দ[১৭] । ড০ প্ৰফুল্লদত্ত গোস্বামীৰ ধাৰণা মতে এই কাকত ৩৬ বছৰ কাল চলিছিল অৰ্থাৎ বন্ধ হোৱা তাৰিখ ১৮৮২ খ্ৰীষ্টাব্দ[১৮]। কিন্তু অসম মিছনৰ আগশাৰীৰ কৰ্মী উইলিযাম ৱাৰ্ডৰ পত্নী শ্ৰীমতী এছ. আৰ. ৱাৰ্ডে তাহানিতে কোৱা "This useful little sheet came to an end in December, 1880"[১৯] বোলা কথাষাৰৰ প্ৰতি বছৰচেৰেক পূৰ্বে সকলোৰে দৃষ্টি আকৰ্ষিত হৈছে। ড০ বাণীকান্ত শৰ্মাই শ্ৰীমতী ৱাৰ্ডৰ উক্তি আৰু মিছন প্ৰেছটো ১৮৮২ খ্ৰীষ্টাব্দত আসাম টি কোম্পানীযে কিনি নাজিৰালৈ স্থানান্তৰ কৰা কথাৰ ভেটিত ১৮৮০ খ্ৰীষ্টাব্দলৈকে 'অৰুনোদই' চলা বুলি ধাৰণা কৰে[২০] । ড০ সত্যেন্দ্ৰ নাথ শৰ্মাই শেহতীযাভাৱে প্ৰকাশকসকলে ১৮৮০ খ্ৰীষ্টাব্দলৈ কাকতখন চলোৱা বুলি ধৰিছে[২১] । ড০ মহেশ্বৰ নেওগেও শ্ৰীমতী ৱাৰ্ডৰ তথ্যৰ আধাৰত ১৮৮০ খ্ৰীষ্টাব্দৰ ডিচেম্বৰত পত্ৰিকাখন বন্ধ হ্য বুলি সদ্যহতে মত পোষণ কৰিছে[২২] । অসম মিছনৰ লগত ঘনিষ্ঠভাৱে জড়িত শ্ৰীমতী এছ. আৰ. ৱাৰ্ডে ১৮৮৪ খ্ৰীষ্টাব্দত প্ৰকাশ কৰা পুথিখনৰ তথ্যৰ ওপৰত ভেজা দি 'অৰুনোদই' ১৮৮০ খ্ৰীষ্টাব্দলৈকে চলিছিল বুলি ধৰাটো যুক্তিযুক্ত হ'ব।

### ৫.০.৭ 'অৰুনোদই'ৰ সম্পাদক ঃ

ডিম্বেশ্বৰ নেওগ প্ৰমুখ্যে অসমীয়া সাহিত্যৰ বুৰঞ্জীৰচকসকলে ও. টি. কাটাৰকেই 'অৰুনোদই'ৰ প্ৰথম সম্পাদক বুলি অভিহিত কৰি আহিছে। ইযাৰ কাৰণ হ'ল প্ৰথম সংখ্যাৰে পৰা কাকতখনৰ শেষত মুদ্ৰক আৰু প্ৰকাশক হিচাপে কাটাৰৰ নাম থকাটো আৰু ১৮৫০ খ্ৰীষ্টাব্দলৈ সম্পাদকৰূপে কাৰো নাম নথকাটো । কিন্তু জৰ্জ

---

১৬ ডিম্বেশ্বৰ নেওগ ঃ *প্ৰাগুক্ত গ্ৰন্থ*. পৃ. ৫৭৭

১৭ বেণুধৰ শৰ্মা ঃ *দূৰবীণ*, *প্ৰাগুক্ত*, পৃ. ১৩৩, *ফুল চন্দন* (১৯৫৯), পৃ ২৮-৯

১৮ প্ৰফুল্লদত্ত গোস্বামী ঃ "বাইবেলৰ পৰা অৰুনোদই লৈ" (প্ৰ.), *প্ৰকাশ*, অৰুনোদই সংখ্যা, নবেম্বৰ ১৯৮৩, পৃ. ২১ । একে লেখকৰ *বুৰঞ্জী আৰু সংস্কৃতি*. ১৯৮৫, পৃ.৭০

১৯ S. R. Ward : *A Glimplse of Assam*. 1884, p. 15

২০ বাণীকান্ত শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*. পৃ.৬৯

২১ সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২৭৭

২২ *অৰুনোদই*, পৃ.'১৪১ (ভূমিকা)

জিলেস্পিয়ে প্ৰায় প্ৰতি সংখ্যা ‘অৰুনোদই’ৰ প্ৰকাশৰ সময়, আলোচনী ৰূপৰ পৃষ্ঠা সংখ্যা, কাকত ৰূপৰ পৃষ্ঠা সংখ্যা প্ৰভৃতি প্ৰকাশন সম্পৰ্কীয় তথ্য যোগান ধৰি প্ৰথম সংখ্যাৰপৰা ৯ম বছৰ ১২শ সংখ্যা, ডিচেম্বৰ ১৮৫৪ খ্ৰীষ্টাব্দলৈ নাথান ব্ৰাউন সম্পাদক থকাৰ বিষয়ে স্পষ্টভাৱে উল্লেখ কৰিছে। ইয়াৰ সমৰ্থনত তেওঁ ই. ডব্লিউ. ব্ৰাউন ৰচিত নাথান ব্ৰাউনৰ জীৱনীখনৰ পৰা ‘অৰুনোদই’ সম্পৰ্কীয় সংক্ষিপ্ত অথচ তাৎপৰ্যপূৰ্ণ মন্তব্যৰ উদ্ধৃতি দিছে[২৩]। ব্ৰাউনৰ জীৱনীৰচকৰ ভাষ্য হ’ল, ‘১৮৪৬ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত মিঃ ব্ৰাউনে ‘অৰুনোদই’ৰ প্ৰথম সংখ্যা প্ৰস্তুত কৰি উলিয়ায় ..... এই কাকতখন তেওঁ শিৱসাগৰত থকা অৱশিষ্ট বছৰ কেইটাৰ অধিকাংশ সময়ত অসমীয়া ভাষাত সম্পাদনা কৰিছিল’[২৪]।

নাথান ব্ৰাউনৰ পিছৰ সম্পাদক দুই এজনৰ বিষয়ে কিবাকৈ জানিব পাৰিলেও সপ্তম দশকৰ মাজ ভাগৰপৰা ‘অৰুনোদই’ৰ বিলুপ্তিলৈকে ক্ৰমানুসৰি সংবাদ পত্ৰখন সম্পাদনা কৰোঁতাসকলৰ তালিকা এখন কৰাটো অসম্ভৱপ্ৰায় হৈ পৰিছে। ইয়াৰ কাৰণ পৰৱৰ্তী কালৰ ‘অৰুনোদই’ৰ দুষ্প্ৰাপ্যতা। এই সম্পৰ্কে বৰ্তমান অধ্যয়নৰ আৰম্ভণিতে ইংগিত দিয়া হৈছে[২৫]। ড০ বিৰিঞ্চি কুমাৰ বৰুৱা-সংকলিত পুথিত ১৮৬১ খ্ৰীষ্টাব্দলৈকে প্ৰকাশিত ৰচনাৰাজিৰ কিছুমান নিৰ্বাচিত পাঠহে পোৱা যায়[২৬]। ড০ বৰুৱাদেৱৰ গ্ৰন্থত স্থান নোপোৱা অথচ এইছোৱা সময়ৰ ভিতৰতে প্ৰকাশিত দুই-এপদ ৰচনাৰ আংশিক উদ্ধৃতি কাচিৎ কেতিয়াবা কোনোবা গৱেষক-পণ্ডিতৰ লেখাৰ মাজত দেখা যায়[২৭]। ১৮৬১ খ্ৰীষ্টাব্দৰ পিচৰ সংখ্যাসমূহ ৰাজ্যৰ ভিতৰে বাহিৰে ক’ৰবাত থকা বুলি নিশ্চিতভাৱে ক’ব নোৱাৰি ; গতিকে জৰ্জ জিলেস্পিৰ আলোচনাৰ ওপৰত ভিত্তি কৰি ধৰি ল’ব পাৰি যে ৰেঃ নাথান ব্ৰাউনৰ পিচত ক্ৰমান্বয়ে এ. এইছ. ডেনফোৰ্থ, এছ. এম. হুইটিং, উইলিয়াম ৱাৰ্ড, ৰেঃ এডৱাৰ্ড ডব্লিউ ক্লাৰ্ক আৰু এ. কে. গাৰ্ণী আদিয়ে কাকখনৰ সম্পাদনাৰ দায়িত্ব লয়[২৮]।

### ৫.০.৮ ‘অৰুনোদই’ৰ প্ৰবন্ধ-পাতি লেখক ঃ

‘অৰুনোদই’ত প্ৰকাশিত ৰচনাৰাজিৰ কিছু সংখ্যকৰ ক্ষেত্ৰতহে লেখকৰ

---

২৩ George Gillespie : *op.cit.*, p. 130

২৪ E. W. Brown : *op.cit.*, p. 416

২৫ প্ৰথম অধ্যায়, উপ-শিতান “বৰ্তমান অধ্যয়নৰ উৎস”.

২৬ বিৰিঞ্চি কুমাৰ বৰুৱা (সংক) ঃ *অৰুনোদইৰ ধলফাট*, ১৯৬৫

২৭ উদাহৰণ স্বৰূপে — সূৰ্যকুমাৰ ভূঞা ঃ *প্ৰাগুক্ত অভিভাষণ*।

২৮ George Gillespie : *op.cit.*, p. 129

নাম অন্তৰ্ভুক্ত হোৱা দেখা যায়। বহু সময়ত মাত্ৰ একেটা অক্ষৰ আৰু কেতিয়াবা কেতিয়াবা দুটা বা তিনিটা আখৰেৰে লেখক একোজনক বুজোৱা হৈছে। তেনেক্ষেত্ৰত লেখকৰ নাম উদ্ধাৰ কৰাটো শ্ৰমসাধ্য ব্যাপাৰ। অনেক লেখাৰ বেলিকা আকৌ ছদ্মনামেহে ঠাই পাইছে — 'অসমিযাৰ বন্ধু', 'কলিকতাত থকা এজন অচমিয়া', 'ওপৰ অচমত থকা এজন অসমিয়া লোক' ইত্যাদি ইত্যাদি। ড০ মহেশ্বৰ নেওগে এনে সংক্ষিপ্ত নাম, ছদ্মনাম আদিৰপৰা 'অৰুনোদই'ৰ লেখকসকলৰ সম্ভাব্য তালিকা এখন যুগুতাই উলিযাইছে[২৯]।

### ৫.০.৯ 'অৰুনোদই'ৰ পৰিবেশন ৰীতি ঃ

কাকতখনৰ প্ৰত্যেক সংখ্যাৰ প্ৰথম পৃষ্ঠাত খ্ৰীষ্টীয় বছৰ, মাহ, 'অৰুনোদই' প্ৰকাশৰ বছৰ, সংখ্যা আদিৰ পৰিচিতি অসমীয়া-ইংৰাজী দুয়োটা ভাষাতে দি অহা হৈছে। প্ৰতি সংখ্যাৰ শেষত থাকে ইয়াৰ ইংৰাজী পৰিচয়লিপি। মুদ্ৰিত বিষয়বস্তুৰ নামটো অসমীয়াত দিয়াৰ লগতে সৰুকৈ ইংৰাজীতো ছপোৱাৰ ৰীতি আছিল। দুই এঠাইত লেখাৰ শেষত ৰচোঁতাৰ নাম অকল ইংৰাজীতে ছপা কৰা দেখা যায়। এই ব্যৱস্থা যে অকল নকৈ অসমীয়া শিকিব ধৰা লোকসকলৰ বাবেহে কৰা হৈছিল তাত সন্দেহ নাই।

### ৫.০.১০ 'অৰুনোদই'ৰ প্ৰচাৰ সংখ্যা ঃ

ঊনবিংশ শতাব্দীৰ অসমীয়া সমাজত 'অৰুনোদই' যে জনপ্ৰিয় সংবাদ পত্ৰ আছিল সেই বিষয়ে নানা উৎসৰ পৰা জানিব পাৰি। শ্ৰীমতী এছ. আৰ. ৱাৰ্ডৰ মন্তব্য এই প্ৰসংগত প্ৰণিধানযোগ্য ঃ 'অসমত বহু বছৰলৈ একমাত্ৰ কাকত হিচাপে প্ৰকাশিত হৈ থকা 'অৰুনোদই' ব্যাপকভাৱে প্ৰচাৰিত হৈছিল আৰু থলুৱা লোক তথা ভাষাটো বুজি পোৱা অন্যান্য মানুহে বৰ আগ্ৰহেৰে (এই কাকত) পঢ়িছিল'[৩০]। একে প্ৰসংগতে 'অৰুনোদই'ৰ সমসাময়িক লেখিকাগৰাকীয়ে সংবাদ পত্ৰখনৰ বিষয়ে প্ৰশংসাসূচক দীঘলীয়া মন্তব্য দিছে। কিন্তু তেওঁৰ উক্তিত প্ৰচাৰ সংখ্যাৰ তথ্য অনুপস্থিত। যি নহওক, শ্ৰীমতী ৱাৰ্ডে কোৱা প্ৰচাৰৰ এই 'ব্যাপকতা' তৎকালীন সামাজিক পৰিবেশৰ প্ৰতি লক্ষ্য ৰাখিহে নিৰ্ণয় কৰাটো বাঞ্চনীয়। তদুপৰি মিছনেৰীৰ কাকত 'অৰুনোদই'ৰ প্ৰতি

---

২৯ *অৰুনোদই*, পৃ.১৫০-৮ (ভূমিকা)

৩০ S. R. Ward : *op.cut.*, p.210

হিন্দুপ্ৰধান সমাজখনৰ স্বাভাৱিক অৱজ্ঞা বা উদাসীনতা অথবা প্ৰতিবন্ধকতাৰ দিশটোও বিবেচনাৰ যোগ্য। কাৰণ "অৰুনোদইখন পাদুৰী কাকত গুণে 'ইংৰাজী পঢ়িলে জাত যোৱা' বুলি ভবাসকলে তাক যি নপঢ়িছিলেই আনকো পঢ়িবলৈ হাক দিছিল"[৩১]।

কাকতখনৰ প্ৰচাৰ সংখ্যা সম্পৰ্কত আমাৰ সমীক্ষকসকলে ভিন ভিন মত প্ৰকাশ কৰা দেখা যায়। গতিকে ইয়াৰ প্ৰকৃত গ্ৰাহক সংখ্যা দিয়াটো চিন্তনীয় বিষয়। জৰ্জ জিলেস্পিয়ে নানা উৎসৰ সহায়ত মত দিছে যে ১৮৪৬ খ্ৰীষ্টাব্দত কাকত 'অৰুনোদই'ৰ গ্ৰাহক সংখ্যা আছিল ৫৬৮। সংগৃহীত তথ্যানুযায়ী এই হিচাপেই সৰ্বাধিক। আকৌ প্ৰকাশিত সংখ্যাৰ পিনৰপৰা চাবলৈ গ'লে ১৮৫১ খ্ৰীষ্টাব্দতে সৰ্বাধিক আলোচনী আৰু কাকত ছপাই উলিওৱা হৈছিল। সেই বছৰৰ লেখ হ'ল আলোচনী ১০০০ খন আৰু বাতৰি কাকত ৪০০ খন[৩২]।

যীশু খ্ৰীষ্টৰ বাণী বিলোৱাৰ উদ্দেশ্যে অথবা 'অৰুনোদই'ৰ প্ৰচাৰ কামনাৰ্থে প্ৰকাশকসকলে কেতিয়াবা কেতিয়াবা কাকতখন বিনামূলীয়াকৈ পঠাইছিল। তাৰ সাক্ষ্য দিছে অগ্নিকবি কমলা কান্ত ভট্টাচাৰ্য্যই "অৰুণোদয় কাকতখন শিৱসাগৰৰপৰা মিছনেৰীয়ে পঢ়াশালীলৈ এনেয়ে পঠায়। মই তাক পঢ়িছিলো"[৩৩]। সমপৰ্যায়ৰ আন অনুষ্ঠান-প্ৰতিষ্ঠানলৈও কাকতখন বিনামূলীয়াকৈ পঠোৱাৰ সম্ভাৱনা অস্বীকাৰ কৰিব নোৱাৰি।

### ৫.১.০ 'অৰুনোদই'ৰ পাতত অসমৰ সামাজিক জীৱন ঃ

বিগত শতাব্দীৰ অসমৰ সামাজিক জীৱনৰ বিষয়ে অধ্যয়ন কৰিব খুজিলে প্ৰথম অসমীয়া সংবাদ পত্ৰখনৰপৰা প্ৰচুৰ তথ্য আহৰণ কৰিব পাৰি। এনে তথ্যৰাজি ক'ৰবাত তুলনামূলকভাৱে দীঘলীয়া ৰূপত, অন্য ক'ৰবাত অতি সংক্ষিপ্তভাৱেহে পোৱা যায়। সূক্ষ্ম পৰ্যবেক্ষণৰদ্বাৰা চালি-জাৰি চালে এইবোৰে ব্যাপক বিষয়ৰ ইংগিত দিবলৈ সক্ষম হ'ব।

তলত এইবোৰ পৰ্যায়ক্ৰমে বিশ্লেষণ কৰা হ'ল।

---

৩১ বেণুধৰ শৰ্মা ঃ *মণিৰাম দেৱান*, *প্ৰাগুক্ত*, পৃ. ২০৩

৩২ George Gillespie : *op.cit.*, p. 129

৩৩ প্ৰফুল্লদত্ত গোস্বামী (সম্পা) ঃ *কমলাকান্ত ভট্টাচাৰ্য্যৰ ৰচনাৱলী*, ১৯৮২, পৃ. ২০৯

**৫.১.১ উৎসৱ পাৰ্বণ ঃ**

যোৱা শতিকাৰ অসমত প্ৰচলিত উৎসৱ-পাৰ্বণৰ বিষয়ে কিছু আভাস 'অৰুনোদই'ৰ পাতত পোৱা যায়। 'অৰুনোদই' প্ৰকাশৰ সময়তো স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ দিনত ৰাজ পৰিয়ালত উলহ-মালহেৰে উদ্‌যাপিত 'দুৰ্গা পূজা'ৰ[৩৪] উৎসাহ উদ্দীপনা ম্লান হোৱা নাছিল। ১৮৪৬ খ্ৰীষ্টাব্দৰ ১ অক্টোবৰ তাৰিখে পুৰন্দৰ সিংহৰ মৃত্যু হোৱাত কাকতখনে পৰিবেশন কৰা বাতৰিৰপৰা এই কথা ধৰা পৰে। "দুৰ্গা পুজা চাবলৈ ফুকন, বৰুআ আদি বৰ বৰুআ, ডাঙ্গৰিয়া সকল গোটখোৱা"ৰ[৩৫] বিষয়ে প্ৰসংগক্ৰমে উল্লেখ কৰা হৈছে।

'ৰথযাত্ৰা' বৰ্তমান অসমত বৰ জনপ্ৰিয় উৎসৱ নহয়। কিন্তু শতাধিক বছৰ পূৰ্বে শিৱসাগৰত 'ৰথযাত্ৰা' উৎসৱ পালন কৰা সংবাদ 'অৰুনোদই'ত প্ৰকাশিত হৈছে। তেতিয়াৰ দিনত এই উপলক্ষে চৰকাৰী বন্ধৰো ব্যৱস্থা আছিল[৩৬]। কাকতখনৰ পাতত জগন্নাথৰ 'ৰথযাত্ৰা'ৰ ছবি দি সংক্ষেপে পৰিবেশন কৰা সংবাদটো এই ঃ "সেই দিনত মোকাম সিৱসাগৰতো দুখন ৰথ সাজি অনেক মানুহে আলি বাটবোৰত টানি লৈ ফুৰাইচিল"[৩৭]। ইয়াৰ পিছত আছে জগন্নাথৰ উৎপত্তি আৰু পূজা-পাতল সম্পৰ্কীয় সুদীৰ্ঘ বৰ্ণনা।

বৰ্তমান অসমৰ সৰ্বত্ৰ জাতীয় উৎসৱ ৰূপে সমাদৃত 'বিহু' সম্পৰ্কে 'অৰুনোদই'য়ে ইংগিত নিদিয়াকৈ থকা নাই। অপ্ৰিয় হ'লেও সত্য যে সেই সময়ত 'বিহু'ৰ নামত বছৰি ঠাই বিশেষে ব্যভিচাৰ কৰ্ম চলিছিল। তাৰ প্ৰমাণ ঃ "এই অসম দেসৰ অনেক ঠাইত বচৰি বিহুত জি সকল বিভিচাৰ ক্ৰিয়া কৰে তাক সকলে জানে। এই কুৰিতি আন কোনো দেসত নাই আৰু সি অসমৰ এক মহা কলংক হৈচে"[৩৮]।

উল্লেখযোগ্য যে অসমৰ 'বিহু'ৰ এনে চৰিত্ৰ ইয়াৰ প্ৰায় কুৰি বছৰ পূৰ্বেও আছিল। বঙলাত হ'লেও অসমৰ বিষয়ে অসমীয়া মানুহৰদ্বাৰা ৰচিত তথা প্ৰথম মুদ্ৰিত বুৰঞ্জী হলিৰাম ঢেকিয়াল ফুকনৰ "আসাম বুরঞ্জি'য়ে প্ৰায় একে কথাকে কৈছে ঃ

..... তাহাতে সাধারণ লোকের স্ত্রী লোক ও লম্পট পুরুষসকল একত্র

৩৪ গুণাভিৰাম বৰুৱা ঃ *আসাম বুৰঞ্জী*, প্ৰাগুক্ত, পৃ. ১৭০

৩৫ *অৰুনোদই* (অক্টোবৰ, ১৮৪৬), পৃ. ৭৩

৩৬ যোগেন্দ্ৰ নাৰায়ণ ভূঞা ঃ *উৱলি যোৱা নথিৰপৰা*, ১৯৯১, পৃ. ১৪-১৫

৩৭ *অৰুনোদই* (জুলাই, ১৮৪৭), পৃ. ১৫৩

৩৮ একে গ্ৰন্থ (এপ্ৰিল, ১৮৪৮), পৃ. ২২৮

হইযা অত্যন্ত জুগুপ্‌সিত নৃত্য-গীত কৰিযা থাকে পল্লীগ্রামে সৰ্ব্বাপেক্ষা এই পৰ্ব্ব অধিক কিন্তু এই কুৰীতি কামৰূপে নাই সৌমাৰে অধিক[৩৯]।

সাম্প্ৰতিক কালত ই এটা বিতৰ্কমূলক বিষয হৈ পৰিছে।

খ্ৰীষ্টান লেখকৰ কলমত 'গৰু বিহু'ৰ উল্লেখে সমসামযিক সমাজত উদ্‌যাপিত 'বিহু' উৎসৱৰ এটি দিশত পোহৰ পেলাইছে ঃ আজিকালিৰ দৰে সেই সমযতো 'বহাগ বিহু'ৰ প্ৰথম দিনটো 'গৰু বিহু' ৰূপে পালিত হৈছিল। 'অৰুনোদই'ৰ ভাষাত ঃ ' ...... এপ্ৰিল মাহৰ ১২ তাৰিখে গৰু বিহুৰ দিনা ৰাতি দিবুৰুগৰ আৰু এই জিলাতো মটকে ৰন কৰিব বুলি কোআত, কোনো কোনোএ ভই পাই আপোনাৰ লোটা-বাটি মাটিত পুতি থৈছিল''[৪০]।

১৮৪৯ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহৰ ৭ তাৰিখে ''গুআহাটিত দল জাত্ৰাৰ সমযত দুই তিনি জন মানুহে গোট খাই নৈৰ ওচৰত ৰাতি হাঁৱৈ নামেৰে খাৰৰ বাজি কৰি'' উৰুওৱাৰ ফলত সেই বাজি ঘৰৰ চালত পৰি দুঘৰমান মানুহৰ ঘৰ পোৰাৰ বিষযে জানিব পৰা গৈছে[৪১]। সংবাদটোৱে ইংগিত দিযা মতে তাহানিৰ অসমত মানুহে 'দৌলযাত্ৰা' পালন কৰোঁতে অন্য ৰং-ধেমালিৰ লগতে ''খাৰৰ বাজি''ও উৰুৱাইছিল। আজিকালি অৱশ্যে ''খাৰৰ বাজি'' 'দৌলযাত্ৰা'ৰ সলনি 'দেৱালী'তহে জ্বলোৱা হয।

'অৰুনোদই'কালীন অসমতো 'দেৱালী' বা 'দীপান্বিতা' উৎসৱ পালিত হৈছিল। মাৰোৱাৰী সমাজে এই বিষযত আগভাগ লোৱাৰ প্ৰমাণ পোৱা যায, ''২১ অক্টোবৰ সনি বাৰত সিৱসাগৰ জিলাৰ কেঁযা পটিত ৰাতি দিপনিতাৰ অনেক চাকি লগাই ৰঙ্গ তামচা কৰিচিল''[৪২]।

প্ৰথম অসমীযা সংবাদ পত্ৰখনত ''বিবাহ উৎসৱ'এও ভুমুকি মাৰিছেহি। শিৱসাগৰৰ হৰনাথ পৰ্বতীযা বৰুৱা পেচকাৰে ধুম-ধামেৰে জীযেকৰ বিযা পতাটো তাৎপৰ্যপূৰ্ণ সংবাদ। এই প্ৰসংগত 'অৰুনোদই'ৰ ভাষ্য এনে ধৰণৰ ঃ

> সিৱসাগৰ জিলাত ১৭ ফেব্ৰোৱাৰি তাৰিখে শ্ৰীহৰনাথ পৰ্বতিয়া বৰুআ পেঁচকাৰে বোকাখাতৰ শ্ৰীবেথাই সৰ্মাকে ধৰি আনি, আপোন জিএক শ্ৰীমতি কেতেকিক সালংক্ৰিতাকৈ বিযা দিলে। নিমন্ত্ৰনতে অনেক

---

৩৯ যতীন্দ্ৰ মোহন ভট্টাচাৰ্য্য ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১০৩-৪

৪০ *অৰুনোদই* (জুলাই, ১৮৪৯), পৃ. ৩৫১

৪১ *একে গ্ৰন্থ*, (মাৰ্চ, ১৮৪৯), পৃ. ৩১৯

৪২ *একে গ্ৰন্থ*, (নবেম্বৰ, ১৮৫৪) পৃ. ১২৩৭

ভদ্ৰলোকে বিয়া চাবৰ নিমিত্তে আহিছিল, কিন্তু সেই ৰাতিৰ ন বজাৰ সময়ত অতি সিলা ব্ৰিষ্টি হৈ বিয়া দিয়াৰ ঠাই নষ্ট কৰাত ৰভাৰ ভিতৰত বৰ বোকা পানি হলত, চৰা ঘৰৰ ভিতৰ সোমাই জগ্য কৰি বিয়া দিলে।[৪৩]

### ৫.১.২ খেল-ধেমালি ঃ

'অৰুনোদই'ৰ পাতত সেই কালত প্ৰচলিত খেল-ধেমালিৰ স্বৰূপ বিচাৰি উলিওৱাটো কষ্টসাধ্য। তথাপি নগাঁও মিছন স্কুলৰ ছাত্ৰ শ্ৰীধনিয়ে 'অৰুনোদই'ৰ সম্পাদকলৈ লেখা পত্ৰত এই সম্পৰ্কে এটা ইংগিত পোৱা গৈছে। তাৰপৰা জনা যায় যে অসমৰ থলুৱা ক্ৰীড়া 'ঢোপ খেল' উক্ত স্কুলৰ ছাত্ৰৰ মাজতো প্ৰচলিত আছিল[৪৪]।

### ৫.১.৩ সাজপাৰ ঃ

ইতিহাসে ঢুকি পোৱা কালৰেপৰা অসমৰ তিৰোতাসকলৰ মাজত বোৱা-কটাৰ পৰম্পৰা চলি আহিছে। আহোম ৰাজন্যবৰ্গৰ দিনত ৰাতিৰ ভিতৰতে গছৰপৰা কপাহ্ ছিঙি আনি, নেওঠি, সূতা কাটি কবচ কাপোৰ বৈ উলিয়াই স্ত্ৰীয়ে স্বামীক পিন্ধাই ৰণলৈ পঠিওৱাৰ কাহিনীৰে অসম বুৰঞ্জী মুখৰ। সেই কালত দৰা পাবৰ বাবে ছোৱালীৰ বোৱা-কটাত পাৰদৰ্শিতা অপৰিহাৰ্য গুণ বুলি বিবেচিত হৈছিল।

অৱশ্যে মিছনেৰীসকলৰ লেখাত অসমৰ বোৱা-কটা শিল্প কিম্বা পিন্ধন-উৰণ সম্পৰ্কে বিস্তৃত তথ্য পোৱা নাযায়। তথাপি এই বিষয়ৰ ৰেঙণি পাব পৰাটো সন্তোষৰ কথা। ১ম বছৰ, ১০ম সংখ্যা, অক্টোবৰ ১৮৪৬ খ্ৰীষ্টাব্দৰ কাকতত কোঁৱৰপুৰত এজন মানুহে 'কপাহী চুৰিয়া'ৰে ডিঙিত ডোল লগাই আত্মহত্যা কৰা বাৰ্তা পৰিবেশিত হৈছে। এই সংবাদে সৰ্বসাধাৰণ মতা মানুহৰ পিন্ধা কাপোৰ সম্পৰ্কে কিছু আভাস দিছে।

'এই সংসাৰৰ এজন লোক'এ লেখা ''অচমিয়া আৰু বঙ্গালি ভাসাৰ কথোপকথন'' শীৰ্ষক আলচত যি কাল্পনিক তিৰোতাৰূপী অসমীয়া ভাষাৰ চিত্ৰ ডাঙি ধৰা হৈছে, তাত 'মুগাৰ ৰিহা মেখেলা'ৰ লগত 'কপাহিৰ খনিয়া কাপৰ' পিন্ধা এগৰাকী

---

৪৩ *একে গ্ৰন্থ* (ফেব্ৰুৱাৰী, ১৮৪৭), পৃ. ১০৯

৪৪ *একে গ্ৰন্থ* (জানুৱাৰী, ১৮৪৮), পৃ. ২০০

নাৰীৰ উল্লেখ পোৱা যায়[৪৫]। উক্ত বৰ্ণনাৰপৰা তৎকালীন সমাজত অসমীয়া মহিলাৰ সাজপাৰ সম্বন্ধে ধাৰণা কৰিব পাৰি।

### ৫.১.৪ নাট-ভাওনা ঃ

'অৰুনোদই'ত অসমৰ নৃত্য-গীত, নাট-ভাওনা বিষয়ক তথ্যৰ অভাৱ পৰিলক্ষিত হ'লেও "গ"ই লেখা "কলিকতাৰপৰা অহা পত্ৰ"ত ভাওনা সম্পৰ্কে সামান্য ইংগিতৰ মাজেৰে অনুষ্ঠানটোৰ প্ৰতি আনুগত্য প্ৰকাশ কৰা হৈছে। ড০ মহেশ্বৰ নেওগৰ ধাৰণা অনুযায়ী "কলিকতা নগৰত থকা এজন অচমিযা লোক" নামেৰে সম্পাদকলৈ পত্ৰ লেখা (মে' ১৮৫৩ খ্ৰীষ্টাব্দৰপৰা) ব্যক্তিজন হ'ল গুণাভিৰাম বৰুৱা[৪৬]। কলিকতাৰপৰা গুৱাহাটীলৈ যাত্ৰা দেখুৱাবলৈ অহা বঙালী "জাত্ৰাৱালাৰ নাচগান"ৰ প্ৰতি কিছু থলুৱালোক অতি ভক্ত হৈ পৰিছিল। এইবোৰত খৰচ কৰা ধনৰ মাত্ৰা দেখি লেখকে গভীৰ আক্ষেপেৰে নিজ মনোভাৱ ব্যক্ত কৰিছে, "জি ধন বঙ্গালি জাত্ৰাত ভগন কৰিচিল, সেই ধনেৰে জদি আমাৰ অচমিযা ভাবনা উচিত মতে কৰিলেহেঁতেন তেও ভাসাৰ এক অঙ্গ প্ৰধান ভাল হলহেতেন"[৪৭]। পত্ৰলেখকৰ কথাৰ মাজেৰে পৰিস্ফুট হৈ উঠিছে যে বঙলা সংস্কৃতিৰ প্ৰভাবত আমাৰ মানুহে পৰম্পৰাগত সাংস্কৃতিক অনুষ্ঠানৰ প্ৰতি অৱজ্ঞাৰ মনোভাৱ প্ৰদৰ্শন কৰিছিল।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ বাল্যকালৰ পৰা কৰা অভিজ্ঞতালৈ প্ৰসংগক্ৰমে আঙুলিয়াব পাৰি। সৰুতে দেখা অংকীয়া ভাওনাৰ লগতে বঙলা নাট ভাওনাৰ বিপুল প্ৰভাৱৰ কথাও বেজবৰুৱাই ক'বলৈ এৰা নাই। ডাঙৰ ডাঙৰ সত্ৰবোৰত অংকীয়া ভাওনা অনুষ্ঠিত হোৱাৰ লগে লগে অথবা তাক সাতৰাই ভুলে-শুদ্ধই বঙলা নাটৰ অভিনয় চলাৰ বিষয়ে তেওঁ স্পষ্টভাৱে জনাইছে[৪৮]।

### ৫.১.৫ বাদ্য-সামগ্ৰী ঃ

মাচ, ১৮৪৮ সংখ্যা কাকতত প্ৰকাশিত হৈছে এটা সাংকেতিক চিনেৰে নিজ পৰিচয় প্ৰদান কৰা কোনোবা লেখকৰ দীঘলীয়া ৰচনা 'গাই গৰুৰ বিবৰন'। ইয়াৰ শেষত সংযোজিত, ৰচকৰ নামবিহীন গৰু বিষয়ক পদ্যটিত অসমৰ কেবাবিধ থলুৱা

৪৫ *একে গ্ৰন্থ* (নবেম্বৰ, ১৮৫৫), পৃ. ১২৪২

৪৬ *একে গ্ৰন্থ*, পৃ. ১৪৮ (ভূমিকা)

৪৭ *একে গ্ৰন্থ* (অক্তোবৰ ১৮৫৪), পৃ. ১২২৯

৪৮ লক্ষ্মীনাথ বেজবৰুৱা : *মোৰ জীৱন সোঁৱৰণ*, ১৯৬৬, পৃ.৩৩

বাদ্যৰ নাম পোৱা গৈছে। পদ্যলেখকৰ ভাষাত ঃ

> ম্রিদঙ্গ নাগেৰা দবা ঢোল খোল জত
> এইবোৰো হই দেখা গৰুৰ চালত।[৪৯]

## ৫.১.৬ সামাজিক আচাৰ ঃ

আমেৰিকান মিছনেৰীসকলৰ খ্রীষ্টান ধৰ্ম প্ৰচাৰৰ মুখপত্ৰ হোৱা বাবে 'অৰুনোদই'ত অসমৰ থলুৱা আচাৰ-নীতি, পূজা-পাতল আদি বিষয়ৰ তথ্য প্ৰায় নাই বুলিলেও হয়। কেৱল নবেম্বৰ, ১৮৫২ খ্রীষ্টাব্দত প্ৰকাশিত গুৱাহাটীৰ মুক্তাৰাম দাসৰ টোকাটিত এই বিষয়ৰ এটা ইংগিত আছে। গৰুৰ বেমাৰৰ বিষয়ে উল্লেখ কৰি কোৱা হৈছে যে বেমাৰত কিছুমান মানুহৰ আটাইবিলাক গৰু মৰি যায়। তেতিয়া "সেই মানুহ পৰাচিত হই"[৫০]। সংবাদটিয়ে জানিবলৈ দিছে গৃহস্থৰ আটাইবিলাক গৰু হঠাৎ মৰি গ'লে সেই কালত পাপ বুলি বিবেচিত হৈছিল আৰু তাৰ বাবে প্ৰায়শ্চিত্তৰ বিধান আছিল। এনেদৰে গৰুহীন হোৱা গৃহস্থই প্ৰায়শ্চিত্ত হ'ব লগা ব্যৱস্থাই তৎকালীন সমাজত ধৰ্ম শাস্ত্ৰৰ বন্ধন আৰু প্ৰভাৱৰ ইংগিত দিযে।

## ৫.১.৭ মৃতকৰ সৎকাৰ ঃ

মৃতকৰ সৎকাৰ বিষযক কেইটামান বাতৰি 'অৰুনোদই'ত পোৱা যায়। ঘাইকৈ ডা-ডাঙৰীয়াৰ প্ৰেতকৰ্মৰ দীঘলীযা বৰ্ণনা চকুত পৰে। ১৮৪৬ খ্রীষ্টাব্দৰ ১ অক্টোবৰত মৃত্যু হোৱা পুৰন্দৰ সিংহৰ সৎকাৰ কাৰ্যৰ বৃত্তান্তই আহোম ৰজাসকলৰ মৃতকৰ সৎকাৰ সম্বন্ধীয দস্তুৰ বৃহত্তৰ পাঠক সমাজৰ আগত সদৰি কৰিছে। বাতৰিটো এনে ধৰণৰ ঃ

> ...ডাঙ্গৰিযাসকল গোট খাই, সেই ম্রিত্যু মহাৰজাক নগৰৰ পৰা বাহিৰ কৰি, দহন আদি কৰাবৰ নিমিত্তে, শ্ৰীজুত কামেশ্বৰ সিংহক, ম্রিত্যু ৰজাৰ স থকা ঠাইতে বৰ চবাত কাপৰ পাৰি বহুআই, বৰবৰুআ আৰু ডাঙ্গৰিয়া সকলে চাৰি ৰজাৰ সমইত পূৰ্বে পিত্রি ৰজাক জুবৰাজ নাম দিয়া, শ্ৰীজুত কামেশ্বৰ সিংহক এক সেৱা কৰি জুবৰাজ মৰ্জতা দিলে। পাচে জুবৰাজে সোন, ৰুপ, কাঁহ আৰু তাম, এই চাৰি কলহেৰে ম্রিত্যু ৰজাক গা ধুআই,

---

৪৯ *অৰুনোদই* (মাৰ্চ, ১৮৪৮), পৃ. ২১৯

৫০ *একে গ্ৰন্থ* (নৱেম্বৰ, ১৮৫২), পৃ. ৮৬৩

ৰাজ অলংকাৰ পিন্ধাই, সৰাইত সাজ কাপৰ দি, কুঁঅৰি আৰু গোহাঁই সকলে সেৱা জনাই, চাঙ্গটি চন্দোআৰ তৰি, চৌদোলত তুলি, দিঁচৈ নৈৰ ওচৰলৈ নি. আঁৰ কাপৰ তৰি চন্দন কাঠ আদিৰে দহন কৰিলে। স নিওঁতে বৰ লোক আৰু সৰু লোক, বহু মানুহ গৈচিল[৫১]।

সমাজৰ অভ্যন্তৰসকলৰ মাজত প্ৰচলিত প্ৰেত কাৰ্যৰ বিৱৰণ পোৱা যায় নিম্ন লিখিত সংবাদটোত। মৃত ব্যক্তিজন হ'ল "মটকৰ শ্ৰিত মাতিবৰ বৰ সেনাপতিৰ মধ্যম পুতেক ভগিৰথ মাজিও গোহাঁই বৰ সেনাপতি সদৰ আমিন"। তেওঁৰ মৰণ কালৰ আচৰণৰ বিস্তৃত বৰ্ণনাৰ অন্তত সন্নিবিষ্ট হৈছে প্ৰচলিত ৰীতিৰে শ দাহন কৰা, ৰাতি দিনকৈ বৰসবাহ পতা আৰু বিধিমতে কাজকৰ্ম কৰাৰ কথা[৫২]।

### ৫.১.৮ অন্ধ-বিশ্বাস ঃ

"মিছনেৰীসকলৰ সময়ৰ বা তাৰ পূৰ্বৰ অসমখন অনেক ক্ষেত্ৰত কু-সংস্কাৰ আৰু অন্ধ বিশ্বাসৰ মাজত বুৰ গৈ আছিল। যুক্তি-তৰ্কৰ বিপৰীতে মানুহে সকলো সময়তে অন্ধ বিশ্বাসৰ আশ্ৰয় লৈছিল। প্ৰচলিত অন্ধ বিশ্বাসৰ আৱৰণ ভেদ কৰি সত্যত উপনীত হোৱাৰ সাহস আছিল অতি সীমিত সংখ্যক লোকৰহে। ১৮৪৪ খ্ৰীষ্টাব্দৰ ২৭ জানুৱাৰীত শিৱসাগৰৰ ওচৰত এজাক কাকতি ফৰিং ওলোৱাৰ বৰ্ণনা দি কোৱা কথা কেইষাৰে মন্তব্যটি পৰিষ্কাৰ কৰিব ঃ

> ... আৰু আগৰ কালৰ বুৰা বুৰা মানুহবিলাকৰ মুখৰ পৰা সুনিচিলোঁ, বোলে মানৰ দিনৰ পুৰ্বে এই ৰুপে কাকতি ফৰিঙ্গ উজাইচিলে, পিচে আমাৰ দেসত নানা ৰুপ দুৰ্গতি গল। মানে দেস ললে, মৰানে অসম ৰজাৰ দেস লুটিলে; ৰজা, বৰ গোহাই, বুৰা গোহাই, আৰু ফুকন বৰুআ আদি কৰি বিসয়াবোৰৰ বিসই বাসনা গুচি লৰবাঙ্গ তৰবাঙ্গ হল, আৰু দেসত বৰ মাউৰ আৰু মহা আঁকাল হৈচিল; এইদৰে দুৰ্গতি হোআতে কেতবোৰ মানুহ খাবলৈ নে পাই অতি দুখেৰে মৰিল[৫৩]।

কাকতি ফৰিং ওলালে দেশত অপায় অমংগল হোৱা সম্পৰ্কে ৰাইজৰ বদ্ধমূল বিশ্বাস আছিল।

---

৫১ *একে গ্ৰন্থ* (অক্টোবৰ, ১৮৪৬), পৃঃ ৭৩

৫২ *একে গ্ৰন্থ* (মাৰ্চ, ১৮৪৭), পৃ. ১১৭

৫৩ *একে গ্ৰন্থ* (জুন, ১৮৪৬), পৃঃ ৪৪

ইতিমধ্যে বাগৰ সলোৱা শতিকাটোৰ অসমত কলেৰা মহামাৰীৰ প্ৰকোপ আছিল অতি বেছি। কিন্তু জনসাধাৰণে অন্ধবিশ্বাসৰ হেতু চিকিৎসা ব্যৱস্থাত আশ্ৰয় লোৱাৰ পৰিবৰ্তে নানা ধৰণৰ ভূত-প্ৰেতৰ শৰণাপন্ন হৈছিল। মানুহে দেও-ভূতৰ উদ্দেশ্যে আগবঢ়োৱা বয়-বস্তু, ছাগলী আদি শেষত কাউৰী আৰু চোৰৰ ভাগত পৰাটো মনকৰিবলগীয়া[৫৪]।

১৮৫১ খ্ৰীষ্টাব্দৰ জুন মাহত নগাঁৱত মাউৰ বা কলেৰাত আক্ৰান্ত হৈ বহুলোকৰ মৃত্যু হোৱাৰ সংবাদ পোৱা যায়। কলেৰাৰ পৰা ৰক্ষা পোৱাৰ নিমিত্তে যেয়ে যিহকে পাইছে তাকে কৰিছে। কিন্তু এইবোৰ একো ফলদায়ক হোৱা নাই। ইয়াৰ ভিতৰত যিসকলে ব্ৰন্সন, ষ্টোদাৰ্দ আদি পাদুৰীয়ে দিয়া ঔষধ আৰু চিকিৎসাৰ আশ্ৰয় লৈছে তেওঁলোক ৰক্ষা পৰিছে[৫৫]। এনেধৰণে অন্ধবিশ্বাসৰ মাজত নিমজ্জিত অসমীয়া সমাজত মিছনেৰীসকলে আধুনিক চিকিৎসা বিজ্ঞানৰ প্ৰচলন কৰিবলৈ বিচাৰিছিল আৰু সৰ্বসাধাৰণেও তাক গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিছিল। এই সামাজিক পৰিবৰ্তন লক্ষ্যণীয়, কিয়নো বিদেশী বস্তু খালে বা চুলে জাত যোৱা ভয় মানুহৰ অন্তৰৰপৰা ক্ৰমবৰ্দ্ধমান গতিত হ্ৰাস পাই যোৱাৰ ইংগিত ইয়াতেই নিহিত আছে।

### ৫.১.৯ বেমাৰ-আজাৰ আৰু চিকিৎসা ঃ

যোৱা শতিকাৰ অসমত কলেৰা মহামাৰীত যি ব্যাপক হাৰত মানুহৰ মৃত্যু হৈছিল সেই বিষয়ে ওপৰত ইংগিত দি অহা হৈছে। 'অৰুনোদই' প্ৰদত্ত তথ্য অনুযায়ী ১৮৫৩ খ্ৰীষ্টাব্দত কলেৰাত সৰ্বাধিক লোকৰ বিনাশ হৈছিল। সেই বছৰৰ এপ্ৰিল সংখ্যা কাকতে জনোৱা মতে অন্যান্য লোকৰ উপৰিও নগাঁৱৰ 'শ্ৰীজুত পাদুৰি দাইবলি চাহাব', সেই জিলাৰ 'চব আসিষ্টান্ট শ্ৰীজুত স্ত্ৰঙ্গ চাহাব', সেই ঠাইৰ 'অতি মান্যৱন্ত শ্ৰীজুত বাবু সোমদত সৰ্ম্মা ৰায় প্ৰধান সদৰ আমিন', একে ৰোগতে পৰলোকপ্ৰাপ্ত হয়। জুন, ১৮৫৩ সংখ্যাত আছে মাউৰত মঙ্গলদৈৰ মুনচেফৰ মৃত্যু সংবাদ। ভূত-প্ৰেতেই ৰোগোৎপত্তিৰ কাৰণ বুলি দৃঢ় বিশ্বাস থকা হেতুকে এইবোৰক সন্তুষ্ট কৰিবলৈ মানুহে নানা উপায় অৱলম্বন কৰিছিল। মিছনেৰীসকলে বেমাৰ-আজাৰত পাৰ্যমানে সহযোগিতা আগবঢ়াই কৃতজ্ঞতাৰ পাত্ৰ হৈছিল। কলিকতাত চিকিৎসা বিদ্যা পঢ়ি থকা শ্ৰীমিৰ মজফৰ হুচেইনে মাউৰৰ বিৱৰণ আৰু দিবলগীয়া দৰৱৰ কথা লেখি 'অৰুনোদই'ৰ পাঠকলৈ

---

৫৪ *একে গ্ৰন্থ* (মেই, ১৮৪৭), পৃ. ১৩৬-৭

৫৫ *একে গ্ৰন্থ* (জুলাই, ১৮৫১), পৃ. ৬০৮

আগবঢ়োৱাটো প্ৰশংসনীয়। জহনি সম্পৰ্কে তেওঁ কৈছে ---

> আমাৰ দেসত এই বিয়াধিৰ মানুহৰ বাঁতি ভাতৰ ফেনৰ নিচিনা হই। সুদা পানিৰ নিচিনা বা কেতিয়াবা কেতিয়াবা অলপ ভাতৰ পানিৰ দৰিযা দৰিযা হই। চকু ৰঙ্গা পৰে, কানেৰে অলপ সুনে, মানুহক চিনিব নোআৰে, নখৰ গুৰি আৰু ওঠ নিল বৰনিযা হই, আৰু বৰকৈ পানিৰ হেঁপাহে ধৰে। হাত ভৰি মুচৰি আনে, সৰু পানি চোআ ন হই, আৰু সৰু পানি দুআৰে ওলাব নোআৰি আন বাটে মুৰলৈ উজাই আই (প্ৰামাদিক) ; ইয়াৰ পৰা মানুহৰ সেস অৱস্থাত পৰেহি[৫৬]।

কেপ্তেইন হলৰইদে মাউৰে ধৰা গৰুৰ চিকিৎসাৰ বিষযে লেখি পঠোৱাটো উল্লেখনীয়। তেওঁৰ মতে, "প্ৰথমে মাউৰ লগাৰ চিন এই, গৰুএ এলাহ কৰি জুবুকা লাগি থাকে, আৰু ঘাঁহ নে পাগুলে, নোম সিযৰে, তেতিযাই দৰৱ দিব লাগে"[৫৭]।

## ৫.১.১০ কানিৰ প্ৰচলন ঃ

অসমীযা মানুহক কানি বৰবিহে কিমান অন্যায কৰিছে সি সকলোৰে জনা কথা। সমাজ দেহৰ ৰাজহাড়ত আক্ৰমণ কৰা এই মাৰাত্মক ব্যাধিৰ বিষযে 'অৰুনোদই'ৰ সৰ্বপ্ৰথম সংখ্যাতে আলোচনা কৰা হৈছে। কানিৰ মাৰাত্মক কুফলৰ বৰ্ণনা সন্নিবিষ্ট 'ম্ব'ৰ "কানিৰ বিবৰন"ৰ আৰম্ভণি আৰু সমাপ্তি ঘটিছে কানিৰ কুফল বিষযক পদ্যেৰে। আলচটিৰ লেখক 'ম্ব'ক ড০ মহেশ্বৰ নেওগে বাতিৰাম দাস পেক বুলি চিনাক্ত কৰিছে[৫৮]। "কানিৰ বিবৰন"ৰ প্ৰথমতে থকা পদ্যাত্মক বিৱৰণটো তলত দিয়া হ'ল ঃ

> অতি মন্দ বস্তু কানি,
> জি খাই বৰ অগিযানি,
> সঞ্চিত বস্তু হই তাৰ হানি,
> মুখে কই কটু বানি।
>
> সকল লোকে থাকে জানি
> কানি খাই মন্দ প্ৰানি,

---

৫৬ *একে গ্ৰন্থ* (নবেম্বৰ, ১৮৫৩), পৃ. ১০৫৫-৬

৫৭ *একে গ্ৰন্থ*, একে সংখ্যা, পৃ. ১০৫৭

৫৮ *একে গ্ৰন্থ*, পৃ. ১৫৫ (ভূমিকা)

সি নহই সংসাৰত গিয়ানি,
কথাই তাৰ অপ্ৰমানি।[৫৯]

১৮৪৭ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহত নগাঁও চহৰত কলং নৈৰ ওপৰত কাঠৰ দলং দিয়া হয়[৬০]। দলংখনৰ চিত্ৰসহ টোকা এটিয়ে 'অৰুনোদই'ৰ পাতত ঠাই পাইছে। টোকাৰ অজ্ঞাতনামা লেখকে দলংখনৰপৰা পথচাৰীৰ সম্ভাব্য সুবিধাৰ কথা উনুকিয়াইছে। এনে ধৰণৰ সাজ কৰ্মৰপৰা ৰাইজ উপকৃত হ'লেও কানিৰ প্ৰতি মানুহৰ আসক্তিৰ বাবে লেখক সন্তুষ্ট হ'ব পৰা নাই। কানিৰ দৰে ভয়ানক শত্ৰুৰ বিষয়ে উল্লেখৰ অন্তত লেখকে কৈছে, "তথাপি হাই হাই, মানতকৈও এক সত্ৰু আচে, কানি খাবলৈ নেৰিলে ভাল ভাল কাৰ্জত ধন দিবলৈ নে পাই"[৬১]।

মিছনেৰীসকলে যেতিয়াই সুবিধা পাইছিল তেতিয়াই মানুহক কানিৰ অপকাৰিতাৰ বিষয়ে বুজাবলৈ নেৰিছিল। ১৮৫৩ খ্ৰীষ্টাব্দৰ নবেম্বৰ মাহত "ষঃ ভঃ" নামেৰে 'অৰুনোদই'ত পৰিচয় দিয়া মানুহজনে গুৱাহাটীৰপৰা তেজপুৰলৈ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে নাৱেৰে উজাই যাওঁতে মংগলদৈৰ ওচৰত এজুম কানি খোৱা মানুহক লগ পাই ৰাগিয়াল দ্ৰব্যবিধৰ অপকাৰিতাৰ বিষয়ে বুজোৱাৰ প্ৰমাণ সংবাদ পত্ৰখনৰ পাতত ৰৈ গৈছে[৬২]।

কানিৰ অপকাৰিতা, অসমীয়া সমাজত ইয়াৰ কু প্ৰভাৱ আদিৰ প্ৰসংগত "কানী এৰাবৰ কথা" এটা উল্লেখযোগ্য প্ৰবন্ধ[৬৩]। কানিৰ কু প্ৰভাৱৰ বিষয়ে বিস্তৃতভাৱে বুজোৱাৰ মাজতে এঠাইত পৰিচয় অব্যক্ত ৰখা লেখকজনে ইয়াৰ প্ৰচলন সামান্য কমা বুলি শুনি সন্তুষ্টি প্ৰকাশ কৰিছে — "সম্প্ৰতি অসম দেশৰ ঘোৰ ৰাতিৰ শেষ ওচৰ হোয়াত অলপমান অৰুণোদয় যেন দেখিছোঁ"[৬৪]। কানি ৰৰবিহৰ গ্ৰাসৰপৰা ৰক্ষা পৰিবলৈ প্ৰবন্ধ ৰচকে ইয়াৰ সলনি কফি, বনজালুক আদি ব্যৱহাৰ কৰিবলৈ দিয়া টো চকুত পৰিবলগীয়া বিষয়।

---

৫৯ *একে গ্ৰন্থ*, (জানুৱাৰী, ১৮৪৬), পৃ. ৬

৬০ বৰ্তমান অধ্যায়ৰ "যাতায়াত আৰু পৰিবহন" উপ-শিতানত এই দলঙৰ বিষয়ে আলোচনা সন্নিবিষ্ট হৈছে।

৬১ *অৰুনোদই* (নবেম্বৰ, ১৮৪৮), পৃ. ২৮৪

৬২ *একে গ্ৰন্থ* (জানুৱাৰী, ১৮৫৪), পৃ. ১০৮৫

৬৩ বিৰিঞ্চি কুমাৰ বৰুৱা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১২৪-৬

৬৪ *একে গ্ৰন্থ*, পৃ. ১২৫

'অৰুনোদই'ত প্ৰকাশিত কানি সম্পৰ্কীয় ৰচনাৰাজিয়ে থলুৱা শিক্ষিত তথা সমাজ সচেতন ব্যক্তিক বাৰুকৈয়ে স্পৰ্শ কৰিছিল। তাৰ নিদৰ্শন হ'ল কাকতখনৰ বিশিষ্ট লেখক হেমচন্দ্ৰ বৰুৱাৰ কাপনিসৃত 'কানীয়া-কীৰ্তন' (১৮৬১) নাটখনি। 'কানীয়া-কীৰ্তন' অসমীয়া সাহিত্যৰ আধুনিক যুগৰ দ্বিতীয় নাটৰূপে পৰিগণিত হৈছে[৬৫]।

'অৰুনোদই'য়ে কানিৰ নিচিনাকৈ অন্য ৰাগিয়াল দ্ৰব্য ব্যৱহাৰৰ ক্ষেত্ৰতো সঘনে সাৱধানবাণী শুনাই থকাৰ প্ৰমাণ প্ৰচুৰ। জুন, ১৮৪৬ সংখ্যাত ফটিকা বা মদৰ অপকাৰিতাৰ বিষয়ে চিত্ৰসহ ব্যাখ্যা কৰা হৈছে। টোকাটি জানুৱাৰী, ১৮৪৬ সংখ্যাৰ "কানিৰ বিবৰন" লেখা "ৰ্দ"ৰ কলমৰ সৃষ্টি। পূৰ্বৰ বাৰৰ লেখিয়াকৈ "ফটিকাৰ বিবৰন"ও আৰম্ভ আৰু শেষ কৰা হৈছে পদ্যেৰে। ৰাগিয়াল বস্তুৰ প্ৰতি আসক্ত নহ'বৰ বাবে লেখকৰ এয়া কাতৰ অনুৰোধ ঃ

নে খাবা নে খাবা সুৰা আৰু ভাঙ্গ কানি,
সাৱধান কৰি সবে মনক ৰাখা টানি,
অতি সত্ৰু ফটিকাক তেজি কৰা কাম,
জসস্যাতে ৰাখা দেসক গুচাই ধৰ নাম[৬৬]।

সেইদৰে তামাখু বা ধপাতৰ পৰা হ'ব পৰা বিপদ সম্পৰ্কে ব্যাখ্যা পোৱা যায জুন, ১৮৪৭ সংখ্যাত। 'অৰুনোদই'য়ে যে এখন ভ্ৰষ্টাচাৰমুক্ত সমাজৰ কল্পনা কৰিছিল উল্লিখিত ৰচনাৰাজি তাৰ ইংগিতবহ সমৰ্থক।

প্ৰসংগক্ৰমে বৰ্তমান যুগত ৰাগীয়াল বস্তু আৰু অন্যান্য নিচাযুক্ত দ্ৰব্যই সৃষ্টি কৰা ভয়াবহতাৰ কথা উল্লেখ কৰিব পাৰি। আজি বিংশ শতাব্দীৰ অন্তিম দশকত ৰাগীয়াল বস্তু আৰু নিচাকাৰক ঔষধৰ প্ৰাসৰপৰা জনসাধাৰণক ৰক্ষা কৰিবলৈ আমাৰ জাতীয় চৰকাৰসমূহে উঠি পৰি লাগিছে। এইবোৰৰ মাৰাত্মক প্ৰভাৱৰ বিষয়ে কোটি কোটি টকা ভগন কৰি প্ৰচাৰ অভিযান চলোৱা হৈছে। আজিৰপৰা ডেৰ শ মান বছৰ পূৰ্বে প্ৰায় দহ-হাজাৰ মাইল দূৰৰপৰা খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ অহা মিছনেৰীসকলে 'অৰুনোদই সম্বাদ পত্ৰ'ত গদ্য-পদ্য লেখি, কাকূতি-মিনতি কৰি অসমীয়া সমাজক সেই ব্যাধিৰপৰা আঁতৰাবলৈ যত্ন কৰিছিল।

### ৫.১.১১ সামাজিক ব্যভিচাৰ ঃ

তৎকালীন সমাজত প্ৰচলিত ভালেমান ব্যভিচাৰৰ কথাও 'অৰুনোদই'ৰ পাতত

---

৬৫ সপ্তম অধ্যায়ত নাটকখনৰ বিষয়ে আলোচনা পোৱা যাব।

৬৬ *'অৰুনোদই'* (জুন, ১৮৪৬), পৃ. ৪৬

সন্নিবিষ্ট হৈছে। "বিবাহ নো হোআকৈ চোআলি অনা"ৰ দৰে নীতিবিৰুদ্ধ কৰ্মও কোনো লোকে কৰাৰ প্ৰমাণ কাকতখনত পোৱা যায়। এজন পধান লোকে লিখিছিল ঃ

> এই অসম দেসত হিন্দু মানুহে বিযা ন কৰোআকৈ প্ৰাই অধিকে চোআলি আনে, তাতে দুষ্ট মানহবোৰে সৰুৰে পৰা চোআলি দিম বুলি অনেক দ্ৰব্য বস্তু খাই, পাচে দিবৰ সময়ত আনে কিচু অধিক দিম বুলিলে পুৰ্বে খোআ লোআ খনি মিচা মাতি নকৈ খোজাট লৈ দিএ, সেই কাৰন চোআলিৰ পৰা গোচৰ লাগি ধন ভৰি খেতি বাতিৰ দনা পৰি মানুহবোৰ বৰ দুখিয়া হই[৬৭]।

সেইদৰে কোনো এজন "আ"ৰ কাপনিসৃত "বিভিচাৰ বিসয়ক" নামৰ সুদীৰ্ঘ লেখাটিত অসমীয়া সমাজত ঠাই পোৱা নানা ব্যভিচাৰৰ কথা উনুকিয়াই সিবিলাকৰপৰা আঁতৰত থাকিবলৈ সকলোকে সনিৰ্বন্ধ অনুৰোধ জনোৱা হৈছে[৬৮]।

আকৌ "কলিকতা নগৰত থকা তোমোলাকৰ বন্ধু এজন অচমিয়া লোক"এ লেখা চিঠিত অসমৰ ক্ৰমবৰ্দ্ধমান ব্যভিচাৰৰ হেতু ৰাজ্যৰ বাহিৰৰ পৰা অহা লোকক বহু পৰিমাণে জগৰীয়া কৰাটো[৬৯] প্ৰণিধানযোগ্য।পত্ৰলেখক গুণাভিৰাম বৰুৱাই হ'ব বুলি আগতে উল্লেখ কৰা হৈছে। প্ৰসংগক্ৰমে স্মৰ্তব্য যে বৃটিছে অসমৰ শাসনভাৰ গ্ৰহণ কৰাৰ পিছত ৰাজ্যখনত জঘন্য অপৰাধৰ সংখ্যা বৃদ্ধি পোৱা বুলি অসমৰ আয়ুক্তই নিজে মুক্তভাৱে স্বীকাৰ কৰাৰ বিষয়ে ইতিহাসৰ বিশেষজ্ঞই পাঠকক জনাইছে[৭০]। উপৰি উক্ত চিঠি অনুযায়ী যিবোৰ কুকাৰ্যৰ কথা পূৰ্বে অসমীয়া লোকে শুনাও নাছিল সেইবোৰৰ প্ৰকোপ চৰি যায় কোম্পানী অহাৰ পিছতহে। পত্ৰ লেখকৰ বিশ্বাস ঃ বিদ্যা শিক্ষাৰ উপযুক্ত ব্যৱস্থা থকা হ'লে অসমীয়া সমাজক এনেবোৰ ব্যাধিয়ে নাপালেহেঁতেন।

১৮৫৪ খ্ৰীষ্টাব্দৰ মাৰ্চ আৰু জুলাই সংখ্যাতো অনেক ভ্ৰষ্টাচাৰৰ উল্লেখ কৰি অসমীয়া মানুহক দোষমুক্ত হ'বলৈ জনোৱা আহ্বান দৃষ্টিগোচৰ হয়।

### ৫.১.১২ বিধৱা বিবাহ ঃ

ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ (১৮২০-১৮৯১)ৰ বিধৱা বিবাহ প্ৰচলনৰ

---

৬৭ *একেগ্ৰন্থ* (ডিচেম্বৰ, ১৮৪৭), পৃ. ১৯১

৬৮ *একেগ্ৰন্থ* (এপ্ৰিল, ১৮৪৮), পৃ. ২২৪-৮

৬৯ *একেগ্ৰন্থ* (জুলাই, ১৮৫৩), পৃ. ৯৮৭

৭০ H. K. Barpujari : *Assam in the Days of the Company*. *op.cit.*, p. 34

আদৰ্শৰদ্বাৰা উদ্বুদ্ধ হৈ গুণাভিৰাম বৰুৱাই প্ৰথমা পত্নী বিয়োগৰ পিছত দ্বিতীয় বাৰ বিধৱা-বিবাহ কৰাৰ কথা সৰ্বজনবিদিত। ১৮৭০ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহত বৰুৱা ডাঙৰীয়াই পৰশুৰাম বৰুৱাৰ বিধৱা পত্নী বিষ্ণুপ্ৰিয়াক বিয়া কৰায়[৭১]। বিধৱা বিবাহৰ পটভূমিত ৰচিত এওঁৰ 'ৰাম-নৱমী' নাটৰ লগত বিদ্যা সাগৰৰপৰা পোৱা প্ৰেৰণা সাঙোৰ খাই আছে। প্ৰসংগক্ৰমে ক'ব পাৰি যে 'ৰাম-নৱমী'কে অসমীয়া ভাষাৰ প্ৰথম আধুনিক নাটৰূপে স্বীকৃতি দিয়া হৈছে।

অৱশ্যে গুণাভিৰামৰো পূৰ্বে অসমত বিধৱা-বিবাহ হোৱাৰ সংবাদ পোৱা যায়। এই প্ৰসংগত অভিধান প্ৰণেতা যাদুৰাম ডেকা বৰুৱাৰ কথা কোৱা হৈছে[৭২]। তথাপি অসমত বিধৱাৰ পুনৰ্বিবাহৰ ক্ষেত্ৰত গুণাভিৰাম বৰুৱা হে পথুৰৈকৈ ভালদৰে জানে, যাদুৰাম ডেকাবৰুৱাক নহয়। গুণাভিৰামে বিধৱা বিবাহৰ প্ৰতি যুক্তিপূৰ্ণ সমৰ্থন আগবঢোৱাৰ প্ৰমাণ 'অৰুনোদই'ৰ পাতত আছে 'এজন অচমিয়া লোক' ওৰফে গুণাভিৰাম বৰুৱাই লেখা 'বিবাহৰ সময়ত জি সকল নিয়ম প্ৰতিপালন কৰা কৰ্তব্য তাৰ কথা' শীৰ্ষক আলচটিত বিধৱাৰ বিবাহ দৃঢ়ভাৱে সমৰ্থন কৰা হৈছে। বিয়াৰ লগে লগে স্বামীহাৰা হোৱা নাৰীৰপৰা কিমান ব্যভিচাৰ ঘটিব পাৰে তাৰো সবিশেষ ইয়াত আছে। এয়া লেখকৰ বক্তব্য ঃ

> সন্তান হোআ তিৰোতাই বিয়া ন কৰাকৈও থাকিলে থাকিব পাৰে, কিন্তু জাৰ সন্তান নাই, পাচত আকও স্বামি সৈতে দেখাদেখি ন হলে, সি নো কেনেকৈ থাকিব ? জদি স্বামি মৰি গলেও সন্তান থকা বিধৱা সকলৰ বিয়া হোআ ৰিতি ন চলে তেও জাৰ সন্তান হোআ নাই, অথবা স্বামিএ সৈতে দেখা দেখি হোআ নাই, তাক পুনৰাই বিয়া দিয়া সৰ্বতো ভাৱে উচিত[৭৩]।

মেদিনীপুৰ জিলাৰ বলভপুৰ গাঁৱত বিধৱা এজনীৰ বিবাহ হোৱা সংবাদ দি জানুৱাৰী, ১৮৫৪ খ্ৰীষ্টাব্দৰ কাকতত প্ৰকাশিত 'বিধৱাৰ বিবাহ' নামৰ টোকাৰ যোগেদি অসমতো এনে বিয়া হোৱাটো কামনা কৰা হৈছে। 'কলিকতাত থকা এজন অচমিয়া লোক' নামেৰে পৰিচয় প্ৰদান কৰা গুণাভিৰাম বৰুৱাই সমাজৰ কল্যাণৰ খাতিৰতে বিধৱাৰ বিয়া সমৰ্থন কৰাটো উল্লেখযোগ্য। পৰবৰ্তীকালৰ 'অৰুনোদই'ৰ জানুৱাৰী

---

৭১ গুণাভিৰাম বৰুৱা ঃ *আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত*, প্ৰাগুক্ত, পৃ. ১৭৬-৭

৭২ বেণুধৰ শৰ্মা ঃ *অৰ্ঘাৱলী*, প্ৰাগুক্ত, পৃ. ১০৬

৭৩ *অৰুনোদই* (ডিচেম্বৰ, ১৮৫৩), পৃ. ১০৭০

আৰু চেপ্তেম্বৰ ১৮৫৬; জানুৱাৰী, মেই, আগষ্ট আৰু নবেম্বৰ, ১৮৫৭; মাৰ্চ আৰু এপ্ৰিল ১৮৫৮ আৰু ডিচেম্বৰ ১৮৬১ সংখ্যাত বিধৱা বিবাহৰ সংবাদ কিম্বা সেই সম্পৰ্কীয় প্ৰবন্ধ-পাতি দৃষ্টিগোচৰ হয়[৭৪]।

### ৫.১.১৩ বহু বিবাহ ঃ

মধ্য যুগৰ অসমত ৰজা, সম্ভ্ৰান্ত লোক আৰু উচ্চ পদস্থ বিষয়াৰ মাজত বহু বিবাহ প্ৰথাৰ প্ৰচলনৰ বিষয়ে ইতিহাসে সাক্ষ্য দিছে[৭৫]। আনকি বহুপত্নীক হোৱাটো সামাজিক মৰ্যদাৰো দ্যোতক আছিল[৭৬]। ছকুৰি বা ডেৰ শ বছৰৰ পূৰ্বেও বহু বিবাহ অস্বাভাৱিক নাছিল। 'অৰুনোদই'ত তাৰ ছাপ ধৰা পৰিছে। উপৰি উক্ত 'বিবাহৰ সময়ত জি সকল নিয়ম প্ৰতিপালন কৰা কৰ্তব্য তাৰ কথা' শীৰ্ষক টোকাত একাধিক তিৰোতা বিয়া কৰোৱা দস্তুৰৰ প্ৰতি নিন্দা কৰা হৈছে। লেখকৰ মতে স্ত্ৰী-পুৰুষ উভয়ৰে ক্ষেত্ৰত বহু বিবাহ গৰিহণাযোগ্য। আকৌ 'অনেক বিয়া কৰা অজুগুত' শিতানেৰে "শ্ৰীসোনাৰ চাঁদ"ৰ নামত আলচ এটা দেখা যায়। এই "সোনাৰ চাঁদ"ক হেমচন্দ্ৰ বৰুৱা বুলি ধৰি লোৱা হৈছে[৭৭]। বহু বিবাহৰ বিপক্ষে যুক্তিৰে আলোচনা কৰি এনে কৰ্মৰপৰা আঁতৰি থাকিবলৈ কাতৰভাৱে প্ৰাথনা কৰা ইয়াত পাঠকে দেখিবলৈ পাব[৭৮]। সমাজত বহু বিবাহ ব্যৱস্থা নথকা হ'লে 'অৰুনোদই'ত এনে লেখা নোলালহেঁতেন। আনকি বৰ্তমান শতিকাৰো প্ৰথমাৰ্ধত এই কু-প্ৰথা চলি আছিল। সেই কথাকে উদঙাই দেখুৱাইছে বেণুধৰ ৰাজখোৱা ৰচিত নাটক এখনে[৭৯]।

### ৫.১.১৪ বাল্য-বিবাহ ঃ

সমাজৰ বিশেষকৈ উচ্চ বৰ্ণৰ লোকৰ মাজত বাল্য-বিবাহ প্ৰথা ঊনবিংশ শতাব্দীৰ উপৰিও বৰ্তমান শতিকাৰ প্ৰথমাৰ্ধত প্ৰচলিত আছিল। 'অলপ বয়সত বিয়া কৰোআ অনুচিত' শীৰ্ষক লেখাই তৎকালীন সমাজত চলা এই কুৰীতিৰ বিষয়ে জানিবলৈ

---

৭৪ বিৰিঞ্চি কুমাৰ বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৪৪-৪৬ (ভূমিকা)

৭৫ S. Rajguru : *Mediaeval Assamese Society* (1228-2826), 1988, p 196

৭৬ বেণুধৰ ৰাজখোৱা ঃ *প্ৰাগুক্ত গন্থ*, পৃ. ৩

৭৭ *অৰুনোদই* ঃ পৃ. ১৪৯ (ভূমিকা)

৭৮ *অৰুনোদই কাকত* ঃ এপ্ৰিল, ১৮৫৬, পৃ. ৫১

৭৯ বেণুধৰ ৰাজখোৱা ঃ *তিনি ঘৈণী*, ১৯২৮

দিছে[৮০]। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই মত প্ৰকাশ কৰিছে যে এই দস্তুৰ পুৰণি অসমীয়া সমাজত নাছিল, ই হয় বঙ্গদেশৰ প্ৰভাৱৰ ফলত নহয় অসমীয়া ভদ্ৰ সমাজৰ কিবা আকস্মিক পৰিবৰ্তনৰ কাৰণে হৈছে[৮১]। এই মন্তব্যৰ বিপৰীতে অৱশ্যে শাস্ত্ৰৰ নিৰ্দেশানুযায়ী ১৬ বছৰত ছোৱালী বিয়া দিবলগীয়া হোৱাটোও চিন্তনীয়। আনহাতে মুছলমান আক্ৰমণৰ সময়ত কন্যা সন্তানৰ নিৰাপত্তাৰ খাতিৰতো এনে ব্যৱস্থা প্ৰচলিত হোৱাটো অসম্ভৱ নহয়।

### ৫.১.১৫ সতী-দাহ ঃ

১৮২৯ খ্ৰীষ্টাব্দৰ ৪ ডিচেম্বৰৰ দিনাখন ল' উইলিয়াম বেণ্টিংকে আইন বলবৎ কৰি স্বামীৰ মৃত্যুত হিন্দু নাৰীযে সতী যোৱা প্ৰথা বাতিল কৰে[৮২]। ইয়াৰ পূৰ্বে এই দস্তুৰ দেশত কিমান ব্যাপকভাৱে চলিছিল তাৰ ব্যাখ্যা বৰ্তমান অধ্যয়নৰ বিষয়বস্তু নহয়। প্ৰাপ্ত তথ্যানুযায়ী ১৭৫৬ খ্ৰীষ্টাব্দৰ পৰা ১৮২৯ খ্ৰীষ্টাব্দলৈ ৭০,০০০ গৰাকী তিৰোতা সতী হিচাপে জীয়াই জীয়াই পুৰি মৰিবলগীয়া হৈছিল[৮৩]।

ড০ সূৰ্যকুমাৰ ভূঞাই অসমৰ লিখিত ইতিহাসত সপ্তম শতিকাৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মাৰ মৃত্যুত তেওঁৰ ৰক্ষিতা এজনীযে সতী ৰূপে দাহ যোৱাটো একমাত্ৰ উদাহৰণ বুলি অভিহিত কৰিছে[৮৪]। কিন্তু এই উক্তি সত্য নহয়। অকল মধ্য যুগৰ ভিতৰতে স্বামীৰ মৃত্যুত স্ত্ৰীযে জ্বলন্ত জুইত আত্মবিসৰ্জন দিয়াৰ ভালেকেইটা নজিৰ পোৱা গৈছে[৮৫]। মিছনেৰীসকলৰ মুখপত্ৰখনিতো এনে সংবাদ আছে। মেই, ১৮৪৬ সংখ্যাত এটা নক্চাৰে সৈতে 'সতি জোআ'ৰ বিৱৰণ দিয়াৰ অন্তত কলিকতাত বিধৱা-বিবাহৰ সপক্ষে

---

৮০ বিৰিঞ্চি কুমাৰ বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৪৯ (ভূমিকা)

৮১ লক্ষ্মীনাথ বেজবৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৮

৮২ It is hereby declared, that, after the promulgation of this Regulation, all persons convicted of aiding and abetting in the sacrifice of a Hindu Window by burning or burying her alive, whether the sacrifice be a voluntary on her part or not, shall be deemed guilty of culpable homicide and shall be liable to punishment by fine or imprisonment or both by fine and imprisonment "
উদ্ধৃত - শিবনাথ শাস্ত্ৰী — *ৰামতনু লাহিড়ী ও তৎকালীন বঙ্গ-সমাজ*, ১৯৮৩, পৃ.৮১

৮৩ James Culross *op cit*, p 203

৮৪ S K Bhuyan *Anglo Assamese Relations*, op cit, p 563

৮৫ S Rajguru *op cit*, pp 196-7, S N Sarmah *A Socio-Economic and Cultural History of Mediaeval Assam (1200-1800)*, 1989, pp 243-4

হোৱা আলোচনাৰ প্ৰসংগ উত্থাপিত হৈছে। সদৌ শেষত থকা বাত্তৰিটো এই —

> বৰ্ত্তমান শঁকৰ এপ্ৰেল মাহৰ ২৬ তাৰিখে সিৱসাগৰ জিলাৰ দখিন ফালে কালু গাঁৱৰ স্ৰী লম্বোদৰ মৌজাদাৰৰ ককাযেক ম্ৰিত্যু হোআৰ পূৰ্বে তেওঁৰ ঘৈনিএকে স্বামিৰ লগত সতি জাবৰ নিমিত্তে অগ্নি পৰিখাকে আদি কৰি সকলো ৰুপে প্ৰমান চাই সতি হই জেন জানি মৌজাদাৰে স্ৰীজুত বিচাৰ পতিৰ আগত সেই কথা জনালত দাৰোগাৰ দোআৰাই সতিক নিবাৰন কৰিলে[৮৬]।

প্ৰশাসনৰ চকুৰ আঁৰত যে এনে ঘটনা ঘটা নাছিল সেই বিষয়ে খাটাংকৈ ক'ব নোৱাৰি[৮৬(ক)]।

### ৫.১.১৬ সমাজত নাৰীৰ স্থান ঃ

উনবিংশ শতিকাৰ অসমীয়া সমাজত তিৰোতাসকলক সম্মানৰ চকুৰে চোৱা হৈছিল যদিও তেওঁলোকৰ কোনো স্বতন্ত্ৰতা নাছিল। ঘৰুৱা কাম কাজত পাৰদৰ্শী নতুবা কৰ্তব্যৰ প্ৰতি নিষ্ঠাসম্পন্নাসকল সম্মানৰ পাত্ৰী আছিল যদিও তেওঁলোকৰ ব্যক্তিগত মতামতৰ সলনি পুৰুষৰ ইচ্ছা-অনিচ্ছাতহে তেওঁলোক চলিব লাগিছিল। তৎকালীন সমাজত প্ৰচলিত বহু-বিবাহ প্ৰথাৰ মাজতে ইযাৰ প্ৰমাণ নিহিত হৈ আছে। তাব উপৰি টকাৰ বিনিমযত নিজৰ জীযেক বা ঘৈণীযেকক আনৰ ওচৰত বিক্ৰি কৰাৰ উদাহৰণ 'অৰুনোদই'ত পোৱা গৈছে[৮৭]। সমাজত নাৰীৰ স্থানৰ বিষযে "হঃচঃ" ছদ্ম নামেৰে হেমচন্দ্ৰ বৰুৱাই লিখা "স্ত্ৰী শিক্ষা" এখনি সংক্ষিপ্ত অথচ উল্লেখযোগ্য ৰচনা। ইযাত আমাৰ সমাজত থকা স্ত্ৰী সম্পৰ্কীয নান কু-সংস্কাৰৰ বিষযে আলোচনা কৰা হৈছে। লেখকৰ বক্তব্যৰ এযা আংশিক উদ্ধৃতি ঃ

> যদি কোনোবাই ঘৈণীএকক অলপ মৰম কৰে আৰু ঘৈণীয়েকেও পৈয়েকে সৈতে মুকলি মুৰে কথা বাৰ্তা কয আৰু হাঁহে, মাতে; তেন্তে তাক "তিৰোতা সেকযা" আৰু ঘৈণীয়েকক নিলাজী বুলি আনে উপহাস

---

৮৬ *অৰুনোদই* (মেই, ১৮৪৬), পৃ. ৩৬

৮৬(ক) অসমৰ ৰাভা সমাজতো একালত সতী যোৱা বা 'ছিতি ৰেংকায' প্ৰথা চলিছিল বুলি জানিব পৰা গৈছে। উৎস ঃ ড০ উপেন ৰাভা হাকাচাম ঃ "অসমতো সতী যোৱা প্ৰথা আছিল ?" *আজিৰ অসম*, ৩০/৫/৯৯

৮৭ বিষয়টোৰ আলোচনা কৰা হৈছে উপ-শিতান ৫.২.৩ ত।

> কৰে। এইবোৰ কথা যে অতি গৰিহিত, ইয়াক কবৰ কাম নাই; আৰু যেতিয়ালৈকে দেশাচাৰৰ দাস হৈ, মানুহে এই ৰূপে আচৰণ কৰে, তেতিয়ালৈকে দেশৰ মঙ্গল হবৰ আগন্তুক নাই[৮৮]।

শাস্ত্ৰৰ দোহাই দি অন্ধবিশ্বাসকে সত্য বুলি মানি অহা অসমীয়া মানুহে তিৰোতাৰ প্ৰতি শাস্ত্ৰবিহিত আচৰণ নকৰাত লেখকে উক্ত টোকাটোত আশ্চৰ্য প্ৰকাশ কৰিছে।

### ৫.১.১৭ জাতি আৰু সম্প্ৰদায় ঃ

অসমীয়া সমাজৰ অন্তৰ্গত জাত-কুলসমূহৰ ইংগিত দি মিছনৰ মুখপত্ৰখনিযে অসমত সামাজিক নৃতত্ত্ব অধ্যয়নৰ শুভাৰম্ভ কৰে। জুন, ১৮৪৭ সংখ্যাত প্ৰকাশিত 'ক'ৰ এটি টোকাত অসমীয়া আৰু বঙালী হিন্দুসকলৰ মাজত প্ৰচলিত জাতিগত বৃত্তিৰ বিষয়ে আলোচনা কৰা হৈছে। সংক্ষিপ্ত হ'লেও ইয়াত ডোম, তাঁতী, নাপিত আৰু ধোবাৰ বৃত্তি সম্পৰ্কে সামান্য ইংগিত পোৱা যায়। বঙালী হিন্দুতকৈ অসমীয়াৰ দস্তুৰ ভাল বুলি কোৱাটো লেখাটিৰ এটি লক্ষ্য কৰিবলগীয়া দিশ।

মানুহৰ নামৰ পিছত ব্যৱহৃত উপাধিসমূহৰ পৰাও তৎকালীন অসমৰ ভিন ভিন জাতৰ অধিবাসী সম্পৰ্কে অৱগত হ'ব পাৰি। 'অৰুনোদই'ৰ পাতত পোৱা কেইটামান নাম আৰু উপাধি হ'ল — 'জাতিৰাম সোনাৰি', 'দযাল চন্দ্ৰ ডেকা বৰুআ' (মেই, ১৮৪৬), 'ক্ৰিষ্ণদাস কলিতা' (আগষ্ট, ১৮৪৬), 'নাওবৈচা ফুকন', 'উমাধৰ সৰ্মা ঠাকুৰ', 'ধৰ্মেস্বৰ সৰ্মা বৰুআ' (চেপ্তেম্বৰ, ১৮৪৮), 'বাতিৰাম দাস' (মেই, ১৮৪৯), 'কিনাৰাম সত্ৰিযা' (মাৰ্চ, ১৮৫১), 'দযাৰাম চেতিযা', 'পৰ্বতিযা ভট্টাচাৰ্জ গোঁসাই' (জানুবাৰী, ১৮৫৩), '[illegible]সে মদত সৰ্ম্মা ৰায' (এপ্ৰিল, ১৮৫৩), 'ধৰ্ম্মকান্ত গোহাঁই' (জুন, ১৮৫৩), '[illegible]চিকা দাস' (চেপ্তেম্বৰ, ১৮৫৩), 'লক্ষ্মীলাল দত' (অক্তোবৰ, ১৮৫৯) আদি [illegible] এইবোৰ উপাধি বিশ্লেষণ কৰি উলিয়ালে ভিন ভিন [illegible] পদাযৰ সমন্বযত গঠিত [illegible]। যোৱা শতিকাৰ অসমীয়া সমাজৰ চিত্ৰ এখন পাঠকৰ চকুৰ [illegible]ত ভাহি উঠিব।

### ৫.১.১৮ দুৰ্নীতি-চুৰি-ডকাইতি ঃ

প্ৰথম অসমীয়া সং[illegible] এখনৰ বিভিন্ন সংখ্যাত, বিশেষকৈ 'অনেক দেশৰ

---

৮৮ বিৰিঞ্চি কুমাৰ বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১২২

সম্বাদ' নামৰ শিতানটোত থকা চুৰি-ডকাইতি, মাৰ-ধৰ, হত্যা-লুণ্ঠন আৰু ভেটীখোৱাৰ বাতৰি প্ৰচুৰ পোৱা যায়। ঘটনাৰ স্থান, তাৰিখৰ লগতে সংশ্লিষ্ট ব্যক্তিৰ নাম পৰ্যন্ত অন্তৰ্ভুক্ত হোৱাত এইবোৰৰ সত্যতা সম্পৰ্কে সন্দেহৰ অৱকাশ নাথাকে। ঠগ-প্ৰবঞ্চনাই প্ৰায় ডেৰ শ বছৰ পূৰ্বে কিমান দূৰলৈ শিপাইছিল তাক সাৱাস্ত কৰে তলৰ বতৰাটোৱে ঃ

> জোৰহাটৰ পকামুৰা গাঁৱত কিৰ্তিম টকা তৈয়াৰি কৰি টেকচত অৰ্থাত্ত মাইকি পোআলি সাল পাতি চিকা আৰ্কট ৰজা ৰুপ মাৰি চলা চল কৰাতে শ্ৰী দুতিৰাম চিৰস্তাদাৰে গৈ চুৰাগ চন্ধান কৰি সেই লোককে এপ্ৰিল মাহত ধৰিলে। জিতৰাম গগৈ, ক্ৰিস্সৰাম, বাপিৰাম, তনু সোনাৰি, হলি, এই সকলে ৰুপ মাৰিচিল[৮৯]।

চোৰ এটাৰ জীৱনৰ কৰুণ পৰিণতিৰ কথা বৰ্ণিত হৈছে এই সংবাদটোত ঃ "চাউল কৰ্হা গাৱৰ ওচৰত এটা মানুহে লোকৰ ধাননিত ৰাতি সোমাই এভাৰ দাঙ্গৰি চুৰ কৰি বান্ধিলত তেতিযাই গ্ৰহনিএ ধৰি এবেলি পেট চলিএই মৰিল"[৯০]।

আলোচামান বিষযৰ আন কেইটামান সংবাদে ঠাই পাইছে আগষ্ট ১৮৪৬, চেপ্তেম্বৰ ১৮৪৮, জুলাই ১৮৪৯, মাৰ্চ ১৮৫১ আৰু ১৮৫৩, মাৰ্চ, এপ্ৰিল আৰু ডিচেম্বৰ ১৮৫৬ সংখ্যাত।

### ৫.১.১৯ আদালত-বিচাৰ-দণ্ড ঃ

যোৱা শতিকাৰ অসমৰ আইন ব্যৱস্থাৰ বিষযে অধ্যয়ন কৰিব খোজাসকলে 'অৰুনোদই'ত ভালেমান তথ্যৰ সন্ধান পাব। ১৮৪৬ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহত নগাঁও জিলাৰ কোনো এঠাইত একেলগে বেপাৰ কৰি উভতি অহা মানুহ কেইজনৰ এজনে তওঁৰ লগৰীয়া এজনক টকাৰ লোভত প্ৰাণে মৰা অপৰাধত মৃত্যুদণ্ড মূৰ পাতি ল'বলগীয়া হৈছিল। 'অৰুনোদই'ৰ ভাষাত ঃ

> সি ধৰা পৰি সোধত দোসি হোআত ফাঁসিত দিবলৈ সদৰৰ পৰা আগ্যা আহিল .... ফাঁসি দিবলৈ সকলো জুগুত হোআৰ পাচত শ্ৰীজুত বিচাৰপতি সাহাবে দোঅনিয়াব দ্বাবাই সুধিলে জে তোৰ চুবুৰিয়াক বধ

---

৮৯ *অৰুনোদই* (আগষ্ট, ১৮৪৭), পৃ. ১৫৭

৯০ *একে গ্ৰন্থ* (নবেম্বৰ, ১৮৫২), পৃ. ৮৬৩

কৰিচিলি নে নাই কৰা ? সি কলে মই তাক বধ কৰা নাই। তাৰ দোস সৈ কাৰিবলৈ অনেক কথা কোআ গল, কিন্তু সি বধৰ অপৰাধ মৰনলৈকেও সৈ নে কাৰিলে[৯১]।

বিচাৰ ব্যৱস্থাৰ প্ৰসংগত পোৱা এটা মূল্যবান বুৰঞ্জীমূলক তথ্য এনেধৰণৰ : পুৰন্দৰ সিংহ ৰজাৰ বৰৰাণী গুৱাহাটীৰপৰা উজাই আহোঁতে মুনিচন্দ্ৰ ব্ৰাহ্মণে আগবাঢ়ি গৈ নিজৰ নাৱত তুলি আনি অসুস্থা ৰাণীক বিষম দৰৱ খুৱাই মাৰে আৰু পিছত ধনৰ লোভত এনে গৰ্হিত কাম কৰা বুলি প্ৰমাণিত হোৱাত বিচাৰকৰ্তাই মুনিচন্দ্ৰক জনমভৰ ফাটেক দিয়ে[৯২]।

অসম বুৰঞ্জীৰ এটা অতি গুৰুত্বপূৰ্ণ সংবাদ 'অৰুনোদই'য়ে দিছে এনেদৰে, "ফেবৰুআৰিৰ ২৬ তাৰিখে সুকুৰবাৰে বেলা দহ বজাৰ সমইত জোৰহাট মোকামত ৰাজদ্ৰুহি অপৰাধে মনিৰাম দেৱান আৰু পিয়ালি সৰ্মা মৌজাদাৰ, এই দুইজনক ফাঁচি দিয়া হল"[৯৩]।

অপৰাধ আৰু বিচাৰ সম্পৰ্কীয় অন্যান্য সংবাদবোৰৰ ভিতৰত "মানুহ এজনক ফাঁচি দিযাৰ লেখা" (চেপ্তেম্বৰ, ১৮৪৭), গুৱাহাটীত এজনক ফাঁচি দিয়াৰ বতৰা (জানুৱাৰী, ১৮৫১), অপৰাধী নগাক ফাঁচি দিয়া (আগষ্ট, ১৮৫২), "ফঁাচি দিয়া এজন মানুহৰ কথা" (অক্তোবৰ, ১৮৫৪), নাৰী হত্যাৰ বিচাৰ আৰু বলিয়া এজনক হত্যা কৰাৰ গোচৰ আদালতত চলি থকা (নবেম্বৰ, ১৮৫৪), আদি উল্লেখযোগ্য।

### ৫.২.০ 'অৰুনোদই'ত প্ৰতিফলিত অৰ্থনৈতিক চিত্ৰ :

'অৰুনোদই' কাকতত ঊনবিংশ শতিকাৰ অসমৰ অৰ্থনৈতিক দিশৰ ছবি এখন বিচাৰিলে হতাশ হ'ব নালাগে। বস্তু-বাহানিৰ দাম দৰ, ব্যৱসায়ীসকলৰ সাঁচতীয়া দ্ৰব্য, বস্তু বেচা-কিনা কৰিবলৈ হাট-বজাৰ, মানুহৰ টকা সঁচা দস্তুৰ আদি অনেক বিষয়ৰ ওপৰত মিছনৰ মুখপত্ৰখনে পোহৰ পেলাইছে।

### ৫.২.১ হাট-বজাৰ :

---

৯১ *একেগ্ৰন্থ* (এপ্ৰিল, ১৮৪৬), পৃ. ৩০

৯২ *একেগ্ৰন্থ* (অক্তোবৰ, ১৮৪৮), পৃ. ২৬৯

৯৩ বিৰিঞ্চি কুমাৰ বৰুৱা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৮২-৩ (ভূমিকা)

'অৰুনোদই'য়ে সম্ভেদ দিয়া মতে অসমৰ এখন অতি পুৰণি হাট হ'ল নগাঁও জিলাৰ 'মিকিৰ পাৰে চোট কন্দলি মৌজা'ত পতা হাটখন। বৰবাপা নামে বৰুৱা এজনে পতা এই হাটৰ আয়তন পাঁচ পূৰামান মাটি। এটা সাংকেতিক চিহ্ন মাত্র দি নিজ পৰিচয় অব্যক্ত ৰখা সংবাদদাতাজনে জনাইছে যে ধান, চাউল, মাহ, গুৰ, গাখীৰৰপৰা আৰম্ভ কৰি শুকান মাছ, মগুহ, শাক-পাচলিৰ উপৰিও অনেক উপহাৰৰ সামগ্ৰী আৰু কানি-ফটিকা পৰ্যন্ত হাটত বেচা কিনা হয়। প্ৰতি সপ্তাহৰ সোম আৰু শুক্ৰবাৰে হাট বাহে। বাতৰি যোগনিযাৰজনে এনে হাটৰ সংখ্যা বৃদ্ধি কৰাত উৎসাহ দান কৰিছে যদিও ৰাগীয়াল বস্তুৰ ক্ৰয়-বিক্ৰয়ত নিন্দা প্ৰকাশ কৰাটোও পাঠকৰ চকুত পৰে[১৪]।

যোৱা শতিকাৰ প্ৰথমাৰ্ধত শিৱসাগৰত 'কেযা পটি' বহা আৰু 'দিখৌ নৈৰ ওচৰত মচলমান' বজাৰে গঢ লোৱা অসমৰ আৰ্থ-সামাজিক দিশৰ দুটা তাৎপৰ্যপূৰ্ণ সংবাদ[১৫]। প্ৰায় একে সময়তে গুৱাহাটীৰ লতাশিলতো এখন ডাঙৰ বজাৰ আছিল। ১৮৫৩ খ্ৰীষ্টাব্দৰ ৩ এপ্ৰিলৰ ৰাতি সেই বজাৰত জুই লগাৰ ফলত "কপাহ, লাঁ, ধান, চাউল, মিঁঠে, লোন, তেল, হাঁহ, পাৰ, কুকুৰা, ঘিউ, চেনি" আদি সামগ্ৰী ধ্বংসপ্ৰাপ্ত হয়[১৬]।

শিৱসাগৰ জিলাৰ অৰ্জুনগুৰিত মণিৰাম দেৱানে শনিবৰীয়া হাট বহুওৱাৰ সম্ভেদ জানুৱাৰী, ১৮৪৮ সংখ্যা কাকতে দিছে। ভৈযামৰ গাঁৱলীযা লোকৰ বাহিৰেও পৰ্বতৰ পৰা জুমে জুমে নগা আহি বেহা-বেপাৰ কৰা এই বজাখনক গডগাঁৱত আসাম কোম্পানীয়ে ১৮৩৯ খ্ৰীষ্টাব্দত খোলা হাটখনৰ পিছতে ৰংপুৰৰ দ্বিতীয় হাট আখ্যা দিয়া হৈছে[১৭]।

১৮৫৪ খ্ৰীষ্টাব্দৰ জানুৱাৰী সংখ্যাই জনোৱা মতে উক্ত মাহৰ ১৫ তাৰিখৰপৰা ওডালগুৰিত হাট বহে। পিছে তাৰ পূৰ্বৰেপৰা সেই ঠাইত মেলা চলি অহাৰ প্ৰমাণ স্থানান্তৰত পোৱা যায়[১৮]।

হাটবোৰত বেচা-কিনা সামগ্ৰীসমূহৰ পৰা সেইকালৰ মানুহৰ জীৱন ধাৰণৰ

---

১৪ *'অৰুনোদই'* (চেপ্তেম্বৰ, ১৮৪৭), পৃ. ১৬৭

১৫ *একে গ্ৰন্থ* (জুন, ১৮৪৬), পৃ. ৪১ আৰু (নবেম্বৰ, ১৮৪৭), পৃ. ১৮১

১৬ *একে গ্ৰন্থ*, (মেই, ১৮৫৩), পৃ. ৯৬০

১৭ বেণুধৰ শৰ্মা : *মণিৰাম দেৱান*, প্ৰাগুক্ত, পৃ. ১০৭-৮

১৮ Edward Gait, *op.cit.*, p. 313

মানদণ্ড সম্পৰ্কে সাধাৰণ আভাস পোৱা যায়। কাকতৰ পাতত লেখ দিয়া বস্তুবোৰৰ পৰা এনে ধাৰণা হয় যে জীয়াই থকাৰ বাবে নিতান্ত প্ৰয়োজনীয় সমলবোৰহেঁ বেচা-কিনা কৰা হৈছিল। ইয়াৰ মাজত লুকাই আছে অধিবাসীসকলৰ সহজ-সৰল জীৱন যাপন সম্পৰ্কীয় ইংগিত। সমাজত যে উচ্চবিত্ত তেনেকৈ নাছিল, অধিকাংশ লোকেই মধ্যবিত্ত অথবা নিম্ন মধ্যবিত্তৰ জীৱন যাপন কৰিছিল তাৰো আভাস ক্ৰয়-বিক্ৰয় কৰা সামগ্ৰীসমূহে দিযে।

হাটসমূহৰ আলোচনা প্ৰসংগত ৰাজ্যৰ অধিবাসীসকলৰ মাজৰ সাংস্কৃতিক বিনিময়ৰ দিশটোও উপেক্ষণীয় নহয়। বাগদাদৰ আন্তৰ্জাতিক বাণিজ্য কেন্দ্ৰই প্ৰাচ্য-পাশ্চাত্যৰ সভ্যতা-সংস্কৃতি বিনিময় কৰা কথা সৰ্বজন বিদিত। তাৰ তুলনা অসমতো খাটে। প্ৰথমোক্ত হাটখনৰ প্ৰসংগত কোৱা হৈছে যে তাত গোটেই দিনটোৰ বাবে "ব্ৰাহ্মন লোকে খেত্ৰি আদি কৰি চৌত্ৰিস জাতৰ মানুহ" গোট খাই বেচা-কিনা কৰে[৯৯]। মণিৰাম দেৱানে পতা অৰ্জুনগুৰিৰ হাটখনতো " গাঁৱলীযা আৰু নগৰিযা নগাকে আদি কৰি সকলো মানুহে সনিবাৰৰ দিনা কিনা বেচা কৰি হাট বৈহাই গৈ"[১০০]। সৰু-বৰ সকলো জাতৰ বাদেও পাহাৰ-ভৈয়ামৰ মানুহৰ মিলনভূমি এই হাটসমূহৰ যোগেদি সাংস্কৃতিক আদান-প্ৰদানৰ পথ প্ৰশস্ত হৈ পৰিছিল।

### ৫.২.২ বেপাৰ-বাণিজ্য ঃ

ইতিমধ্যে পাৰ হৈ যোৱা শতিকাটোত বেপাৰ-বাণিজ্য কৰি জীৱন নিৰ্বাহ কৰা অসমীযা মানুহ নাছিল বুলিলেও হয। আনন্দৰাম ঢেকিযাল ফুকনে দেশবাসীসকলক এই কথা মনত পেলাই দিছে ঃ

> তোমোলোকৰ ভিতৰত বানিজ্যৰ অনুসিলন নিচই কৈ নাই, সকলে ধন মাটিত পুতি থৈ ভাল পাই, কিন্তু জিহৰ পৰা সেই ধনেৰেই ধন হই, তাক নিচিন্তে। ইংৰাজৰ সভ্যতাৰ ঘাই এক হেতু বানিজ্য, এতেকে জদি ধনৱন্ত হব খোজা, তেন্তে, সম্প্ৰতি বানিজ্যত প্ৰবৰ্ত হোআ[১০১]।

উত্তৰ কাছাৰত বয-বস্তুৰ নাটনি সম্পৰ্কত লেখা কথা কেইষাৰমানত বিষয়টো স্পষ্টতৰ ঃ "তাত এতিযা লোন, তেল, ধঁপাত, ঘিঁও আদি এইবোৰ বস্তু পাবলৈ ৰৱ

---

৯৯ *অৰুনোদই* (চেপ্তেম্বৰ, ১৮৪৭), পৃ. ১৬৭

১০০ *একে গ্ৰন্থ* (জানুৱাৰী, ১৮৪৮), পৃ. ২০০

১০১ *একে গ্ৰন্থ* (এপ্ৰিল, ১৮৪৭), পৃ. ১৩১

টান, কিন্তু চাহাবে তাত হাট পতাবলৈ ধৰিচে; হাটৰ ঘৰ জুগুত হলে, নগাঁৱৰ পৰা কেঁয়া ঢাকাঅলিয়া মুদি, চিলচাৰ পৰা বেপাৰিবোৰ জাব"[১০২]। গতিকে এইটো স্পষ্ট যে সেই কালতো নগাঁও, শিৱসাগৰ, গুৱাহাটী আদি ঠাইৰ বেহা-বেপাৰ ঘাইকৈ নিয়ন্ত্রণ কৰিছিল ৰাজ্যৰ বাহিৰৰ মাৰোৱাৰী আৰু ঢাকাৰপৰা অহা ব্যৱসায়ী গোষ্ঠীয়ে। আনহাতে শিক্ষা-দীক্ষাৰ অভাৱ, পৈত্রিক মাটি-ভেটিখিনিকে খামোচ মাৰি ধৰি থকাৰ প্ৰৱণতা, আনৰ লগত লেন-দেনৰ আদব-কাযদা নজনা আদি কাৰণত থলুৱা ব্যৱসায়ী গোষ্ঠী গঢ লৈ উঠা নাছিল।

### ৫.২.৩ দ্রব্য-মূল্য ঃ

প্রায ডেৰ শ বছৰ পূৰ্বৰ অসমৰ বস্তু-বাহানিৰ দাম-দৰ সম্পৰ্কে 'অৰুনোদই'ত বিশেষ তথ্য পাবলৈ নাই। পৰোক্ষ ইংগিত অৱশ্যে দুই-এঠাইত পোৱা যায। ৰেঃ নাথান ব্ৰাউনে আমেৰিকাৰপৰা নিধি লেভি ফাৰৱেললৈ লেখা চিঠিৰ মাজত এটা চমু অথচ মূল্যবান ইংগিত আছে। যেনে — "..... অচম দেসত এক অনালৈ কুকুৰা এটা পাব পাৰে বুলিলে, ইযাৰ মানুহে বৰ আচৰিত মানি ন পতিয়াই"[১০৩]। একমাত্র উদাহৰণটোৰপৰা ধাৰণা কৰিব পাৰি, সেই যুগত বস্তু-বাহানি সস্তা দামতে পোৱা গৈছিল আৰু টকাব মূল্য আছিল অধিক।

### ৫.২.৪ ধন সঁচা ব্যৱস্থা ঃ

ডেৰ শ দুশ বছৰ আগৰ কথা বাদেই, কুৰি শতিকাৰ প্ৰথম তিনি চাৰি দশক পৰ্যন্ত মানুহৰ টকা পইচা জমা থোৱাৰ কোনো সুব্যৱস্থা নাছিল। সেইবাবে প্ৰত্যেকেই নিজা নিজা বুদ্ধিৰে, লোটা কলহ আদিত ভৰাই টকা মাটিৰ তলত পুতি থৈছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ বহু আলোচিত "ইংলণ্ডৰ বিবৰন"ত এই কথা একাধিকবাৰ উল্লিখিত হৈছে। একেটা কথা আন ঠাইতো পোৱা যায়। কলিকতাত 'কম্পানি বাহাদুৰ'এ "গবৰ্নমেণ্ট চেবিংচ বেঙ্ক" খোলা আৰু ইযাৰপৰা ৰাইজে পোৱা সুবিধাৰ প্ৰসংগ উত্থাপন কৰি কোৱা হৈছে, "অচম দেসৰ মানুহে ৰুপ মাটিত পুতি থোআতকৈ সেই ৰুপে সুত লৈ বৰ্হোআটো ভাল"[১০৪]।

---

১০২ *একে গ্রন্থ* (জুলাই, ১৮৫৩), পৃ. ৯৮২

১০৩ *অৰুনোদই কাকত* (জুলাই, ১৮৫৬), পৃ. ১১২

১০৪ *অৰুনোদই* (ফেব্রুৱাৰী, ১৮৫০), পৃ. ৪০৮

### ৫.২.৫ দাস প্ৰথাৰ অনুৰণন ঃ

মধ্য যুগৰ অসমত দাস প্ৰথাৰ প্ৰচলনৰ বিষয়ে বুৰঞ্জীত লিপিবদ্ধ আছে[১০৫]। তাহানি কালত মানুহ বেচা-কিনা কৰাটো প্ৰচলিত দস্তুৰ আছিল[১০৬]। আহোম ৰাজত্ব কালত মনুষ্য ক্ৰয়-বিক্ৰয় হোৱাৰ নিচিনা কোম্পানীৰ আমোলতো যে হৈছিল পেড়াকাকত কিছুমানে তাৰ সাক্ষ্য বহন কৰিছে[১০৭]। 'অৰুনোদই'ৰ পাততো এনে বাতৰি চকুত পৰে। কানীয়া এজনে অকণমানি জীয়েকৰ সৈতে ঘৈণীয়েকক বিক্ৰি কৰাৰ বাতৰি এযা, "সেই জগৰৰ হাত সাৰিবলৈ ধন নাই কিযা দেখি পিযাহ্ খোআ জিএকে সৈতে সেই ঘৈনিএকক কোনো মচলমানৰ ঘৰত বেঁটিকৈ বেচি ধন লৈ জগৰ ভাঙ্গিলে"[১০৮]। সংবাদটো যেন ঊনবিংশ শতিকাৰ অসমৰ আৰ্থ-সামাজিক দিশৰ এক কৰুণ প্ৰতিবেদন।

### ৫.২.৬. শ্ৰমিকৰ অৱস্থা ঃ

প্ৰায ডেৰ শ বছৰ পূৰ্বে বনুৱাৰ মজুৰি কেনে আছিল তাৰ ইংগিত প্ৰথম অসমীয়া সংবাদ পত্ৰখনত বিচাৰিলে হতাশ হ'ব নালাগে। কোম্পানী শাসনৰ আগতে তিনি টকা ৰূপৰ বিনিমযত ৰজাৰ ঘৰত এবছৰলৈ খাটি দিব লাগিছিল। কিন্তু কোম্পানীৰ আমোলত বনুৱাই কাম কৰি মাহেকত তিনি চাৰি টকাকৈ পোৱাৰ বিষযে জুন, ১৮৪৬ সংখ্যা 'অৰুনোদই'ত লিপিবদ্ধ আছে। আধুনিক যুগ পত্তনৰ লগে লগে পৰিশ্ৰমৰ মৰ্যদা ক্ৰমশঃ বাঢি অহাৰ ই বলিষ্ঠ প্ৰমাণ।

### ৫.২.৭ অসমৰ কুটিৰ শিল্প ঃ

বেপ্তিষ্ট মিছনৰ মুখপত্ৰখনত অসমৰ কুটিৰ শিল্পৰ বিষয়ে তথ্যৰ বৰ অভাৱ। ১৮৫৮ চনলৈ প্ৰকাশিত কাকতৰ ভিতৰত এই বিষয়ৰ মাত্ৰ একেটা নিৰ্ভৰযোগ্য তথ্য পোৱা গৈছে। তথ্যটি মুগা সূতা উৎপাদন সম্পৰ্কীয ঃ

---

১০৫ John M'cosh *op cit*, pp 26-7
W Robinson *op cit*, pp 179-80

১০৬ Eward Gait *op cit*, pp 241-2

১০৭ শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য্য ঃ প্ৰাচীন অসমত মানুহ ক্ৰয-বিক্ৰয় ব্যৱস্থা (প্ৰবন্ধ), *লোক-সংস্কৃতিৰ ৰেঙণি*, সম্পাঃ বসন্ত কুমাৰ শৰ্মা, দুধনৈ, ১৯৯১

১০৮ *অৰুনোদই* (মেই, ১৮৪৬), পৃ. ৩৬

মুগা সুতা কৰিবলৈ নতুনকৈ বুধি ওলাইচে, সেই ৰূপে হলে মুগা পুহিবলৈ আৰু একো সকাম নহব। কিয়নো চোম গছৰ পাত আৰু চাল পানি দি বৰকৈ সিজাই, পাচত বাচিলে, মুগাৰ মুখৰ পৰা ওলোআ আঁহৰ নিচিনা আঁহবিলাক হব, তাকে গোটালেই সুতা হব। আৰু আঁহ উলিয়াই তাৰ জিবোৰ সেস থাকিব, তাৰ পৰা তুলাপাত আদি কৰিব। তেনেহলে মুগা সুতা পাবলৈ এতিয়াৰ পৰা আৰু বৰ শ্ৰম ন হই[১০৯]।

### ৫.২.৮ কৃষি-কৰ্ম-বানপানী-গৰা খহনীয়া ঃ

ৰাজ্যখনৰ খেতি-বাতি সম্বন্ধীয় ভালেমান মূল্যবান তথ্য 'অৰুনোদই'য়ে সঞ্চয় কৰি ৰাখিছে। অসমৰ চাহ খেতিৰ বতৰা দিছে এনে ধৰণে "আসাম কম্পানিত্ৰ এবচৰৰ ভিতৰত ১৯৪০০০ পওণ্ড অৰ্থাত ৯৭০০০ সেৰ চাহ আৰ্জিচে। ইংলণ্ডলৈ নিলে সেৰে ২ টকাকৈ দৰ পাই মুঠে প্ৰায়ে ২ লাখ টকা পাব"[১১০]।

অসমীয়া মানুহৰ পৰিচিত প্ৰায় আটাই কেইবিধ কলৰ নাম এটা পদ্যৰ জৰিয়তে কাকতত প্ৰকাশিত হৈছে। এই পদ্যটি নঃ লঃ অৰ্থাৎ নিধি লেভি ফাৰৱেলৰ কাপৰপৰা ওলোৱা। এডাল কলগছৰ ছবিসহ শিৰোনামাবিহীন ছশৰীয়া কবিতাটিৰ মূল বক্তব্য এই কথাখিনি ঃ

ভিম, মনুহৰ বৰতমনি, জাতি,
সোন্দা, মালভোগ, পুৱা, কেতেকি,
দিঘজোআ, বনকল, সালিকি, ঠুটিয়া,
না না ৰূপ কল প্ৰভু দিলে শ্ৰজিয়া১১১।

গুৱাহাটীৰ মুক্তাৰাম দাসে তেওঁৰ টোকাটি গৰুৰ বেমাৰৰ কথাৰে আৰম্ভ কৰিলেও ইয়াত কৃষি-কৰ্ম সম্পৰ্কীয় কেবাটাও দৰ্কাৰী বিষয় চকুত পৰে। টোকা লেখকে জনাইছে যে সেই সময়ত "ভাল গৰু হালত ৩০/৪০ টকা মুল্য, নৰম হালত ২০/২৫ টকা" দাম আছিল[১১২]।

---

১০৯ *অৰুনোদই কাকত*, মাৰ্চ, ১৮৫৭, পৃ. ৩৫
১১০ *অৰুনোদই* (ফেব্ৰুৱাৰী, ১৮৪৬), পৃ. ৯
১১১ *একে গ্ৰন্থ* (ডিচেম্বৰ, ১৮৪৯), পৃ. ৩৯৩
১১২ *একে গ্ৰন্থ* (নবেম্বৰ, ১৮৫২), পৃ. ৮৬৩

বেমাৰত গৰু মৰি যোৱাৰ পিচত গৰু নোহোৱা খেতিয়কসকলে থকাসকলৰ 'মৰকিয়া কৰি' খেতি চলাই নিয়াটো উল্লেখযোগ্য। গৰুৰ বেমাৰৰ উপৰিও অসমৰ কৃষকৰ নিয়মীয়া দুৰ্যোগ বানপানীয়ে কিমান ক্ষতি সাধন কৰিছিল তাকো তেওঁ ক'বলৈ এৰা নাই। তেওঁ পাছলৈ উভতি চাই বছৰৰ প্ৰথম ভাগতে কৰা আহু খেতিৰ বিষয়ে পাঠকক জনাইছে, " এপ্ৰিল, মেই মাহত জি আহু ধানৰ খেতি কৰিচিল, সিও পানি নো হোআত ভাল ন হল"[১১৩]। মুক্তাৰাম দাসৰ টোকাৰ শেষৰ কথাখিনিযে খেতি আৰু খেতিয়ক সম্বন্ধীয় একাধিক দিশত পোহৰ পেলাইছে।

এৰি অহা শতিকাটোৰ মাজভাগত কৃষি  সম্বন্ধীয় কিতাপ অসমীয়া মানুহে লেখি উলিওৱাটো বিশেষ কৃতিত্বৰ কথা। পুথিখন হ'ল 'মুনচি কেফায়ত উলা সদৰ মুনচেফে, অচমিয়া মানুহৰ উপকাৰৰ কাৰনে বঙ্গালি ভাসাৰে ১৮৫৩ ইংৰাজি সঁকত সাজি চাপা কৰা' 'ক্ৰিসি দৰ্পন'। লেখকে ইয়াত অসমীয়া মানুহৰ প্ৰয়োজনীয় সকলো খেতিৰ বাবে দিহা-পৰামৰ্শ দিয়াৰ লগতে গৰুৰ প্ৰতিপালনৰ কথাও সামৰি পুথিৰ গুৰুত্ব বঢ়াইছে। পুথি সমালোচনাৰ আৰ্হিত কিতাপখনৰ এটা সংক্ষিপ্ত পৰিচয় সন্নিবিষ্ট কৰি 'অৰুনোদই'ৰ সম্পাদকৰ ফালৰপৰা কোৱা হৈছে ঃ

> হে অচম দেসি লোকবিলাক, তোমোলাকে এলাহ এৰি এই কিতাপ চাই ৰিতিৰ দৰে খেতি কৰিলে, খেতিৰ দোআৰাই উতম ৰুপে প্ৰবৰ্তি থাকিব পাৰিবা, আৰু অনেক ধনো পাবা"[১১৪]।

আজিকালিৰ দৰে সেইকালতো বানপানী, গৰা খহনীয়াৰ বিপদ কম নাছিল। "পানি বৰ্হাৰ বিবৰন"ত মানুহ আৰু অন্যান্য জীৱ-জন্তুৰ আলৈ-অথানিৰ উপৰিও পানীৰ ফলত হোৱা ক্ষয়-ক্ষতিৰ বিস্তৃত বৰ্ণনা পোৱা যায়। অন্য কিছুমান দেশৰ মানুহে সজাৰ দৰে অসমৰ মানুহকো ওখকৈ চাং ঘৰ সাজি থাকিবলৈ পৰামৰ্শ দিযাটো লক্ষ্য কৰিবলগীয়া। এনে কৰিলে বানপানীৰ বিপদৰ পৰা ৰক্ষা পৰাৰ উপৰিও আন সুবিধা পোৱা যাব বুলি কোৱা হৈছে। প্ৰচলিত সংস্কাৰৰ বাবে মানুহে চাংঘৰ সাজিব নিবিচাৰিলে তাৰো বিকল্পই আলচটিত ঠাই পাইছে[১১৫]।

বানপানীৰ ফলত খেতিয়কৰ কঁকাল ভাগি পৰাৰ সবিশেষ সংবাদ পঢ়ুৱৈক দিয়া হৈছে ঃ

---

১১৩ *একে গ্ৰন্থ* (নবেম্বৰ, ১৮৫২), পৃ. ৮৬৪

১১৪ *একে গ্ৰন্থ* (মেই, ১৮৫৪), পৃ. ১১৩৯

১১৫ *একে গ্ৰন্থ* (জুলাই, ১৮৪৬), পৃ. ৬২

গুআহাটি আৰু নগাঁৱৰ পৰা চিঠিবোৰত লিখিচে. বান পানিৰ কাৰনে ঠাযে ঠাযে কঠিযা আৰু পথাৰৰ ৰোআ আদি কৰি নষ্ট হোআত ৰায়ত লোকৰ বৰ হাহাকাৰ হৈচে। সিৱসাগৰ আৰু ডিবুৰু জিলাত জেনেকৈ গৰু, মঁহ, পহু আদি কৰি পানিৰ কাৰণে সৰহ মাৰিচিল, সেই দৰে আন জিলাতো মৰিল[১১৬]।

'অনেক দেসৰ সম্বাদ' শিতানত গৰা খহনীযাৰ বতৰা বিলাৰলৈ যাওঁতে অসমৰ সাংস্কৃতিক বুৰঞ্জীৰ সংবাদ সদৰি হৈছে। দক্ষিণপটীয়া গোঁসাইৰ সত্ৰ ব্ৰহ্মপুত্ৰই খহাই নিযা বাবে ভাটি ফালৰ খাগৰিজান জিলাৰ কিছু উজনিত কলিযাবৰ শিলঘাটৰ ওচৰত সত্ৰ স্থাপনৰ উপায চিন্তা কৰাৰ বতৰাটো তাৰ পটন্তৰ[১১৭]। সত্ৰৰ ইতিহাস অধ্যয়ন কৰিব খোজাসকলৰ বাবে এই সংবাদৰ আছে বিশেষ তাৎপৰ্য।

### ৫.২.৯ অসমৰ প্ৰাকৃতিক সম্পদ ঃ

অসম প্ৰাকৃতিক সম্পদেৰে পৰিপূৰ্ণ। আমেৰিকান বেপ্তিষ্ট মিছনেৰীসকলে ইযাৰ ভু নোপোৱাকৈ থকা নাছিল। মিছনৰ মুখপত্ৰখনত এই বিষযে সামান্য হ'লেও ইংগিত পোৱা যায।'ৰ' আখৰেৰে নিজ পৰিচযৰ ইংগিত দি লিখা "লোৰ বিবৰন" নামৰ আলচটিত লোৰ গুণাগুণ, উৎপাদন হোৱা ঠাই, ইযাৰ মূল্য ইত্যাদি সকলো বিৱৰি লেখাৰ পিছত আছে, "অসম দেসৰ সকলো পৰ্বতত লো আচে, কিন্তু অসমিয়া মানুহে তাক বুজ নে পাই এলাহ কৰি থাকে, অনেক বনিযাৰ বহু উপকাৰি এনে লো বিচাৰকৈ পৰ্বত নে খানে, আপোনাৰ অৰ্থ বাৰ্হিবলৈ, আৰু দেসৰ উপকাৰ হ্বলৈকো কোনেও একো পুৰুসাৰ্থ ন কৰে"[১১৮]।

দিখৌ নৈৰ উজনিত পৰ্বতৰ দঁাতিত্ত নাগমাটি, অৰ্থাৎ কযলা পোৱাৰ বতৰাও 'অৰুনোদই'ৰ পাতত দেখা যায। বাতৰি মতে ঃ

দিখৌ নৈৰ উজনিৰ পৰ্বতৰ দাঁতিত নাগ মাটি পোআ জাই বুলি কৈচে, আৰু তাকে খানি উলিযাই নাৱেৰে গুআহাটি আৰু গুআলপাৰালৈ নিবৰ নিমিতে শ্ৰীজুত গবৰ্নমেন্টে উপাই কৰিচে। এতিযা জইপুৰৰ পৰা

---

১১৬ *একে গ্ৰন্থ* (চেপ্তেম্বৰ, ১৮৪৬), পৃ ৬৫

১১৭ *একে গ্ৰন্থ* (জুন, ১৮৪৬), পৃ. ৪১

১১৮ *একে গ্ৰন্থ* (অক্টোবৰ, ১৮৪৬), পৃ. ৭৮-৯

গুআহাটিলৈ নাগ মাটি মোনে আঠ অনাকৈ কোনোবাই কোনোবাই পঠিযাইচে। জইপুৰৰ নাগমাটি পুৰিবলৈ বৰ চিকন[১১৯]।

ৰাজ্যৰ হাবি-জঙগলত থকা নানা তৰহৰ বনৰীয়া জন্তুৰ বিৱৰণো 'অৰুনোদই'যে পাঠকসমাজৰ আগত দাঙি ধৰিছে। এনে কিছুমান জন্তু হ'ল বন ৰৌ (জুন, ১৮৪৬), বাঘ (অনেক সংখ্যাত), হাতী (আগষ্ট, ১৮৪৬), গঁড় (অক্তোবৰ, ১৮৪৬), ম'হ (জানুৱাৰী, ১৮৪৮), বন বিৰালি (অক্তোবৰ, ১৮৫৬) আদি।

অসমৰ হাবিত হোৱা 'লতা পনিযাল'এও মিছনেৰীসকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল ঃ

> অসম দেসত হলে, অধিক বৰখুনৰ কাৰনে পনিযালৰ গুটি ভালকৈ ন পকে ; তথাপি হাবিৰ মাজত বনৰিযা লতা পনিযালৰ গুটি অনেক পোআ জাই ; কিন্তু সেযে কেঁচা আৰু খাবলৈকো সোআদ ন হই[১২০]।

## ৫.৩.০ 'অৰুনোদই'ৰ পাতত অসমৰ ভূগোল ঃ

প্ৰায ডেৰ শ বছৰ পূৰ্বৰ অসমৰ ভৌগোলিক দিশৰ যথাযথ চিত্ৰ এখন 'অৰুনোদই'ৰ সহাযত আঁকিব পাৰি। কাকতত পৰিবেশিত বিষযবস্তুসমূহ, আনকি অকল 'অনেক দেসৰ সম্বাদ' আৰু 'অসম দেসৰ সম্বাদ'বোৰ ফঁহিযাই চালেই বিগত শতাব্দীৰ অসমৰ ভৌগোলিক অৱস্থিতি সম্পৰ্কে অৱগত হোবাৰ স্থল আছে। অঞ্চলটোৰ নদ-নদী, গাওঁ-ভূঁই, পথাৰ-হাবি আদিৰ উল্লেখ ইযাত প্ৰচুৰ। নানা ঘটনা-দুৰ্ঘটনা, অগ্নিকাণ্ড, ধুমুহা, বানপানী, বজ্ৰপাত, বেমাৰ-আজাৰ, চুৰি-ডকাইতি, হত্যাকাণ্ড, আত্মহত্যা, বনৰীযা হাতী-বাঘ-ম'হৰ আক্ৰমণ, হাট-বজাৰ, ৰাজহুৱা উৎসৱ-পাৰ্বণ, জন্ম-মৃত্যু-বিবাহ আদি সংবাদ প্ৰসংগত অসমৰ অসংখ্য সৰু-বৰ ঠাইৰ পৰিচয পোৱা যায।

### ৫.৩.১ চহৰ-গাওঁ-মৌজা আদিৰ নাম ঃ

'অৰুনোদই'ৰ সমযৰ প্ৰধান ঠাই শিৱসাগৰ, নগাঁও, গুৱাহাটী, তেজপুৰ, মংগলদৈ, ডিব্ৰুগড আদিৰ বাহিৰেও অলেখ ঠাইৰ নাম কাকতখনে লিপিবদ্ধ কৰি

---

১১৯ *একে গ্ৰন্থ* (জানুৱাৰী, ১৮৪৮) পৃ. ২০০

১২০ *অৰুনোদই কাকত*, জুন, ১৮৫৮, পৃ. ৮৮

ৰাখিছে। সেই আটাইবোৰ স্থান বৰ্তমান চিনাক্তকৰণ সম্ভৱ নহ'ব পাৰে। কিন্তু সেই যুগত ঠাইবোৰক তেনে নামেৰেই জনা গৈছিল। যাদৃচ্ছিকভাৱে সংগ্ৰহ কৰা এনে কিছু সংখ্যক নাম হ'ল —

'শিৱসাগৰৰ উজনি মেটেকাৰ ঘাট' (মাৰ্চ, ১৮৪৬);
'জামুগুৰি মৌজা', 'দেস ডিমৰুআ', 'সিৱসাগৰ জিলাৰ দখিন ফালৰ কালু গাঁও' (মেই, ১৮৪৬);
'দখিন পাট', 'আওনিআটি'. 'কলিয়াবৰ', 'সিলঘাট', গুৱাহাটীৰ দক্ষিণ ফালৰ গাঁও 'মালিবাৰি' (জুন, ১৮৪৬);
'গুআলপাৰা' (আগষ্ট, ১৮৪৬);
'খৰাধৰা মৌজাৰ কুমাৰ গাঁৱ', 'বামুনি সুতিৰ দাধৰা গাঁৱ' (মাৰ্চ, ১৮৪৭);
'বৰ আলিৰ ওচৰৰ কঁকিলা গাঁৱ' , নগাঁও জিলাৰ 'চোট কন্দলি মৌজা', 'গৰগাঁৱ' (চেপ্তেম্বৰ, ১৮৪৭);
'জিলা সিৱসাগৰৰ অৰ্জুনগুৰি' (জানুৱাৰী, ১৮৪৮);
'ঢকুআখানা' (মাৰ্চ, ১৮৪৯);
'ৰঙ্গপুৰ' (মাৰ্চ, ১৮৫১);
'হাজো, বৰিগোগ, পুৰ্বপাৰ, পাণ্ডুৰি, বৰভাগ ইত্যাদি পৰগনা', 'পুৰ্বপাৰ পৰগনাৰ মাগুৰি, পালা, নহৰা, মইহাটি গাঁৱ', 'বৰিগোগ পৰগনাৰ বৰখোলা গাঁৱ', 'পাণ্ডুৰি পৰগনাৰ ইচাপুৰ গাঁৱ', (নবেম্বৰ, ১৮৫২);
'ধৰ্মপুৰ পৰগনাৰ বানেকুচি', 'বিস্বনাথৰ ওপৰ ভোজখোআ নামে চাপৰি', 'লাখটকিয়া গাঁৱ', 'উগ্ৰতাৰা দেৱাল', 'খাতা পৰগনা' (মাৰ্চ, ১৮৫৩);
'ওডালগুৰি' (জানুৱাৰী, ১৮৫৪);
তেজপুৰৰ ওচৰৰ 'মৰপি মৌজা', 'দিপুতা', 'ডেকা চুবুৰি', 'পিঠাখোআ মৌজা' 'বাহবাৰি গাঁৱ', 'নামটি গাঁৱ' (মাৰ্চ ১৮৫৪), 'মৰামৰা সত্ৰ' (জুন, ১৮৬১) প্ৰভৃতি।

### ৫.৩.২ নদীৰ নাম ঃ

অসমৰ মানুহৰ হৃদয়েৰে পৰিচিত ব্ৰহ্মপুত্ৰৰ কথা বাদেই, সৰু সুৰা বহুত নদীয়েও প্ৰথম অসমীয়া আলোচনীখনৰ পাতত শোভা কৰিছেহি। এইবোৰৰ ভিতৰত 'দিখৌ' নদীৰ নাম (মাৰ্চ, ১৮৪৬ৰ পৰা) প্ৰায় প্ৰতি সংখ্যাতে পোৱা যায়। অন্যান্য নদী কিছুমানৰ ভিতৰত আছে —

'বসিষ্ঠ নৈ' (মেই, ১৮৪৬);
'জোৰহাট মৌজাৰ ঢেঁকিযাজুলি নৈ' (আগষ্ট, ১৮৪৬);
'কলঙ্গ' (নবেম্বৰ, ১৮৪৮);
'দিঁচৈ' (চেপ্তেম্বৰ, ১৮৫০);
'নামডাঙ্গ নৈ' (ফেব্রুৱাৰী, ১৮৫১);
'দিচাং', ভোগদৈ' (জুলাই, ১৮৫২);
'জানখনা' (মেই, ১৮৫৪) আদি।

### ৫.৩.৩ পথাৰ, আলি আদি ঃ

বিহুগীতত সমাদৃত 'ৰহঢলা পথাৰ'এ 'অৰুনোদই'ৰ পাততো নিজ আসন অধিকাৰ কৰিছেহি (মেই, ১৮৪৬)। সেইদৰে আছে 'মালৌ পথাৰ' (ডিচেম্বৰ, ১৮৫০) আৰু 'ধাই আলি' (জুলাই, ১৮৫২), 'চেউনি আলি' (চেপ্তেম্বৰ, ১৮৫৪) আদিৰ নাম।

### ৫.৪.১ 'অৰুনোদই'ত প্ৰকাশিত অসমৰ শিক্ষা জগতখন ঃ

সমসাময়িক অসমৰ শিক্ষাৰ দিশটোতো 'অৰুনোদই' গোষ্ঠীৰ দৃষ্টি নিপতিত হৈছিল। শিক্ষা-দীক্ষাত অনগ্ৰসৰ অসমত মিছনেৰীসকলে কেনেদৰে বিদ্যালয় স্থাপনৰ যোগেদি শিক্ষা প্ৰচাৰ আৰু প্ৰসাৰত আত্মনিযোগ কৰিছিল সেই বিষয়ে ভালেমান কৰ্তৃত্বসম্পন্ন ব্যক্তিয়ে আলোচনা কৰিছে[১২১]। বৰ্তমান প্ৰসংগত তাৰ অৱতাৰণা অনাৱশ্যক বুলি বিবেচনা কৰা হৈছে। সম্প্ৰতি শিক্ষা বিস্তাৰত 'অৰুনোদই'ৰ ভূমিকাহে আলোচনাৰ বিষয়বস্তু হ'ব।

### ৫.৪.১ শিক্ষাৰ প্ৰচাৰ-প্ৰসাৰ ঃ

মিছনেৰীসকলে অসমৰ প্ৰাচীন ৰজাসকলক শিক্ষাৰ ক্ষেত্ৰত যথোপযুক্ত ব্যৱস্থা

---

১২১ W Robinson *op cit*,
H K Barpujari *Assam in the Days of the Company*, *op cit*,
*Political History of Assam*. Vol 1, *op cit*
*আমেৰিকান মিছনেৰীসকল আৰু ঊনবিংশ শতিকাৰ অসম*, প্ৰাগুক্ত,
ৱাণীকান্ত শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, ইত্যাদি।

গ্ৰহণ নকৰা বুলি মন্তব্য কৰি কোম্পানীৰ শাসকসকলক 'গাঁৱে গাঁৱে স্কুল পতাৰ বাবে' প্ৰশংসা কৰিছে। তেওঁলোকে ইয়াকো ক'বলৈ এৰা নাই যে "আগৰ নিচিনাকৈ মুৰ্খ হৈ থকা এতিয়া মন্দ আৰু এতি বৰ লাজৰ কথা"[১২২]। শিক্ষাৰ প্ৰতি আকৃষ্টকৰণৰ অৰ্থে এনেদৰে উৎসাহ দিয়াৰ নিদৰ্শন 'অৰুনোদই'ত বিস্তৰ।

শিক্ষা বিস্তাৰ প্ৰসংগত "গিয়ান সভা আৰু স্কুলৰ বিবৰন" এখনি লেখত লব'লগীয়া ৰচনা। ইয়াত ইউৰোপ, আমেৰিকা আদি দেশৰ দৰে কলিকতাতো থকা "গিয়ান সভা"সমূহৰ হিচাপ দি 'সিৱসাগৰ জিলাতো সেই ৰূপে সৰুকৈ গিয়ানৰ সভা পতা' বাবে সন্তুষ্টি প্ৰকাশ কৰি সমগ্ৰ অসমৰ ঠায়ে ঠায়ে এনে সভা গঢ়ি উঠিব বুলি আশা পোষণ কৰা হৈছে। বৃটিছে দেশ লোৱাৰ পিচত অসমীয়া মানুহৰ শিক্ষাৰ প্ৰতি আগ্ৰহ বঢ়াৰ সম্ভেদ দি ইয়াৰ মোল নুবুজাসকলৰ প্ৰতি আগবঢ়োৱা মন্তব্য এনেধৰণৰ ঃ

> নগৰত থকা ভদ্ৰলোকৰ সন্তানবিলাকক সদাই লিখা পৰ্হা সিকোঁআ দস্তুৰ আচে, আৰু গাঁৱত থকা এতৰপ ভাল মানুহেও সিহঁতৰ লৰাবোৰক সিকিব দিএ, কিন্তু কোনো কোনো গাঁৱৰ মানুহবোৰে সিকিব নি দিএ আৰু সামান্য মানুহবিলাকেও নি দিএ, কাৰন, বোলে, হাল বোআ, কোৰ ধৰা আৰু ভুঁই ৰোআ দিন হল, সেই নিমিতে লৰাক এৰিব নোআৰোঁ ...... এই ৰূপে কাৰন উলিয়াই উলিযাই কৈ থাকোঁতে বচৰ পুৰ হৈ জাই, তেন্তে লৰাই কেনেকৈ সিকিব ?[১২৩]

নক'লেও হ'ব যে অজ্ঞাতনামা এই মিছনেৰীৰ লেখাত অসমৰ চহা জীৱনৰ সতে তেওঁৰ নিবিড় পৰিচয়ৰ প্ৰমাণ প্ৰোজ্জ্বল হৈ উঠিছে। বিদ্যা যে সৰ্বোত্তম সম্পদ সেই কথা অতি অনাড়ম্বৰ ভাষাত আকৰ্ষণীয়ভাৱে বুজোৱা হৈছে। আলচৰ সামৰণিত পাঠকে পাব — অসমীয়া ল'ৰাক উদগাবলৈ বঙালী ল'ৰাই ইংলণ্ডত সুখ্যাতিৰে শিক্ষা লাভ কৰাৰ প্ৰসংগ।

"লৰাবিলাকক পৰ্হিবলৈ সিকোআ বাপেক মাকৰ উচিত" শীৰ্ষক লেখাটিৰো বক্তব্য একেই — শিক্ষাৰ প্ৰচাৰ[১২৪]। আনহাতে ডঃ মাইলছ্ ব্ৰন্সন বুলি ধাৰণা কৰা "ম"ই জুগুতোৱা "খেহ আৰু অচম দেসৰ ইস্কুলৰ কথা" নামৰ টোকাৰ আলোচ্য বিষয় সমসাময়িক অসমৰ স্কুলশিক্ষকৰ ক্ৰটীসমূহ। ইয়াত আছে ছাত্ৰক শিক্ষা দিয়াৰ

---

১২২ *অৰুনোদই* (এপ্ৰিল, ১৮৪৬), পৃ. ৩১

১২৩ *একে গ্ৰন্থ* (চেপ্তেম্বৰ, ১৮৪৬), পৃ. ৬৭

১২৪ *একেগ্ৰন্থ* (ডিচেম্বৰ, ১৮৪৯), পৃ. ৩৯৮

ক্ষেত্ৰত শিক্ষকৰ উদাসীনতা, ডাঙৰ-সৰু মানুহৰ পুত্ৰ বুলি ছাত্ৰক ভিন-পৰ ভাবেৰে চোৱা, স্কুললৈ আহি কৰ্তব্য সম্পাদনৰ ক্ষেত্ৰত পাল মৰা আৰু শিক্ষকে নিজেই নজনা বাবে ছাত্ৰক উপযুক্ত ধৰণে শিকাব নোৱৰাৰ অভিযোগ[১২৫]।

বৰ্তমান অসমৰ বহু ঠাইৰো পৰিস্থিতি যে একেই এই বিষয়ে তৰ্কৰ স্থল নাই।

বিদ্যা বা শিক্ষাৰ অভাৱেই যে বহুতো সামাজিক ব্যভিচাৰৰ মূল সেই কথা "কলিকতা নগৰত থকা... এজন অচমিয়া লোক" ওৰফে গুণাভিৰাম বৰুৱাৰ 'অচম দেশৰ সোকসকলৰ প্ৰতি দুতিয় নিবেদন পত্ৰ''ত পোৱা যায়। লেখকৰ আকুল আহ্বান — "বন্ধুসকল, জদি আপোনাৰ জাতি, ধৰম, মৰ্জ্জতা ৰাখিব খোজা, তেন্তে বিদ্যা সিকি গিয়ানি হৈ দেসৰ অমঙ্গল কাৰ্জসকল গুচাবলৈ জতন কৰা"[১২৬]।

শিৱসাগৰৰ শ্ৰীচিকা দাসৰ "বিদ্যা সিকাৰ নিবেদন" পদ্যতো ৰাজ্যখনৰ অধিবাসীসকলক ইংৰাজৰ আদৰ্শেৰে বিদ্যা শিকাৰ প্ৰতি আগ্ৰহান্বিত কৰাৰ প্ৰচেষ্টা বিদ্যমান (চেপ্তেম্বৰ, ১৮৫৩ সংখ্যা)। পৰৱৰ্তী সংখ্যাত "বিদ্যা ৰূপ ব্ৰিখ্য" নামধেয় চমু নিবন্ধেৰে বিদ্যাৰ মাহাত্ম্য বৰ্ণোৱা "চিঃ দঃ" নামৰ লেখকজন উক্ত চিকা দাস ভিন্ন আন কোনো নহয় বুলি ধৰিব পাৰি।

যোৱা শতিকাৰ মাজভাগত অসমৰ শিক্ষা জগতত অস্থিৰতা বিৰাজ কৰাৰ প্ৰমাণ 'অৰুনোদই'ৰ অনেক ঠাইত পোৱা যায। "এজন অচমিযা লোক" অৰ্থাৎ গুণাভিৰাম বৰুৱাই কলিকতাৰ পৰা লেখা ষষ্ঠ পত্ৰৰ যোগেদি কিছু আসোৱাহ সদৰি কৰিছে। লেখকৰ বক্তব্যত প্ৰকাশ পোৱা মতে আমাৰ ল'ৰাবিলাকে ইংৰাজে পতা স্কুললৈ গৈ তাত বিদেশী ভাষাৰে শিক্ষা দিয়া বাবে একো উপকাৰ নাপায়, মিছনেৰীয়ে পতা স্কুললৈ নাযায খ্ৰীষ্টান কৰা ভয়ত, অধ্যাপকৰ ওচৰত সংস্কৃত পঢ়িবলৈ গৈ আধাডুখৰীয়াকৈ এৰি আহে। প্ৰথম বিধৰ স্কুলৰ প্ৰসংগতে কোৱা হৈছে যে ল'ৰাবোৰে পঢ়াশালিলৈ গৈ পুথি পটিব পৰা আৰু কাছাৰিত লিখা-পঢা কৰিব পৰা হ'লেই শিক্ষা শেষ নকৰাকৈ উভতি আহে[১২৭]।

শিক্ষা সম্পৰ্কত অক্তোবৰ, ১৮৫৪ সংখ্যাত এটি গুৰুত্বপূৰ্ণ তথ্য আছে। "The Education Despatch" শিৰোনামাৰে যুগুতোৱা লেখাটিৰদ্বাৰা যে উদ্ চাহাবৰ প্ৰখ্যাত নিৰ্দেশাৱলীকে বুজোৱা হৈছে সি সন্দেহাতীত। ইয়াত উদ্ চাহাবৰ

---

১২৫ *একে গ্ৰন্থ* (জুন, ১৮৫৩), পৃ. ৯৬৬

১২৬ *একে গ্ৰন্থ* (জুলাই, ১৮৫৩), পৃ. ৯৮৭

১২৭ *একে গ্ৰন্থ*, (জুলাই, ১৮৫৪), পৃ. ১১৭৬-৭

নিৰ্দেশৰাজিৰ মূল বক্তব্য চমু অথচ সহজ-সৰল ভাষাত বৰ্ণনা কৰা হৈছে। 'অৰুনোদই'ৰ ভাষাত "আৰু ইউনিবৰ্চিতি নামে লণ্ডনত যি প্ৰধান বিদ্যালই আচে, তাৰ নিচিনা এই দেসতো এনে এটা দুটা ইউনিবৰ্চিতি পাতিবলৈ দিচে"[১২৮]। ১৮৫৪ খ্ৰীষ্টাব্দৰ ১৯ জুলাইৰ এই নিৰ্দেশ পোৱাৰ পিচত তৎকালীন চৰকাৰে ১৮৫৭ খ্ৰীষ্টাব্দত কলিকতা, বোম্বাই আৰু মাদ্ৰাজত একোখনকৈ বিশ্ববিদ্যালয় স্থাপন কৰে[১২৯]।

শিক্ষাৰ প্ৰতি ছাত্ৰ-ছাত্ৰী, অভিভাৱক তথা সমাজৰ উদাসীনতাৰ স্বৰূপ উদঙাই দেখুৱাইছে এই সংবাদটোৱে ঃ "অচম আৰু বঙ্গাল, এই দুই দেসত ইস্কুললৈ জাবলগিয়া ৪,৮০,০০০ লৰা আচে। কিন্তু তাৰ মাজৰ কেৱল, ২,০৬৫ লৰাহে ইস্কুললৈ গৈচে"[১৩০]। অসমৰ লগতে বঙ্গদেশৰো শৈক্ষিক পৰিবেশৰ ইংগিত ইয়াত আছে।

### ৫.৪.২ স্ত্ৰী - শিক্ষা ঃ

সমাজৰপৰা ব্যভিচাৰ আঁতৰাই ইয়াৰ সৰ্বাংগীণ উন্নয়ন সাধনৰ অৰ্থে ল'ৰাৰ দৰে ছোৱালীকো জ্ঞান অৰ্থাৎ বিদ্যা শিক্ষা দিয়াৰ সপক্ষে 'অৰুনোদই'যে স্পষ্ট মত দিবলৈ কুণ্ঠিত হোৱা নাছিল। জ্ঞান আহৰণৰ ক্ষেত্ৰত ল'ৰাৰ লেখিয়াকৈ ছোৱালীও যে যোগ্যা এই মত ভালেমান ঠাইত পোৱা যায়। উদাহৰণ স্বৰূপে "বিভিচাৰ বিসযক" প্ৰবন্ধৰ লেখক, "আ" সাংকেতিক নাম গ্ৰহণ কৰা লোকজনে অন্যান্য কথাৰ মাজত কৈছে ঃ

> অসমিযা লোকসকলে সি বিলাকৰ কন্যা সন্তানক একো গিযান নি সিকাই, লৰাৰ মনে গিযান লবৰ জি ৰুপে জোগ্য চোআলিৰ মনো তুল্যৰুপে জোগ্য এতেকে উভযকে গিযান দিলে বিসেস উপকাৰ দৰ্সিব[১৩১]।

'কলিকতা নগৰত থকা অচমিয়াৰ বন্ধু' ওৰফে গুণাভিৰাম বৰুৱাই "অচম দেসৰ লোক সকলৰ প্ৰতি নিবেদন পত্ৰ"ত স্ত্ৰী শিক্ষাৰ সপক্ষে কৰা ওকালতি যুক্তিৰ

---

১২৮ *একে গ্ৰন্থ*, (অক্তোবৰ, ১৮৫৪), পৃ. ১২১৯

১২৯ S Nurullah & J P Naik *A History of Education in India*, 1951, p 272

১৩০ *অৰুনোদই কাকত* (নবেম্বৰ, ১৮৫৬), পৃ. ১৬১

১৩১ *অৰুনোদই* (এপ্ৰিল, ১৮৪৮), পৃ. ২২৭

এপৰত প্ৰতিষ্ঠিত ঃ

> লৰা-চোআলি দুইকো সমানে বিদ্যা সিকোআ, আৰু প্ৰতিপালন কৰা, বাপেক মাকৰ প্ৰধান কৰম; কিন্তু জি দেসত কেৱল লৰাকেই সম্পুৰ্ণ ৰুপে বিদ্যা সিকিবলৈ নি দিএ, সেই দেসত জে চোআলিবোৰে বিদ্যা সিকি সৰু কালত মাক বাপেকক আৰু গাভৰু হলে আপোনাৰ স্বামিএ সৈতে সদাই সজ কথাৰ আলোচনা কৰিব, আৰু সন্তান সন্ততি হলেও সিহঁতক সিকাব বুজাব এনে সম্ভাবেই নাই। লৰা কি চোআলি দুয়োৰো বিদ্যা সিকা উচিত, আৰু সাস্ত্ৰতো ইযাৰ বিধান আচে[১৩২]।

ভাটিৰ ৰংপুৰ জিলাৰ কালিচন্দ্ৰ ৰায়ে ৰচনা কৰা 'পতিব্ৰতোপাখ্যান' নামৰ পুথিয়ে বঙ্গদেশৰ তিৰোতাসকলৰ মাজত বিশেষ জনপ্ৰিয়তা অৰ্জন কৰা সংবাদ দাঙি ধৰি সম্পাদকে নিজস্ব মন্তব্য প্ৰকাশ কৰিছে ঃ "এই বাত্ৰা পোআত আমি বৰ আনন্দ পাইচোঁ, এই ৰুপে কোনো এক সুভ কালত আমাৰ অচম দেসৰ তিৰিলোকেও সেইৰুপে বিদ্যাত মন দিব বুলি আসা কৰোঁ"[১৩৩]। গাইগুটীযাভাৱে লেখা প্ৰবন্ধ কিম্বা পাঠকৰ পত্ৰ প্ৰকাশ কৰাৰ বাহিৰেও সংবাদ পত্ৰখনৰ সম্পাদকৰ ফালৰপৰা স্ত্ৰী শিক্ষা প্ৰচাৰত উদ্গনি দিয়াৰ নিদৰ্শন উক্ত মন্তব্যত পোৱা যায়।

তিৰোতাৰ শিক্ষা প্ৰসঙ্গত "হ.চ." নামেৰে হেমচন্দ্ৰ বৰুৱাই ৰচনা কৰা "স্ত্ৰী শিক্ষা" নামৰ দুই খণ্ডত প্ৰকাশিত প্ৰবন্ধটোৰ নামো উল্লেখযোগ্য[১৩৪]। কলিকতাৰ "হিন্দু পেট্ৰিয়ট" কাকতত প্ৰকাশিত সম্পাদকীয় মন্তব্যৰ ভিত্তিত যুগুত কৰা লেখাটোত পোৱা যায় — বঙ্গদেশৰ তিৰোতাসকলক ঘৰৰ ভিতৰতে সুমুৱাই ৰখা বাবে সমাজত নানা বিশৃঙ্খলা আৰু ব্যভিচাৰে দেখা দিছে। ইযাক দূৰীকৰণৰ একমাত্ৰ উপায় হ'ল তিৰোতাসকলৰ মাজত বিদ্যাৰ প্ৰচাৰ।

বঙ্গদেশৰ পটভূমি উল্লেখ কৰি লেখকে সোঁৱৰাই দিছে ঃ "যেতিয়ালৈকে তিৰোতাসকলক বিদ্যা শিকাই মুক্তাৱস্থা দিয়া নে যায, তেতিযালৈকে দেশৰ মঙ্গল হ'বৰ সম্ভাৱনা নাই"[১৩৫]। একেটা নিবন্ধতে লেখকে ব্যক্তিগত জীৱনৰ সুখ আৰু সমাজৰ সৰ্বাত্মক বিকাশৰ বাবে তিৰোতা সম্পৰ্কত থকা সকলো কু-সংস্কাৰ আঁতৰাবলৈ পৰামৰ্শ দি দূৰদৰ্শী মনৰ পৰিচয় প্ৰদান কৰিছে।

---

১৩২ *একে গ্ৰন্থ* (মেই, ১৮৫৩), পৃ. ৯৪৯

১৩৩ *একে গ্ৰন্থ* (অক্তোবৰ, ১৮৫৩), পৃ. ১০৪২

১৩৪ বিৰিঞ্চি কুমাৰ বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১১৪-২২

১৩৫ *একে গ্ৰন্থ*, পৃ. ১২১

### ৫.৪.৩ চিকিৎসা শিক্ষা ঃ

অতি প্ৰাচীন কালৰেপৰা অসমত আয়ুৰ্বেদ চিকিৎসা পদ্ধতিৰ প্ৰচলন আছিল। প্ৰাক্-আহোম যুগৰ হিন্দু ৰজাসকলৰ দৰে মধ্যযুগত আহোম আৰু কোচ নৃপতিসকলেও আয়ুৰ্বেদ চিকিৎসা ব্যৱস্থাৰ পৃষ্ঠপোষকতা কৰিছিল। এই প্ৰণালীমতে চিকিৎসা সেৱা আগবঢ়োৱাসকলক ৰজাঘৰৰপৰা মাটি বৃত্তি দান কৰাৰ বিষয়ে ইতিহাসপ্ৰেমীয়ে জানে*। আধুনিক যুগত লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱাই শেষ আহোম ৰজা পুৰন্দৰ সিংহ স্বৰ্গদেৱৰপৰা ৰাজবৈদ্য স্বীকৃতি পোৱাৰ উপৰিও প্ৰচুৰ মান-সন্মান পাইছিল ঃ

মোৰ ইষ্টদেৱ গুৰু প্ৰসাদত তৈতি।
বেজৰ বৰুৱা মোক সিটো স্থানে পাতি।।
সঙ্গে আনি বৰ সমাদৰত ৰাখিয়া।
মান্য যশ বিভূতিক দিলে সমৰ্পিয়া।।
বিশেষত মোৰ জ্যেষ্ঠ্য, মই ব্যতিৰেকে।
কাহাৰ ঔষধ ৰাজা নাখায় সম্যকে।।[১৩৬]

লক্ষ্মীনাথ বেজবৰুৱাই তেওঁলোকৰ পৰিয়ালত আয়ুৰ্বেদ শিক্ষা পদ্ধতিৰ সমাদৰৰ বিষয়ে সুবিস্তৃত বৰ্ণনা দি গৈছে[১৩৭]। ইংৰাজসকলৰ আগমনৰ পিছত এই চিকিৎসা প্ৰণালী কিছু পৰিমাণে অনাদৃত হ'লেও নিঃশেষ হৈ যোৱা নাই। 'অৰুনোদই'ৰ পাতত অসমৰ থলুৱা চিকিৎসা পদ্ধতিৰ বিষয়ে কোনো তথ্য পোৱা নাযায়। ইয়াৰ বিপৰীতে মিছনেৰীসকলে পাশ্চাত্য পদ্ধতিতহে গুৰুত্ব দিছিল। এই প্ৰসংগত যোৱা শতিকাৰ প্ৰথমাৰ্ধৰ ভিতৰত কোনো কোনো অসমীয়া ল'ৰাই কলিকতালৈ গৈ মেডিকেল কলেজত মনযোগেৰে অধ্যয়ন কৰা সম্পৰ্কে দিয়া বতৰাটো উল্লেখযোগ্য[১৩৮]।

---

*এনে উক্তিৰ সমৰ্থনত বৰ্তমান লেখকৰ পূৰ্ব পুৰুষ, নলবাৰী জিলাৰ টিহুৰ ওচৰৰ মাখিবাহাৰ প্ৰখ্যাত "ডেকাথেৰ বংশ" বা ভট্টাচাৰ্য্য পৰিয়াললৈ পুৰুষানুক্ৰমে চলি অহা আয়ুৰ্বেদ চিকিৎসাৰ বিকাশৰ বাবে আহোম ৰজা প্ৰমত্ত সিংহ (১৭৪৪-১৭৫১ খ্ৰীঃ) ই ১৬৭১ শকৰ ফাগুন মাহত দিয়া তাম্ৰ শাসনখনৰ কথা উল্লেখ কৰিব পাৰি।

১৩৬ দীননাথ বেজবৰুৱা ঃ *বেজবৰুৱা বংশাৱলী*, প্ৰথম ভাগ, ১৮৪৮ শক, পৃ. ৩৯

১৩৭ লক্ষ্মীনাথ বেজবৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৫৫-৭

১৩৮ *অৰুনোদই* (নবেম্বৰ, ১৮৪৬), পৃ. ৮৫

১৮৫৩ খ্রীষ্টাব্দৰ নবেম্বৰৰ কাকতখনিত কলিকতাত পঢ়ি থকা মিৰ মজফৰ হুচেনে চিঠিৰ জৰিযতে জহনি অর্থাৎ কলেৰাৰ বিবৰণ আৰু এই বেমাৰত ব্যৱহাৰ কৰিবলগীয়া দৰৱ আদিৰ বিষযে পৰামর্শ দিছে। স্পষ্টকৈ নক'লেও তেওঁ যে মেডিকেল কলেজৰ ছাত্র আছিল তাক তেওঁৰ লেখাৰ পৰা ধৰিব পাৰি।

## ৫.৫.০ ভাষা আৰু সাহিত্য ঃ

ঊনবিংশ শতাব্দীৰ অসমত ভাষা-সাহিত্য চর্চাৰ ক্ষেত্রত 'অৰুনোদই' কাকতে যিমান অৰিহণা আগবঢাই গৈছে তাৰ সমীক্ষা বর্তমান শতিকাত হ'বলৈ ধৰিছে। মিছনেৰীসকলৰ দ্বাৰা ৰচিত অন্যান্য পুথি-পত্ৰৰ উপৰিও তেওঁলোকৰ মুখপত্ৰখনিৰ জৰিযতে অসমত ভাষা-সাহিত্য চর্চাৰ পথ-প্ৰশস্ত কৰি তোলা হৈছিল। সেযেহে 'অৰুনোদই'ৰ জীৱন কালছোৱা অসমীযা সাহিত্যৰ বুৰঞ্জীৰ বিশেষ স্মৰণীয অধ্যায।

## ৫.৫.১ অসমীয়া ভাষা ঃ

পাৰ হৈ যোৱা শতিকাটোৰ অসমীযা ভাষাৰ স্বৰূপ বিচাৰি পোৱা যায 'অৰুনোদই' কাকত আৰু অন্যান্য কিছু সংখ্যক পুথি-পাঁজিৰ ভাষাৰ মাজত। মিছনেৰীসকলে সাহিত্য সৃষ্টিৰ বাবে শিৱসাগৰ অঞ্চলৰ উপ-ভাষাটোকে নির্বাচন কৰি লৈছিল। আহোম দৰবাৰৰ পৰম্পৰাক মিছন প্ৰেছে সমর্থন জনোৱাৰ ফলত পূৱ-অসমৰ ভাষাই সমগ্ৰ প্ৰদেশৰ সাহিত্যিক ভাষাৰূপে প্ৰতিষ্ঠিত হ'ল[১৩৯]। মিছনেৰীসকলে অসমীযা ভাষাৰ বিকাশৰ বাবে সৰ্ব্বৰপৰ সকলো প্ৰকাৰে যত্ন কৰাৰ লগতে ভাষাটোৰ হৃত মর্যদা পুনৰুদ্ধাৰৰ ব্ৰতত ব্ৰতী হোৱাটোও একেদৰে ইতিহাস সমর্থিত। তথাপি কিন্তু মিছনৰ মুখপত্ৰখনিত অসমীযা ভাষাৰ আলোচনা সীমিত। বিষযটোৰ সূচনা হৈছে, 'অৰুনোদই পৰ্হা সৰু লৰাবিলাকৰ প্ৰতি প্ৰথম প্ৰনই পত্ৰ' শীর্ষক চিঠিৰ জৰিযতে। পত্ৰলেখক 'ম'ক ডঃ মাইলছ্ ব্ৰন্সন বুলি ধাৰণা কৰা হৈছে[১৪০]। চিঠিখনত ইংৰাজসকলৰ অতীতৰ অনগ্ৰসৰতাৰ বিষযে কৈ বর্তমানৰ সুসভ্য অৱস্থাৰ কথা সোঁৱৰাই দিযা দেখা যায়। ইংৰাজী ভাষাৰ সুসমৃদ্ধ জ্ঞান ভাণ্ডাৰৰ বিষয়ে মনত পেলাই দি লেখকে অসমীযা ভাষা শিকাৰ ওপৰতো সমানে গুৰুত্ব আৰোপ কৰিছে ঃ

এই হেতুক (প্ৰামাদিক) জিবিলাকে ইংৰাজি কিতাপৰ গিয়ান পাইচে,

---

১৩৯ B Kakati *op.cit*, p 17

১৪০ *অৰুনোদই*, ১৯৮৩ পৃ. ১৫৫ (ভূমিকা)

সিবিলাকে এই গিয়ান অসম দেসৰ ভাসাতে উৰ্জমা কৰি প্ৰকাস কৰোক, তাতে প্ৰাই সকলৰো কিচু গিয়ান লাভ হব, এই দেসৰ ভাসা অতি উতম হৈ জাব, আৰু ক্ৰমে ক্ৰমে গিয়ান বাহিৰৈলৈ ধৰিব। ..... জদি এই দেসৰ সকলো লোকৰ আদৰ আৰু প্ৰসংসা পাব খোজা এই ভাসা সিকিবা, আৰু অতে তোমোলাকৰ জি গিয়ান জন্মিব আৰু এই দেসৰ ভাসাত লিখি প্ৰকাস কৰিবা[১৪১]।

'কলিকতাত থকা অসমীয়াৰ বন্ধু' নামেৰে পৰিচিত গুণাভিৰাম বৰুৱাই লেখা 'অচমিয়া লোকে অচমিয়া ভাসা সিকাৰ ফল' নামৰ পত্ৰখনিত ভাষাটোৰ এক তাৎপৰ্যপূৰ্ণ আলোচনা পোৱা যায়। মাতৃভাষাৰ সৰ্বাংগীণ উন্নতি সাধনেই আলোচ্যমান পত্ৰৰ মূল বক্তব্য বিষয়। পত্ৰলেখকৰ মতে অসমীয়া মানুহে "প্ৰথমে অচমিয়া ভাসা সিকা উচিত, আৰু তাক সুন্দৰকৈ জানি, পাচে আন ভাসা সিকা সৰ্বতোভাৱে প্ৰযোজন"[১৪২]।

অসমীয়া ভাষা সম্পৰ্কে আন এটা লেখৰ আলোচনা হ'ল কলিকতাত থকা একেজন 'অচমিয়া লোক' অৰ্থাৎ গুণাভিৰাম বৰুৱাৰ "অচমিয়া ভাসা" নামধেয় পৰ্যালোচনাটি। ভাষাটিৰ উৎপত্তি সম্পৰ্কে বিশ্লেষণ কৰিবলৈ গৈ লেখকে পোনতে এই ভাষাৰ মূল সংস্কৃতৰ বিষয়ে আলোচনাত প্ৰবৃত্ত হৈছে। অসমীয়া ভাষা বঙলাৰপৰা ওলোৱা বুলি কোৱা লোকৰ সংখ্যা তেতিয়া কম নাছিল। তাৰ উত্তৰত প্ৰবন্ধকাৰে দ্বিধাহীন মত দাঙি ধৰিছে যে অসমীয়া-বঙলাৰ পাৰস্পৰিক মিলৰ কথা বাদেই, উৰিযাৰ লগতো অসমীয়া ভাষাৰ মিল লক্ষ্যণীয়। পৰ্যালোচকৰ যুক্তি প্ৰণিধানযোগ্য — তিনিওটা ভাষা একে মূলোদ্ভূত বাবেহে এই সাদৃশ্য, ইয়াত আন কাৰণ নাই। তাতে ক্ষান্ত নাথাকি লেখকে যোলটা অসমীয়া শব্দ লৈ বঙলা আৰু উৰিয়াৰ সমান সংখ্যক শব্দৰ লগত তুলনা কৰি অসমীয়া ভাষাৰ স্বতন্ত্ৰতা প্ৰতিপন্ন কৰাৰ প্ৰচেষ্টাত ব্ৰতী হৈছে[১৪৩]।

অসমীয়া আখৰ জোটনিৰ ক্ষেত্ৰত 'অৰুনোদই'ৰ নীতি প্ৰকাশ পাইছে ১৮৫৪ খ্ৰীষ্টাব্দৰ এপ্ৰিল সংখ্যা কাকতত। পূৰ্ববৰ্তী বছৰৰ ডিচেম্বৰ সংখ্যাত প্ৰকাশিত প্ৰশ্নৰ উত্তৰ কোনোবা 'এজন ডেকা পণ্ডিত'এ দি উঠি আগবঢ়োৱা পৰামৰ্শৰ প্ৰসংগত এই সংখ্যাত Style and Mode of Spelling শিতানত সম্পাদকৰ ফালৰপৰা কোৱা কথাখিনিতে 'অৰুনোদই' প্ৰবৰ্তিত আখৰ জোঁটনিৰ নীতি সোমাই আছে। ইয়াত অসমীয়া আখৰ জোঁটনিৰ ক্ষেত্ৰত সংস্কৃত ৰীতি প্ৰয়োগৰ প্ৰয়োজনীয়তা অস্বীকাৰ কৰা হৈছে।

---

১৪১ *একে গ্ৰন্থ* (চেপ্তেম্বৰ, ১৮৪৬), পৃ. ৬৮

১৪২ *একে গ্ৰন্থ* (আগষ্ট, ১৮৫৩), পৃ. ৯৯৬

১৪৩ *একে গ্ৰন্থ* (ফেব্ৰুৱাৰী, ১৮৫৪), পৃ. ১০৯৬

সম্পাদকৰ মতে, "ভাস্না লিখোঁতে, আখৰৰ জিমান জাতি, তিমানহে লিখিব লাগে; একে জাতিৰে দুই তিনি প্ৰভেদৰ সকাম নাই"[১৪৪]। এই ঘোষণাৰ পিছত উচ্চাৰণত বৈচিত্ৰ্যহীন সমপৰ্যায়ৰ আখৰ একোটা বাদ দি মাত্ৰ একোটাকৈ ব্যৱহাৰৰ পোষকতা কৰা হৈছে।

অক্টোবৰ, ১৮৫৪ খ্ৰীষ্টাব্দৰ কাকতত গুণাভিৰাম বৰুৱা বুলি অনুমান কৰা[১৪৫], "গ"ই লেখা, কলিকতাৰপৰা অহা পত্ৰ এখনি প্ৰকাশ পাইছে। সুদীৰ্ঘ চিঠিখনৰ মূল বক্তব্য হ'ল সকলো বিষয়তে অসমীয়া মানুহে নিজৰখিনি এৰি বঙালীৰ আদব-কায়দা ব্যৱহাৰ কৰাটো। ভাষা সম্পৰ্কে পত্ৰ-লেখক প্ৰদত্ত মন্তব্য অৰ্থপূৰ্ণ তথা যুক্তিনিৰ্ভৰ। পত্ৰৰ সামৰণি মৰা হৈছে অসমীয়া মাত-কথা, আচাৰ-ব্যৱহাৰৰ বিকাশৰ বাবে কৰা অনুৰোধেৰে।

অসমীয়া মানুহৰ ভাষিক চেতনাহীনতাৰ স্বৰূপ ফুটাই তোলা হৈছে "অচমিয়া আৰু বঙ্গালি ভাসাৰ কথোপকথন" শীৰ্ষক লেখাটোতো। অসমীয়া আৰু বঙলা দুয়োটা ভাষাকে ইঁযাত দুগৰাকী নাৰীৰ ৰূপত কল্পনা কৰি অসমীয়া ভাষাক অপৰিষ্কাৰ আবৰণেৰে ঘিণ লগা ৰূপত অংকন কৰাটো লক্ষ্যণীয। অসমৰ ডেকাসকলে নিজ মাতৃ অসমীয়া ভাষাৰ চেহেৰা দেখি ভীতিগ্ৰস্ত হৈ বঙলা মাতৃৰ ওচৰলৈ যোৱা বাবে তেওঁৰ (অসমৰ ভাষা জননীৰ) মনোবেদনা ফুটাই তোলা হৈছে। "এই সংসাৰৰ এজন লোক" ৰূপে পৰিচয় দিয়া লেখকৰ ঘাই কথা ঃ অসমীয়া মানুহে মাতৃ-ভাষাৰ শ্ৰীবৃদ্ধি সাধনত আত্মনিযোগ কৰিব লাগে[১৪৬]। ভাষা জননীৰ বিঁলৈ মৰ্মে মৰ্মে উপলব্ধি কৰা এই লেখকজন স্বয়ং গুণাভিৰাম নে আন কোনোবা সি এতিয়াও অজ্ঞাত।

একে প্ৰসংগতে "অসমিয়া ভাসাৰ কথা" নামধেয টোকাটোও বিবেচনাৰ যোগ্য। এই লেখাটিত অসমত অসমীয়া ভাষা প্ৰচলন কৰাৰ সপক্ষে ভালেকেইটা সবল যুক্তি দাঙি ধৰা হৈছে। বক্তব্যৰ শেষত লেখকে চৰকাৰৰ ওচৰত জনোৱা আবেদন মনকৰিবলগীয়া ঃ

> ....এই নিমিতে আমাৰ দেসাধিকাৰসকলত জনাইচোঁ, জেন অচিৰে মনজোগ কৰি আমাৰ দেসত নিজ ভাসা চলাবলৈ আগ্যা দিএ; এয়ে হলে আমাৰ দেসৰ অসেস মঙ্গল হব। কিন্তু বঙ্গালি ভাসা একেবাৰে গুচাবলৈ আমাৰ প্ৰাৰ্থনা হোআ নাই।

---

১৪৪ *একে গ্ৰন্থ* (এপ্ৰিল, ১৮৫৪), পৃ. ১১৩৩

১৪৫ *একে গ্ৰন্থ*, পৃ. ১৪৮ (ভূমিকা)

১৪৬ *একে গ্ৰন্থ* (নবেম্বৰ, ১৮৫৪), পৃ. ১২৪১-৪

এইবুলি চৰকাৰৰ ঘৰত প্ৰাৰ্থনা জনোৱা মানুহজন হ'ল "সিৱসাগৰ আচাম দেস হিতৈসিনি সভাৰ Sri Purnanond Deka Barua, Hompadok"[১৪৭]. একে বিষয়ৰ আন এটা চমু নিবন্ধ হৈছে "মাত্রি ভাসাৰ সক্তি"। দুই পৃষ্ঠা জোৰা এই আলচত লেখক "জিঃৰঃ"ই মাতৃভাষাৰ শক্তিৰ কথা উদাহৰণসহ বুজাই দি অসমীয়া মানুহক চৰকাৰক দোষ দিয়া অভ্যাস এৰি নিজে নিজে ইয়াৰ প্ৰতি আগ্ৰহান্বিত হ'বলৈ আহ্বান জনাইছে[১৪৮]। "জিঃৰঃ"ৰ একে বক্তব্য প্ৰকাশ পাইছে "অসম দেসৰ উপকাৰ" নামৰ বিশ্লেষণটোতো[১৪৯]।

## ৫.৫.২ অসমৰ ইতিহাস চৰ্চা ঃ

'অৰুনোদই'ৰ প্ৰথম সংখ্যাতে ৰাজ্যৰ ইতিহাস আৰু সংস্কৃতিৰ এটা গুৰুত্বপূৰ্ণ দিশত মনোনিবেশ কৰা দেখিবলৈ পোৱা যায়। সেইটো হৈছে "ৰজাৰ মৈদাম খনা"[১৫০]। আহোম ৰজাসকল স্বৰ্গী হ'লে তেওঁলোকৰ মৈদামত কি কি সামগ্ৰী দিয়া হয় তাৰ সবিশেষ আলোচ্যমান ৰচনাৰ ঘাই উপজীব্য। মানুহে ধনৰ লোভত বেআইনীভাৱে খন্দা চৰাইদেও পৰ্বতৰ ১৩টা মৈদামৰ নামে ইয়াত ঠাই পাইছে। আলচটিৰ অজ্ঞাতনামা লেখকে ৰজা, কোঁৱৰ, কুঁৱৰী আদিৰ মৈদাম এনেদৰে খান্দি বয়বস্তু উলিয়াই নিয়া কাৰ্যত সুখী হ'ব পৰা নাই। টোকাৰ শেষৰফালে মিছৰৰ পিৰামিড সংৰক্ষণৰ চমু আভাস সন্নিবিষ্ট কৰা আৰু ইয়াৰ ছবি ছপাই দিয়াৰপৰা ধাৰণা কৰিব পাৰি — বিগত দিনৰ ৰাজন্যবৰ্গৰ মৈদামসমূহ ৰক্ষা পোৱাটো লেখকৰ অন্তৰৰ কামনা।

অসমৰ ইতিহাস চৰ্চাৰ প্ৰতি মিছনেৰীসকলৰ আনুগত্যৰ আন এটি প্ৰমাণ ওলাই পৰিছে আগষ্ট, ১৮৫০ সংখ্যাত প্ৰকাশ পোৱা 'পুৰণি অসম বুৰঞ্জি' পুথিৰ জৰিয়তে। ১৮৫২ খ্ৰীষ্টাব্দৰ আগষ্ট মাহলৈ মুঠতে ২২ টা খণ্ডত এই বুৰঞ্জী সমাপ্ত হৈছে। এইখনৰ প্ৰকাশ চলি থকাৰ মাজতে ডিচেম্বৰ, ১৮৫০ খ্ৰীষ্টাব্দত ওলায় "চুটিয়া ৰ গৰ বংসাৱলি"। পুথিখন অসমৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক ৰবিন্চন চাহাবৰপৰা পোৱা বুলি প্ৰথমতে স্বীকৃতি দিয়া হৈছে[১৫১]। ছোৱাছোৱাকৈ প্ৰকাশ কৰা

---

১৪৭ *অৰুনোদই* কাকত, (মাৰ্চ, ১৮৫৬), পৃ. ৩৫-৬

১৪৮ *একে*, (মাৰ্চ, ১৮৫৭), পৃ. ৬৯

১৪৯ *একে*, (এপ্ৰিল, ১৮৫৮), পৃ.৬৯

১৫০ *অৰুনোদই* (জানুৱাৰী, ১৮৪৬), পৃ. ৫-৬

১৫১ *একে গ্ৰন্থ* (ডিচেম্বৰ, ১৮৫০), পৃ. ৪৯৯

অন্য এখন বুৰঞ্জী হ'ল "কামৰূপৰ বুৰঞ্জি"। 'অৰুনোদই'ৰ পাতত এই পুথিৰ প্ৰকাশ দেখা যায় জানুৱাৰী, ১৮৫৩ খ্ৰীষ্টাব্দৰপৰা অক্টোবৰ, ১৮৫৩ খ্ৰীষ্টাব্দলৈ মুঠতে আঠোটা খণ্ডত।

পোন প্ৰথমবাৰৰ বাবে ৰজাঘৰীয়া নথিসমূহ অৰ্থাৎ বুৰঞ্জী কেইখন পোহৰলৈ উলিয়াই দিয়াৰ ফলত অসমৰ মানুহে নিজৰ গৌৰৱমণ্ডিত অতীতৰ বিষয়ে জনাৰ লগতে বাহিৰৰ বৃহত্তৰ পাঠক সমাজে আহোম যুগৰ সবিশেষ জানিব পাৰিছিল।

বুৰঞ্জীমূলক প্ৰবন্ধও 'অৰুনোদই'ৰ সম্পাদকৰদ্বাৰা সমাদৃত হৈছিল। "অচম দেস সত্ৰুএ আক্ৰমন কৰা কথা" নামৰ সুদীৰ্ঘ প্ৰবন্ধই সেই কথাকে দোহাৰিছে[১৫২]।

ইতিহাস চৰ্চাত মুদ্ৰা অধ্যয়নৰ গুৰুত্ব কিমান তাৰ ব্যাখ্যা নিষ্প্ৰয়োজন। এই বিষয়ত 'অৰুনোদই' গোষ্ঠীয়ে দৃষ্টিপাত কৰিছিল ঊনবিংশ শতাব্দীৰ মাজভাগতে। কোনোবা অজান সংবাদদাতাৰ শেনচকুৱা দৃষ্টিত বিষয়টোৱে এনেদৰে ধৰা দিছে, "ৰঙ্গপুৰ নগৰৰ ৰাজ কাৰেঙ্গৰ ওচৰত এতিয়ালৈকে অনেক মানুহ গোট খাই মাটি খানি আচে। তাতে কোচ, কচাৰি, জয়ন্তিয়া, ভোটিয়া আৰু আহোম ৰজাবিলাকৰ অনেক পুৰনি মোহৰ ৰুপ পালে"। ইয়াৰ পিছত তিনিটা মুদ্ৰাৰ দুপিঠিকৈ মুঠতে ছয়টা আলোক চিত্ৰ পাঠসহ প্ৰকাশিত হোৱাটো উল্লেখনীয়[১৫৩]। এই আৰম্ভণিয়েই যেন মুদ্ৰা অধ্যয়নৰ পথ মুকলি কৰিলে। অসমৰ বাহিৰেও আন ৰাজ্যৰ মুদ্ৰা আলোক চিত্ৰৰ লগত প্ৰকাশ পাই থকাটোৱে তাৰ প্ৰমাণ। এবাৰ গুৱাহাটীৰ ওচৰত মুদ্ৰা এটা খান্দি উলিওৱাৰ বিষয়েও জানিব পৰা গৈছে[১৫৪]।

নগাঁও জিলাৰ কোনো এঠাইত উদ্ধাৰ হোৱা চীন দেশীয় লিপিসম্বলিত এটুকুৰা শিল 'অৰুনোদই'ৰ সম্পাদকৰ হাতত পৰিলহি। পাঠ উদ্ধাৰ কৰাৰ অক্ষমতা মুক্ত কণ্ঠে স্বীকাৰ কৰি তেওঁ তাৰ ছবি কাকতত ছপাইছে[১৫৫]। ইতিহাস অধ্যয়নৰ অন্যতম দিশ পুৰাতত্ত্বৰ প্ৰতি সম্পাদকৰ অনুৰাগৰ নিদৰ্শন ইয়াত আছে। একে পৰ্যায়ৰ আন এটি বাতৰিত সোণৰ মোহৰ, সোণৰ গামখাৰু আদি উদ্ধাৰ হোৱাৰ সংবাদ পোৱা যায়[১৫৬]।

পুৰাতত্ত্বৰ আন এটি দিশ মূৰ্তি অধ্যয়নৰ লগতো 'অৰুনোদই' অপৰিচিত

---

১৫২ *একে গ্ৰন্থ* (চেপ্তেম্বৰ, ১৮৫১), পৃ. ৬৩৫ ৮

১৫৩ *একে গ্ৰন্থ (মাৰ্চ, ১৮৫১), পৃ. ৫৪৯*

১৫৪ বিৰিঞ্চি কুমাৰ বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৪৯ (ভূমিকা)

১৫৫ *অৰুনোদই* ( জানুৱাৰী, ১৮৫২), পৃ. ৭০৬

১৫৬ *অৰুনোদই কাকত* (জুলাই, ১৮৫৬) পৃ. ৯৯

নাছিল। ৰংপুৰ নগৰত মানুহে সোণ আদি মূল্যবান সম্পদ পোৱাৰ আশাত মাটি খান্দোতে পাইছিল এটা পিতলৰ সিংহ। তাকো ছবিসহ ছপোৱা হৈছে। পিছে তলাতল ঘৰৰ ওচৰত মানুহে কিবা পোৱাৰ আশাত দিনৰ পিছত দিন ধৰি খান্দি সুদা শ্ৰম মাথোন কৰি থকাটোহে আমোদজনক[১৫৭]।

অসম বুৰঞ্জীখ্যাত ৰংপুৰ নগৰৰ বিষয়ে লেখা দয়াৰাম চেটিয়াৰ "ৰঙ্গপুৰ নগৰৰ বৰ্নন"ত ৰংঘৰ, তলাতল ঘৰ, কাৰেং ঘৰৰ সৰল অথচ প্ৰাঞ্জল বৰ্ণনা পঢ়িবলৈ পোৱা যায়। বৈষ্ণৱ যুগৰ কাব্যৰ আৰ্হিত ৰচিত উক্ত কবিতাত শিৱ দ'ল, বিষ্ণু দ'ল, দেৱী দ'ল আৰু শিৱসাগৰ পুখুৰীৰো চিত্তগ্ৰাহী পৰিচয় সন্নিবিষ্ট হৈছে[১৫৮]। কবিতাটিৰ তলতে ৰাণী প্ৰমথেশ্বৰীয়ে ১৭২৭ খ্ৰীষ্টাব্দত পাৰ্চী ভাষাত মৰোৱা মোহৰ এটাৰ দুয়োপিঠি দেখিবলৈ পোৱা যায়। পৰিচয় লিপিবিহীন আলোক চিত্ৰদ্বয় মুদ্ৰা অধ্যয়নকাৰীৰ আদৰৰ সম্পদ।

মহাৰাণী ভিক্টোৰিয়াৰ দ্বাৰা দেশৰ শাসন কাৰ্য গ্ৰহণ আধুনিক ভাৰত বুৰঞ্জীৰ অতি তাৎপৰ্যপূৰ্ণ ঘটনা। ভিক্টোৰিয়াই শাসনভাৰ গ্ৰহণ কৰা উপলক্ষে এলাহাবাদৰপৰা ১৮৫৮ খ্ৰীষ্টাব্দৰ এক নবেম্বৰ তাৰিখে প্ৰচাৰিত ঘোষণা পত্ৰখন দেশৰ ভিন ভিন ঠাইত পাঠ কৰি শুনোৱা হৈছিল। উক্ত ঘোষণাৰ প্ৰতি আদৰণি জনোৱাৰ উদ্দেশ্যে নগৰ-চহৰবোৰত উৎসৱমুখৰ পৰিবেশ সৃষ্টি হোৱাৰ বতৰা বুৰঞ্জীসমূহত আছে। মিছনেৰীসকলৰ প্ৰধান ঘাটি শিৱসাগৰতো চাকি-বন্তি জ্বলাই আনন্দ-উৎসৱৰ সৃষ্টি কৰা হৈছিল। 'অৰুনোদই'ত প্ৰকাশিত সেই সম্পৰ্কীয় সংবাদ ইতিহাসৰ ছাত্ৰ-গৱেষকৰ বাবে প্ৰয়োজনীয় তথ্য[১৫৯]।

### ৫.৫.৩ জনজাতীয় সমাজৰ চিত্ৰণ — নৃতত্ত্ব অধ্যয়ন ঃ

মিছনেৰীসকলে বিভিন্ন জনজাতি অধ্যুষিত অসমত সামাজিক নৃতত্ত্ব অধ্যয়নৰো প্ৰচুৰ সমল বিচাৰি পাইছিল। এই দিশৰ উন্মোচন হয় জুলাই, ১৮৪৬ সংখ্যাত স্থান দিয়া 'ৰ' নামেৰে পৰিচয় প্ৰদান কৰা লেখকজনৰ "ভোটৰ দেসৰ বিবৰন"ৰ দ্বাৰা। ইয়াৰ পিছত একাদিক্ৰমে অসমৰ জনজাতিসমূহৰ বিৱৰণ ওলাই থাকিল। এইবোৰ হ'ল "গাৰোৰ দেসৰ বিবৰন" (মে, ১৮৪৭), "নগাৰ বিবৰন" (জুন, ১৮৪৮),

---

১৫৭ *অৰুনোদই* (নবেম্বৰ, ১৮৫০), পৃ. ৪৫০

১৫৮ *একে গ্ৰন্থ (জানুৱাৰী, ১৮৫৩), পৃ. ৮৮৫*

১৫৯ *অৰুনোদই কাকত* (নবেম্বৰ, ১৮৫৮), পৃ. ১৭৬

"খামটিৰ বিবৰন", "মিচিমিৰ বিবৰন" (জুলাই, ১৮৪৮), "চিংফৌৰ বিবৰন" (আগষ্ট, ১৮৪৮), "আবৰ, বৰআবৰ, মিৰি আৰু ডফলাৰ বিবৰন" (নবেম্বৰ, ১৮৪৮), আৰু "অকাৰ বিবৰন" (ফেব্রুৱাৰী, ১৮৪৯)। বিশেষ উল্লেখযোগ্য এয়ে যে শেষৰ দুটাৰ বাহিৰে বাকী কেউটিকে চিত্ৰসম্বলিত কৰি সিবোৰৰ গুৰুত্ব বঢ়োৱা হৈছে। "চিংফৌৰ বিবৰন"ৰ লগত সংযোজিত চাৰিটাকৈ ছবিয়ে পাঠকৰ বিশেষ মনযোগ আকৰ্ষণ কৰে।

### ৫.৫.৪. পুথি সমালোচনা ঃ

অসমীয়া সাহিত্যত পুথি সমালোচনাৰ শুভ আৰম্ভণি হয় আমেৰিকান বেপ্টিষ্ট মিছনৰ মুখপত্ৰখনিৰ জৰিযতে। আনন্দৰাম ঢেকিয়াল ফুকনৰ "অসমিয়া লৰাৰ মিত্ৰ" পুথিৰ দ্বিতীয় আৰু তৃতীয় ভাগৰ সমালোচনাধৰ্মী পৰিচয় প্ৰকাশ পায় অক্টোবৰ, ১৮৪৯ সংখ্যা কাকতত। সমালোচকৰ নিজ কথাত ঃ

> অসমিয়া লৰাৰ মিত্ৰ নামে দুতিয় আৰু ত্ৰিতিয় ভাগ দুখন সুন্দৰ কিতাপ গুআহাটিৰ পৰা পালোঁ। শ্ৰীজুত বাবু আনন্দিৰাম ঢেকিয়াল ফুকনে কলিকতালৈ গৈ হিন্দু কলিজত ভাল ৰুপে ইংৰাজি বিদ্যা সিকিলে; পাচে গুআহাটিলৈ উভতি আহি আপোন অসম দেসৰ উপকাৰ হবৰ নিমিতে চিন্তা কৰি জেতিযা আহৰি পাই তেতিয়া অলপ অলপকৈ এনে কিতাপ লিখিব ধৰিলে। আৰু বহু স্ৰমেৰে ইংৰাজি ভাসাৰ পৰা অসমিয়া ভাসাকৈ এই দুখন কিতাপ লিখি আৰু কলিকতাত সুন্দৰ আখৰেৰে চপালে[১৬০]।

অসমীয়া ভাষাত পোন প্ৰথম হ'লেও মন্তব্যটি সমালোচনাৰ গুণ-বিবৰ্জিত নহয়। কিতাপ দুখনৰ পৰিচয় একোটি দাণ্ডি ধৰিব পৰাটোতে প্ৰথম পুথি সমালোচনাটিৰ সাফল্য।

### ৫.৫.৫. অসমীয়া ভ্ৰমণ সাহিত্য ঃ

কেইবাটাও ভ্ৰমণ কাহিনীয়ে এই আলোচনীৰ পাতত ঠাই পাইছে। উদাহৰণ স্বৰূপে প্ৰাণনাথ বৰুৱাই লেখা "কলিতা (কলিকতা) আদি ভাটি দেসৰ বিবৰন" (জানুৱাৰী, ১৮৪৯)ৰ কথা উল্লেখ কৰিব পাৰি। ভ্ৰমণ কাহিনী লেখক বৰুৱাই তীৰ্থৰ

---

১৬০ *অৰুনোদই* (অক্টোবৰ, ১৮৪৯), পৃ. ৩৭৭

বাবে যাত্ৰা কৰি মুৰ্চিদাবাদ, গয়া, কটক, শ্ৰীক্ষেত্ৰ আৰু কলিকতাত ফুৰি যি দেখিছিল তাৰ বৰ্ণনা অতি সহজ-সৰল ভাষাত পাঠকলৈ আগবঢ়াইছে। ভ্ৰমণ কৰা ঠাইবোৰৰ ভিতৰত, বিশেষকৈ কলিকতাত আধুনিক আদব-কায়দা, সাজ-সৰঞ্জাম দেখি প্ৰকাশ কৰা আশ্চৰ্যই পঢ়ুৱৈক আমোদ যোগায়।

নগাঁও আস্থানৰ মিছনেৰীসকলৰ উদ্যোগত দুজন স্কুলীয়া ছাত্ৰ ধনিৰাম আৰু শিৱৰামে ১৮৪৯ খ্ৰীষ্টাব্দত আমেৰিকা ভ্ৰমণৰ সুযোগ পাইছিল। তাৰ ভিতৰত শ্ৰীলুচিএন হেইডেন ওৰফে ধনিৰামে বষ্টন নগৰৰপৰা ২৫ জুন, ১৮৪৯ তাৰিখে লেখা চিঠি এখনে 'অৰুনোদই'ৰ বুকুত ঠাই পাইছে। ইয়াত পাঠকে পাব ভ্ৰমণ-বৃত্তৰ সোৱাদ। চিঠিৰ মোখনি মৰাৰ পূৰ্বে ধনীৰামৰ কাপৰপৰা ওলোৱা বাক্যটি হ'ল : "এই দেসৰ সকলো দস্তুৰৰ কথা, আৰু আমি জত জত ফুৰিচোঁ, আৰু ফুৰিম সেই সকলোকে পাচে তোমালৈ লিখিম; এতিয়া লিখিবলৈ তুলাপাতে নো জোৰে"[১৬১]। আমেৰিকাৰ মাটিত খোজ দিয়া অসমৰ জকাইচুকৰ ল'ৰা ধনীৰামৰ ভ্ৰমণ-বৃত্ত কোৱাৰ যি আন্তৰিক আকুতি সি স্ফূৰ্ত হৈ উঠিছে সতীৰ্থ এজনলৈ দিয়া চিঠিৰ এই একেটা বাক্যতে।

কিনাৰাম সত্ৰিয়াই পয়াৰ কৰি লেখা "কলিকতাৰ সুখিয়াতি"ত কলিকতা নগৰ চাই উঠি দিয়া আকৰ্ষণীয় বিৱৰণ সন্নিবিষ্ট হৈছে। সেই ঠাইৰ ৰাস্তা-ঘাট, অফিচ-আদালত আদি দেখি কবিয়ে প্ৰকাশ কৰা বিস্ময় পাঠকৰ চকুতো ধৰা পৰে (মাৰ্চ, ১৮৫১ খ্ৰীষ্টাব্দ)।

ভ্ৰমণ সাহিত্যৰ লক্ষণসমৃদ্ধ অন্য লেখাৰ ভিতৰত আছে নঃ লঃ ফঃ অৰ্থাৎ নিধি লেভি ফাৰোৱেলৰ "তিনি জন ভাইৰ মিস্যানেৰি জাত্ৰা" (ফেব্ৰুৱাৰী, ১৮৫২) "কঃভঃ"ৰ "জাত্ৰা কৰা কথা" (জানুৱাৰী, ১৮৫৪), "ৰঃনঃ"ৰ কিৰ্ত্তন কৰাৰ কথা" (মাৰ্চ, ১৮৫৪) প্ৰভৃতি।

### ৫.৫.৬. শিশু সাহিত্য :

পুৰণি অসমীয়া ভাষাত শিশু সাহিত্যৰ উপাদান থকা ৰচনা হিচাপে 'কাণখোৱা', 'ভীম চৰিত', 'শিশু লীলা' আদিলৈ আঙুলিওৱা হয়। তথাপি প্ৰাক্-অৰুনোদই কালত অসমীয়া শিশু সাহিত্যৰ এটা নিজস্ব চৰিত্ৰ নাছিল। 'অৰুনোদই' কালতহে ৰচনাৰাজিৰ মাজেৰে অসমীয়া শিশু সাহিত্যই ঠন ধৰি উঠে।

---

১৬১ *একে গ্ৰন্থ*, (চেপ্তেম্বৰ, ১৮৪৯), পৃ. ৩৭৩

প্ৰথম অসমীয়া আলোচনীখনে বিভিন্ন প্ৰকাৰৰ শিশু উপযোগী ৰচনা প্ৰকাশ কৰিছিল। কিছুমান লেখাত যিদৰে পোনপটীয়াকৈ নীতি-উপদেশ দিয়া হৈছে অন্য বহুতত সেইদৰে উপমা-পটন্তৰৰ সহায়ত সজ কথা, সজ আচৰণ শিকোৱাৰ নিদৰ্শন আছে। দেশ-বিদেশৰ সাধু সংগ্ৰহ কৰি আনি কাকতত স্থান দিয়াৰ দৰে অসমত প্ৰচলিত সাঁথৰ, প্ৰবচন আদিও অনাদৃত হোৱা নাই। আন সকলোবোৰ একাষৰীয়াকৈ থৈ অকল 'কথা' বা 'দ্ৰিষ্টান্ত' শব্দযুক্ত সাধু বা কাহিনীবোৰৰ বিশ্লেষণ কৰিবলৈ গ'লেও সি হৈ পৰিব বিশাল অধ্যয়নৰ বিষয়। সকলোতকৈ ডাঙৰ কথা, শিশু উপযোগী ৰচনাৰ লগত চিত্ৰ সংযোজনৰ যি প্ৰয়োজনীয়তা মিছনৰ মুখপত্ৰখনে সেয়া বহুলাংশে পূৰণ কৰিব পাৰিছিল।

'অৰুনোদই'ত প্ৰকাশিত তথা শিশু সাহিত্যৰ গুণসমৃদ্ধ ৰচনাৰাজি মোটামুটিকৈ তলত দেখুৱাৰ দৰে বিভাজন কৰিব পাৰি ঃ

(ক) বাইবেলৰ সাধু
(খ) দেশ-বিদেশৰ সাধু
(গ) নীতি-উপদেশ
(ঘ) সাঁথৰ
(ঙ) প্ৰশ্নোত্তৰ
(চ) সজ আদৰ্শবিশিষ্ট চিঠিপত্ৰ
(ছ) জীৱ-জন্তুৰ বিৱৰণ
(জ) গছ-গছনিৰ কথা
(ঝ) চৰাই-চিৰিকতিৰ পৰিচয
(ঞ) মাছ-মগৰৰ কথা, ইত্যাদি।

এই সকলোবোৰে এটা কথাই সাব্যস্ত কৰে যে 'অৰুনোদই' কাকতে যথাৰ্থতে অসমীয়া শিশু-সাহিত্যৰ সেন্দুৰীয়া আলি বান্ধি থৈ গৈছে। প্ৰথম বছৰ, চতুৰ্থ সংখ্যা, এপ্ৰিল, ১৮৪৬-ৰ কাকতত লগ পোৱা প্ৰকাণ্ড ছবিটিৰে "সিংহৰ বিবৰন" যেন সেই আলিৰ প্ৰথম ঢাপ। ইয়াৰ পিছৰপৰা শিশু উপযোগী ৰচনা প্ৰকাশৰ সোঁত অব্যাহত থাকিল। পৰৱৰ্তী প্ৰায় প্ৰত্যেক সংখ্যাতে এনে লেখা এটা বা একাধিক দেখিবলৈ পোৱা যায়। কিছুমান ঠাইত আকৌ কোনো বৰ্ণনা নিদিয়াকৈ ছবি এখনকে চকুত লগাকৈ ছপাই দিয়া হৈছে। "অৰুনোদই'ৰ পৰৱৰ্তী কালৰ অসমীয়া শিশু সাহিত্যৰ শ্ৰীবৃদ্ধিত যে এইবোৰে বিশেষ অৰিহণা যোগাইছিল এই বিষয়ত তৰ্কৰ স্থান নাই।

### ৫.৫.৭. সাহিত্যৰ অন্যান্য দিশ ঃ

অসমীয়া বিজ্ঞান সাহিত্য, অনুবাদ সাহিত্য আদিৰ ক্ষেত্ৰতো মিছনৰ মুখপত্ৰখনিৰ অৱিহণা সামান্য নহয়। গ্ৰহ-নক্ষত্ৰৰ বিৱৰণ, বৈজ্ঞানিক যন্ত্ৰ পাতিৰ কথা, বিজ্ঞানৰ আৱিষ্কাৰ বিষয়ক লেখা যিদৰে 'অৰুনোদই'ত আছে সেইদৰে পোৱা যায় প্ৰাচীন অসমীয়া সাহিত্যৰ সংস্কৃতৰপৰা অনূদিত ৰচনাৰাজিৰ বিপৰীতে ইংৰাজী ভাষা-সাহিত্যৰ ভাঙনি। ইয়াৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য হ'ল জন বুনিয়ানৰ 'দ্য পিলগ্ৰিম্‌ছ্ প্ৰগ্ৰেছ্'ৰ "জাত্ৰিকৰ জাত্ৰা" নামেৰে কৰা অনুবাদ আৰু আন খ্ৰীষ্টান ধৰ্ম সম্বন্ধীয় কথা-কাহিনীবোৰৰ ভাষান্তৰ। সেয়েহে অসমীয়া অনুবাদ সাহিত্যৰ বিকাশত ৰাজ্যৰ প্ৰথম সংবাদপত্ৰখনৰ বৰঙণি অনস্বীকাৰ্য।

### ৫.৬.০. ধৰ্ম ঃ

খ্ৰীষ্টান ধৰ্ম প্ৰচাৰকসকলৰ মুখপত্ৰ হোৱা বাবে 'অৰুনোদই'ত অসমৰ শক্তিশালী ধৰ্মীয় ঐতিহ্য, পৰম্পৰা কিম্বা ধৰ্মমূলক সাহিত্যৰ নিদৰ্শন বিচাৰি হাবাথুৰি খাবলগীয়া হয়। একেটা কাৰণতে একত্ৰে সংকলিত সমস্ত ন বছৰৰ 'অৰুনোদই'ৰ ক'তো ভাৰতৰ অন্যতম প্ৰধান ধৰ্মপ্ৰচাৰক তথা অসমীয়া সংস্কৃতিৰ জনক মহাপুৰুষ শংকৰদেৱ নতুবা তেৰাৰ শিষ্য মহাপুৰুষ মাধৱদেৱৰ নাম লিপিবদ্ধ নোহোৱাত আচৰিত হ'বলগীয়া একো নাই। আনফালে প্ৰচলিত হিন্দু ধৰ্ম অথবা তাৰ ভিন ভিন পন্থাৰ প্ৰতি কেতিয়াবা বক্ৰোক্তি (জুলাই, ১৮৪৭), কেতিয়াবা নিন্দা (আগষ্ট, ১৮৫২ আৰু অন্যত্ৰ) আদিহে প্ৰকাশ পাইছে। এই প্ৰসংগত শ্ৰীৰামপুৰ মিছনৰ ডঃ উইলিয়াম কেৰী প্ৰমুখ্যে মিছনেৰীয়ে হিন্দু ধৰ্মৰ দুৰ্ঘোৰ নিন্দা কৰা আৰু ধৰ্ম পুস্তিকাবোৰৰ দ্বাৰা হিন্দু-ইছলাম সকলো ধৰ্মকে হেয় কৰি খ্ৰীষ্টান ধৰ্মৰ মাহাত্ম্য প্ৰকাশ আৰু প্ৰচাৰ কৰাটো স্মৰণযোগ্য। এই ব্যাপক বিষয়টো বৰ্তমান আলোচনাৰ বিষয়বস্তুৰ ভিতৰত নপৰে। চমুকৈ এইখিনিকে ক'ব পাৰি যে 'লিখনিৰ যোগেদি মিছনেৰী উদ্যোগৰ গতি অব্যাহত ৰখাৰ উদ্দেশ্য অধিক কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত তেওঁলোকে প্ৰায়ে ভাৰতীয়সকলৰ অপকৰ্ম আৰু দুৰ্গুণসমূহ অধিক ৰটনা কৰিছিল। বৃটিছসকলৰ আগত ভাৰতীয় সমাজত মিছনেৰীৰ গুৰুত্ব আৰু তেওঁলোকৰ কৰ্মৰ প্ৰয়োজনীয়তা প্ৰদৰ্শন কৰাৰ বাবে এই মানুহখিনিৰ যথা সম্ভৱ অন্ধকাৰ দিশটোহে দেখুৱা হৈছিল'[১৬২]। ধৰ্ম প্ৰচাৰ কাৰ্যত ভাৰতীয় ধৰ্মক আক্ৰমণ কৰাটো সকলো মিছনেৰীৰ ঘাই লক্ষ্য আছিল। অৱশ্যে স্থান, কাল, পাত্ৰ ভেদে

---

১৬২ K. P. Sengupta : *op.cit.*, p.74

আক্ৰমণৰ পদ্ধতি হয়তো বেলেগ বেলেগ আছিল। এই ক্ষেত্ৰত ডঃ কেৰী ইমান মুক্ত আৰু সুদৃঢ় আছিল যে এখন সমাজে ভগৱান বুলি মানি অহা শিলৰ মূৰ্তিত ভগৱানৰ অনুপস্থিতি প্ৰমাণ কৰিবলৈ তেওঁ সেইটো হাতুৰীৰে কোবাই ভঙোৱাৰ ব্যৱস্থা কৰিছিল। একেদৰে জগন্নাথৰ কাষ্ঠ মূৰ্তিৰ অসাৰবত্তা প্ৰমাণ কৰিবলৈ তেওঁ এই মূৰ্তি জ্বলাই পেলোৱাৰ দিহা কৰিছিল[১৬৩]। বৃটিছ মিছনেৰীৰ দৰে আমেৰিকান মিছনেৰী-সকলেও দেশৰ বেলেগ বেলেগ ঠাইত হিন্দু ধৰ্মক মুখা-মুখিকৈ আক্ৰমণ কৰাৰ উপৰি সমাজৰ উচ্চবৰ্ণৰ মানুহখিনিক বিশেষ লক্ষ্য হিচাপে লোৱাৰ দৃষ্টান্ত ইতিহাসৰ গৱেষকে দাঙি ধৰিছে[১৬৪]।

অসমত হিন্দু ধৰ্মৰ নিন্দা কৰাৰ বিষয়ত নিধি লেভি ফাৰোৱেলেই প্ৰথম স্থান অধিকাৰ কৰিছে। হিন্দু ধৰ্মৰ প্ৰতি বিদ্বেষ ভাব পোষণ নকৰাকৈ তাৰ আভাস দিব পৰা লেখা সম্ভৱতঃ মাত্ৰ একেটি। সি হ'ল জগন্নাথ আৰু বিষ্ণুৰ দশাৱতাৰৰ চিত্ৰসম্বলিত "হিন্দু ধৰ্মৰ বিবৰন"। সমগ্ৰ সংকলনৰ ভিতৰত মাত্ৰ এই লেখাটিতহে সহজ-সৰলভাৱে হিন্দু ধৰ্মৰ পৰিচয় সন্নিবিষ্ট কৰা হৈছে। ইয়াত বেদ, উপবেদ, বেদাঙ্গ, পুৰাণ আদি শাস্ত্ৰৰ উল্লেখ কৰাৰ উপৰিও পৰম্পৰাগতভাৱে চলি অহা দশাৱতাৰৰ পৰিচয় দিযা হৈছে। হিন্দুৰ ভালেমান সংস্কাৰ, ধৰ্ম-বিশ্বাস আৰু উৎসৱ-পাৰ্বণ আদিও ইযাত ঠাই পোৱাটো মনকৰিবলগীয়া। নিৰ্দিষ্ট সংখ্যাটোৰ প্ৰথম পৃষ্ঠাৰপৰা এই দীঘলীয়া প্ৰবন্ধ অন্তৰ্ভুক্ত কৰাটো তাতোকৈ লক্ষ্যণীয বিষয[১৬৫]। এই প্ৰবন্ধৰ লেখক অজ্ঞাত।

বিশেষ লক্ষ্য কৰিবলগীয়া কথা এযে যে উপৰিউক্ত আলচটিৰ পিছতে পোৱা যায় হয়গ্ৰীৱ মাধৱ আৰু কেদাৰনাথৰ কঠোৰ সমালোচনাৰে পূৰ্ণ "নঃ লঃ ফঃ"ৰ পদ্যত যুগুতোৱা সুদীৰ্ঘ "তিৰ্থৰ যাত্ৰা"।

চাইৰাচ বাৰ্কাৰ চাহাবৰ মৃত্যুত তেওঁৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জ্ঞাপন প্ৰসংগত অসমৰ মানুহৰ মূৰ্তিপূজা সম্পৰ্কেও উনুকিওয়া হৈছে[১৬৬]। দীঘলীয়া বৰ্ণনা নাথাকিলেও ইয়াত সংযোজিত চতুৰ্ভুজ বিষ্ণু মূৰ্তিয়ে পাঠকৰ মনযোগ আকৰ্ষণ কৰে।

'ভিতৰ সেৱা' নামৰ তৎকালীন অসমত প্ৰচলিত এক প্ৰকাৰৰ গোপন ধৰ্মীয় আচাৰৰ সংবাদে 'অৰুনোদই'ৰ পাতত ঠাই পাইছে। গোঁসাইসকলৰ মাজত এই ধৰ্মৰ

---

১৬৩ *Ibid.*, p. 79

১৬৪ S. M Pathak . *American Missionaries and Hinduism*, 1967, pp. 70-1

১৬৫ *অৰুনোদই* (চেপ্তেম্বৰ, ১৮৫২), পৃ. ৮১৯-২২

১৬৬ *একে গ্ৰন্থ* (আগষ্ট, ১৮৫০), পৃ. ৪৫১

জনপ্ৰিয়তাৰ কথা উল্লেখ কৰি মুছলমান সম্প্ৰদায়ৰ ভিতৰত্ত ইয়াৰ ক্ৰমবৰ্ধমান সমাদৰৰ বিষয়ে ইংগিত দিয়া হৈছে[১৬৭]। 'অৰীতিয়া' বা 'পূৰ্ণসেৱা' নামৰ এবিধ গোপন ধৰ্মৰ বিষয়ে গুণাভিৰাম বৰুৱাৰ বুৰঞ্জীতো উল্লেখ পোৱা যায়[১৬৮]।

মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱৰ নাম দুটা পৰৱৰ্তী কালৰ 'অৰুনোদই'ত মাত্ৰ এবাৰৰ বাবে হ'লেও দেখিবলৈ পোৱা গৈছে। সেইটো সম্ভৱ হৈছে মুদ্ৰিত 'নামঘোষা'ৰ প্ৰসংগত। 'শ্ৰীগুণাভিৰাম ডেকা বৰুআ'ৰ নামত "ঘোষা পুথি চপা হোআৰ বিগ্যাপন" দি উঠি মাধৱদেৱৰ বিস্তৃত পৰিচয়সহ পুথিখন পাঠক সমাজলৈ আগবঢ়োৱা হৈছে। ইয়াৰ পিছত আছে ব্ৰন্সন চাহাবৰ শংকৰদেৱৰ প্ৰতি প্ৰশংসা। এনে প্ৰশস্তিৰ কাৰণ হ'ল শংকৰদেৱৰ দ্বাৰা বলি দিয়া, দেৱ-দেৱীক পূজা কৰা নীতিৰ বিৰুদ্ধাচৰণ আৰু সংস্কৃত শাস্ত্ৰৰাজিৰ অসমীয়া ৰূপান্তৰকৰণ[১৬৯]।

## ৫.৭.০ যাতায়াত আৰু পৰিবহন ঃ

ঊনবিংশ শতাব্দীৰ অসমৰ যাতাযাত ব্যৱস্থা সম্পৰ্কে 'অৰুনোদই' য়ে ভালেমান ইংগিত দিছে। বিভিন্ন উদ্দেশ্যে মানুহে কেনেদৰে এঠাইৰপৰা আন ঠাইলৈ নাৱেৰে অহাযোৱা কৰিছিল আৰু কেনেদৰে সঘনে নাও দুৰ্ঘটনাৰ সম্মুখীন হৈছিল সেই বিষযৰ অসংখ্য সংবাদ কাকতখনত মুদ্ৰিত হৈছে। তৎকালীন অসমৰ যাতায়াত ব্যৱস্থাৰ বিষযে জনাৰ অৱকাশ ইয়াত আছে।

কলিকতাৰপৰা গুৱাহাটীলৈ ভাপৰ নাও চলা সংবাদটো দীঘলীয়াকৈ 'অৰুনোদই'ত পৰিবেশন কৰাৰ উপৰি নাওখনৰ ছবিও ছপাই দি তাক পঢ়ুৱৈৰ বাবে আকৰ্ষণীয় কৰি তোলা হৈছে। বাতৰিটোৰ আৰম্ভণি এনে ধৰণৰ ঃ

> ঢাকাই দি গুআহাটিলৈ তিনি বচৰলৈকে মাহে মাহে ষ্টিম্ বোট, অৰ্থাত ভাপৰ নাও পঠাবলৈ গবৰ্নমেণ্টে আগ্যা দি থিৰ কৰিলে। আগষ্ট মাহৰ ১৩ তাৰিখত জমনা নামে এখন ষ্টিম্ বোট কলিকতা এৰি ২৯ তাৰিখত মোকাম গুআহাটি পালেহি; আতে তিনি দিন মান থকাত, সেই জিলাৰ সাহাব, মেম সাহাব, আৰু অসমিয়া অনেক ভদ্ৰ লোক, মুঠে তিনি স

---

১৬৭ *একে গ্ৰন্থ* (অক্টোবৰ, ১৮৫৩), পৃ. ১০৪২

১৬৮ গুণাভিৰাম বৰুৱা ঃ *আসাম বুৰঞ্জী* (প্ৰাগুক্ত), পৃ. ১৯৬-৭, পাদটীকা

১৬৯ *অৰুনোদই কাকত* (জুলাই, ১৮৫৭) পৃ. ১০৩-৬

মান মানুহ ষ্টিম্ বোটত উঠি, অলপমান উজাই গৈচিল, তাৰ পাচে ভাটিলৈকো কিছু দুৰ গৈ আকও গুআহাটিলৈ উভতি আহিল[১১০]।

কলিকতাৰপৰা গুৱাহাটীলৈ নাৱেৰে দূৰত্ব, মানুহ, বযবস্তু বা জীৱ-জন্তুৰ ভাডা আদি যাৱতীয় তথ্যেৰে সংবাদটো পৰিপুষ্ট। জাহাজ চলাচল কৰাৰপৰা বয়বস্তু অনা-নিযা কৰোঁতে বেপাৰীসকলৰ সম্ভাৱ্য সুবিধাৰ লেখো দিছে অজ্ঞাতনামা সংবাদদাতাজনে।

১৮৪৮ খ্ৰীষ্টাব্দৰ ২৯ জুলাইৰ দিনা ভাপ নাও গুৱাহাটীৰপৰা নগাঁৱলৈ যাত্ৰা কৰাৰ লগে লগে এইবিধ নাবৰ নগাঁবত প্ৰথম প্ৰবেশ হয। নাওখন নগাঁৱত 'দুদিনমান থাকি উজোৱা-ভটিওৱা কৰি সকলো মানুহক দেখুৱাই বৰ সন্তোষ কৰা'টো চকুত পৰিবলগীযা বিষয (চেপ্তেম্বৰ, ১৮৪৮)।

যাতাযাত ব্যৱস্থাৰ ক্ষেত্ৰত কলঙৰ ওপৰত সজা কাঠৰ দলংখনৰ বিষযে ক'বলৈ গৈ জনোৱা হৈছে যে মানব আক্ৰমণৰ পিছত কোম্পানীযে ৰাজ্যৰ দাযিত্ব লৈ জিলাই প্ৰতি আলি, দলং আদি নিৰ্মাণ কৰি সকলোৰে হিত সাধন কৰিছে। দলংখনৰ নিৰ্মাণ সম্পৰ্কত যাৱতীয সকলো কাৰিকৰী তথ্যকে সদৰি কৰাৰ লগতে ৰাইজে ছাঁদা উঠাই ধন দিযা, হাবিৰ গছ কাটি সকলোৱে একেলগে টানি উলিযাই অনা আদি কাৰ্যৰো সম্ভেদ ইযাত আছে (নবেম্বৰ, ১৮৪৮)। 'অৰুনোদই' প্ৰদত্ত সংবাদ অনুযাযী ১৮৪৬ খ্ৰীষ্টাব্দৰ মেই মাহৰপৰা কাম চলি থকা "সেই দলঙ্গ ১৮৪৭ ইং সঁকৰ এপ্ৰিল মাহত শ্ৰীজুত বটলৰ চাহাবৰ দোআৰাই পুৰ কৰা হল"[১১১]। বাটলাৰ চাহাবে 'বহু যত্ন আৰু শ্ৰম কৰি' দলংখন সজোৱাৰ সংবাদ দিবলৈ গুণাভিৰাম বৰুৱাযো পাহৰা নাই[১১২]। অৱশ্যে উল্লিখিত দলঙৰ নিৰ্মাণ কাৰ্য ১৮৪১ খ্ৰীষ্টাব্দতে গৰ্ডন চাহাবৰ দিনত আৰম্ভ হোৱা বুলি জানিব পৰা গৈছে[১১৩]।

১৮৫৩ খ্ৰীষ্টাব্দৰ জুন সংখ্যা 'অৰুনোদই'ৰ পৰা জনা যায যে মফাট মিলছ্ চাহাবে 'জমুনা' (যমুনা) নামৰ জাহাজত ভ্ৰমণ কৰি ৮ জুনৰ ৰাতিপুৱা (একেটা ছেদৰ স্থানান্তৰত আছে ৫ জুন) শিৱসাগৰ পাযহি। মিলছ্ চাহাবৰ আগমন অসমৰ ইতিহাসৰ বাবে গুৰুত্বপূৰ্ণ সংবাদ। কিন্তু 'অৰুনোদই'য়ে 'জমুনা' জাহাজৰ বিষয়ে চকুত লগাকৈ

---

১১০ *অৰুনোদই* (চেপ্তেম্বৰ, ১৮৪৭), পৃ. ১৬৯

১১১ *একে গ্ৰন্থ* (নবেম্বৰ, ১৮৪৮), পৃ. ২৮৩

১১২ গুণাভিৰাম বৰুৱা : *আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ* (প্ৰাগুক্ত), পৃ. ১২৫

১১৩ যোগেন্দ্ৰ নাৰায়ণ ভূঞা : *উনবিংশ শতিকাৰ অসম সংবাদ*, ১৯৯১, পৃ. ১২৫

বৰ্ণনা কৰি মিলছ্ চাহাব সম্পৰ্কীয় কথাখিনি মাত্ৰ দুটা বাক্যতে সামৰাটো পাঠকৰ দৃষ্টিৰপৰা সাৰি যাব পৰা নাই[১৭৪] ।

## ৫.৮.০ বিবিধ ঃ

আলোচিত বিষয়সমূহৰ বহিৰ্ভূত অথচ অসমৰ মাটি আৰু মানুহৰ লগত সম্পৃক্ত অলেখ তথ্য 'অৰুনোদই'ৰ বুকুত ঠাহ খাই আছে। এইবোৰৰ শ্ৰেণীবিভাজন সম্ভৱ নহয় গুণে 'বিবিধ' শিতানত দুটামান বিষয়ৰ আলোচনা কৰা হ'ল।

## ৫.৮.১ বাঘৰ উপদ্ৰৱ ঃ

মিছনৰ মুখপত্ৰখনিৰ ভালেমান সংখ্যাত, ঘাইকৈ 'অনেক দেসৰ সম্বাদ' শিতানত বাঘে মানুহ খোৱাৰ প্ৰচুৰ সংবাদ পোৱা যায়। এনে সংবাদবোৰে অসমৰ প্ৰাকৃতিক পৰিবেশৰ সম্ভেদ দিয়াৰ উপৰিও ৰাজ্যখনত বনৰীয়া জন্তুৰ প্ৰাচুৰ্যকে নিৰ্দেশ কৰিছে। গুৱাহাটী নগৰৰ দক্ষিণফালে অৱস্থিত মালিবাৰি নামৰ গাঁৱৰ এজনী বিধৱা তিৰোতাই ৰাতি নিজ পুত্ৰদ্বয়ৰ সৈতে একে বিচনাতে শুই থাকোঁতে বাঘে বেৰা ভাঙি ডাঙৰ পুতেকক ডিঙিত কামোৰ মাৰি লৈ যোৱা বতৰাটো বেদনাদায়ক। বাঘৰ এই উপদ্ৰৱ হৈছিল গুৱাহাটীৰ ওচৰতে[১৭৫] ।

কোম্পানীৰ চৰকাৰে অসম আৰু বঙ্গদেশত বাঘৰ উপদ্ৰৱলৈ লক্ষ্য কৰি দুযোঠাইৰ বাঘ নিধনকাৰী লোকক ছালে প্ৰতি পাঁচ টকাকৈ দিয়াৰ সিদ্ধান্ত কৰা বিষয়েও 'অৰুনোদই'যে পাঠক সমাজক জনাইছে[১৭৬] । বাঘৰ উপদ্ৰৱ প্ৰসঙ্গত গুৱাহাটীৰ ভাটীফালে নীলাচল পৰ্বতৰ দাঁতিত দিন দুপৰতে গৰখীয়া ল'ৰা এটাক কামোৰ মাৰি নিয়াটো আন এটা লেখৰ বাতৰি[১৭৭] ।

অসমত বগা বাঘ থকাটো বৰ জনাজাত নহ'লেও 'অৰুনোদই'ৰ পাতত এই শ্ৰেণীৰ বাঘ ওলোৱাৰ বাৰ্তা বিধৃত হৈছে। সংবাদদাতাৰ নিজৰ ভাষাৰে ঃ

> অচম দেসত বগা বাঘ প্ৰায়ে আগেযে কোনেও দেখা নাই; কিন্তু এই

---

১৭৪ I Misra *Literature and Society in Assam*, 1987, p 71

১৭৫ *অৰুনোদই* (জুন, ১৮৪৬), পৃ. ৪৮

১৭৬ *একে*

১৭৭ *একে গ্ৰন্থ* (চেপ্তেম্বৰ, ১৮৪৮), পৃ. ২৬১

> মাৰ্চ মাহত জিলা ডিবুৰুগৰত কোনো বাঘ মৰিয়াই শ্ৰীজুত ডক্তৰ স্যৰ্লক চাহাবলৈ এনে এটা বগা বাঘৰ মুৰ আৰু চাল আনিলে। তাৰ নোম অতি দিঘল, ভালুকৰ নিচিনা, গোটেই গা বগা, আন বৰনৰ ফুটকা নাই কিযা। তাক চাবলৈ চাৰিও ফালৰ পৰা বহু মানুহ আহি দেখি অতি আচৰিত মানে[১৭৮]।

বাঘৰ অত্যাচাৰত মানুহে বস্তু-বাহানি সমন্বিতে ঘৰ-বাৰী এৰি আন নিৰাপদ গাঁৱলৈ ভাগি যাবলগীযা হোৱাটো কম কথা নহয়[১৭৯]। সংবাদপত্ৰখনে ঢুকি পোৱা ঠাইসমূহৰপৰা ইমানবোৰ সংবাদ অহালৈ চাই ভিতৰুৱা তথা দুৰ্গম ঠাইত কিমান অত্যাচাৰ হৈছিল সি সাধাৰণ অনুমানৰ বিষয়।

সেই কালত ম'হৰ উপদ্ৰৱো কম নাছিল। অসম আৰু বঙ্গদেশত বনৰীযা ম'হে অনেক মানুহ মাৰে দেখি ইষ্ট ইণ্ডিযা কোম্পানীয়ে ঘোষণা কৰিছিল যে শিংসহ ম'হৰ মূৰটো নি দিলে মাৰোতাক আঠে টকাকৈ দিব। এই সংবাদ দিছে জানুৱাৰী, ১৮৪৮ সংখ্যা 'অৰুনোদই'যে।

## ৫.৮.২ ভূঁই-কঁপৰ জোকাৰণি ঃ

ভূ-বিজ্ঞানীসকলৰ মতে অসম ভূমিকম্প এলেকাৰ ভিতৰৰ ঠাই। সেযেহে অসমৰ মানুহৰ মনত ভূমিকম্প নতুন কথা নহয়। 'অৰুনোদই'ৰ প্ৰথম সংখ্যাই জনোৱা মতে ১৮৪৫ খ্ৰীষ্টাব্দৰ ২৬ জুলাই, ৬ আৰু ২৭ আগষ্ট তাৰিখ কেইটাত অসমৰ ঠাই বিশেষে ভূমিকম্পৰ জোকাৰণি অনুভূত হৈছিল। সেইদৰে ১৮৪৯ খ্ৰীষ্টাব্দৰ জানুৱাৰী সংখ্যা ক্লাকতৰ সংবাদ অনুযাযী সেই মাহৰ ২২ আৰু ২৩ তাৰিখে হোৱা ভূমিকম্পৰ জোকাৰণিও কম নাছিল। সেই ভূমিকম্পত নগাঁও, গুৱাহাটী, বৰপেটা আদি ঠাইত হোৱা ক্ষয়-ক্ষতিৰ চাক্ষুষ বিবৰণ ক্ৰমে জন্ বাটলাৰ, কেপ্তেইন ডেল্টন, চি. কে. হগচন আদি বৃটিছ প্ৰশাসকসকলে বিস্তৃতভাৱে দাঙি ধৰিছে[১৮০]। ইয়াৰ পিছৰো বিভিন্ন সংখ্যাত ভূকম্পনৰ সংবাদ পোৱা যায়। এই আটাইবোৰ প্ৰণালীবদ্ধভাৱে বিশ্লেষণ কৰি উলিয়ালে ভূ-বিজ্ঞানীসকলৰ বাবে নতুন দিশৰ উন্মোচন হ'ব পাৰে।

---

১৭৮ *একে গ্ৰন্থ* (মাৰ্চ, ১৮৫১), পৃ. ৫৪৭

১৭৯ *একে গ্ৰন্থ* (ডিচেম্বৰ, ১৮৫৪), পৃ. ১২৫৪

১৮০ *Journal of The Asiatic Society*. Feb., 1849, pp. 172-5

### ৫.৯.৩ সামৰণি ঃ

ওপৰৰ আলোচনাৰপৰা এই কথা নিশ্চিতভাৱে ক'ব পাৰি যে "অৰুনোদই অকল বাতৰি কাকতেই নহয়, ভাষা-সাহিত্য-সমাজ সম্বন্ধীয় বিবিধ বিষয়ে আলোচনা কৰা আপুৰুগীয়া প্ৰবন্ধৰ বৰ ভঁৰালও"[১৮১]। সমাজ জীৱনৰ সকলো দিশ অধ্যয়নৰ বাবে কাকতখনত আছে প্ৰচুৰ তথ্য। ক্ষুদ্ৰ বিষয়বস্তুৰপৰা আৰম্ভ কৰি অতিশয় তাৎপৰ্যপূৰ্ণ বিষয়লৈ, আন কথাত বালিচাহীৰপৰা গজহস্তীলৈকে সকলো বিষয় ইয়াত সামৰা হৈছে। অসমীয়া মানুহৰ আৰ্থ-সামাজিক জীৱনৰ চিত্ৰ যিদৰে পোৱা যায় সেই দৰে ইয়াত আছে ভাষা সাহিত্যৰো সংবাদ। আকৌ ৰাজনৈতিক দিশত প্ৰবল পৰাক্ৰমী আহোম শক্তিৰ অন্তিম পৰ্বৰ গোটাচেৰেক গুৰুত্বপূৰ্ণ ঘটনাৰ লগতে মানৰ আক্ৰমণৰ করুণ-স্মৃতি ৰোমন্থন কৰাৰ উপৰিও কোম্পানীৰ অধীনত ৰাজ্যখন সুস্থিৰ হ'বলৈ ধৰাৰ ইংগিত 'অৰুনোদই'যে নিদিয়াকৈ থকা নাই। ইয়াতেই শুনিবলৈ পোৱা যায় মধ্য যুগ সমাপ্তিৰ সংকেত ধ্বনি তথা আধুনিক যুগ প্ৰবেশৰ পদধ্বনি।

---

১৮১ বেণুধৰ শৰ্মা ঃ *ফুল চন্দন*, ১৯৬৯, পৃ. ৩৪

## ষষ্ঠ অধ্যায়

# আমেৰিকান মিছনেৰীৰ 'অৰুনোদই'-ভিন্ন ৰচনা

### ৬.০.১ মিছনেৰী সাহিত্যৰ প্ৰকৃতি ঃ

আমেৰিকান মিছনেৰীসকলৰ সাহিত্যৰাজি প্ৰধানকৈ 'অৰুনোদই' কাকতৰ যোগেদি প্ৰকাশিত হৈছিল। ইয়াৰ উপৰিও তেওঁলোকে অসমীয়া ভাষাৰ ব্যাকৰণ, অভিধান ৰচনা কৰি ভাষাটোৰ বিকাশৰ গতি দ্ৰুততৰ কৰি তোলাটো বুৰঞ্জীসন্মত। এই দুই প্ৰকাৰৰ ৰচনাৰ বাহিৰে বেপ্তিষ্টসকলে যি লেখা-মেলা কৰিছিল সেইবোৰ আছিল এহাতে বিদ্যালযৰ পাঠ্যপুথি, আনহাতে প্ৰচাৰ পুস্তিকা অথবা খ্ৰীষ্টান ধৰ্মৰ মাহাত্ম্য প্ৰকাশক আখ্যান উপাখ্যান আদি। পিছৰ দুবিধৰ কিছু সংখ্যক পুথি মৌলিক যদিও আন বহুতো বঙলা, ইংৰাজী আদি ভাষাৰ অনুবাদহে। এইবোৰৰ এভাগৰ সাহিত্যিক মূল্য থাকিলেও অধিকাংশই আছিল একমাত্ৰ খ্ৰীষ্টান ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাৰ সামগ্ৰী মাথোন, হিন্দু ধৰ্মৰ প্ৰতি তীব্ৰ নিন্দাবাদেৰে পৰিপূৰ্ণ। মনকৰিবলগীয়া কথা যে এই প্ৰচাৰ পুস্তিকাবোৰত কাচিতহে ইছলাম ধৰ্মৰ প্ৰতি কটাক্ষপাত কৰিছিল। অৱশ্যে অসমীয়া ভাষাৰ দুযোগৰ দিনৰ সৃষ্টি হিচাপে আৰু প্ৰথম স্তৰৰ মুদ্ৰিত পুথিৰূপে এইবোৰৰ ঐতিহাসিক মূল্য নথকা নহয। এনে ৰচনাসমূহৰ স্কুলীয়া পাঠ্যপুথিখিনি বাদ দিলে বাকীবোৰৰ কিছুমানত যীশুৰ মহিমা কীৰ্তন নতুবা হিন্দু ধৰ্মক নিন্দা কৰি খ্ৰীষ্টান ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনৰ প্ৰচেষ্টা লক্ষ্যণীয। গতিকে এইবোৰত অসমৰ সামাজিক জীৱনৰ প্ৰতিফলন বিচৰাটো নিষ্ফল প্ৰয়াস বুলিব পাৰি।

### ৬.০.২ মিছনেৰীসকলৰ ইংৰাজী ৰচনা ঃ

প্ৰসংগক্ৰমে উল্লেখযোগ্য যে বেপ্তিষ্টসকলৰ অসম সম্পৰ্কীয ইংৰাজী ৰচনাৰাজিৰ ক্ষেত্ৰত উপৰি উক্ত মন্তব্য প্ৰযোজ্য নহয। অসমৰ জনসাধাৰণ বা এই ভূখণ্ডৰ ভাষা সাহিত্য-সংস্কৃতি-সমাজ ব্যৱস্থা আদিৰ বিষয়ে তেওঁলোকে ইংৰাজী ভাষাত গ্ৰন্থ-প্ৰবন্ধ ৰচনা কৰি সেইবোৰ বহিৰ্বিশ্বৰ আগত উন্মোচন কৰিছে। সেই ভাষাত লেখা

ৰচনাৰাজি সম্পৰ্কে এনেদৰে ক'ব পাৰি ঃ

> মিছনেৰীসকলৰ বিৱৰণত ৰজা আৰু যুঁজাৰুসকলৰ ইতিহাস, তেওঁবিলাকৰ যুঁজ-বাগৰ, বিজয়ৰ কাহিনী নাইবা জয় আৰু পৰাজয়ৰ কথা সিমান পোৱা নাযায় ; কিন্তু সেইবিলাকত জনসাধাৰণৰ বুৰঞ্জী, তেওঁবিলাকৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, ধৰ্ম, অন্ধবিশ্বাস আৰু দৈনন্দিন জীৱন, আশা-আকাংক্ষাৰ বেঙণি পোৱা যায়; ইয়াতেই এই বিলাকৰ তাৎপৰ্য নিহিত হৈ আছে[১]।

সুদীৰ্ঘ কাল ৰাজ্যখনত থাকি, ইয়াৰ জনসাধাৰণৰ পোনপটীয়া সংস্পৰ্শলৈ আহি প্ৰত্যক্ষ অভিজ্ঞতাৰে লেখা বাবে এই পুথিবোৰ অসমৰ ইতিহাস প্ৰণয়নৰ বাবে গুৰুত্বপূৰ্ণ সমল ৰূপে গণ্য হোৱাৰ যোগ্য। অসমত অসমীয়া ভাষাৰ পুনৰ্বাসন সম্পৰ্কত মাইলছ্ ব্ৰন্সনে বংগদেশৰ লেঃ গৱৰ্ণৰলৈ লেখা এখন চিঠিৰ অংশ বিশেষৰপৰা বিষয়টো ভালদৰে উপলব্ধি হয় ঃ

> On the play ground, in the family circle at home, on their religious assemblies where their Shasters are explained, the first word the new-born child hears from his mother, the first word he learns to lisp, the rude song of the boatman as he plies the oar or spreads his sail, the joyous songs of the reaper as he shouts the "harvest home", always and everywhere the language used is Assamese, not Bangali [২]

বেলেগ বেলেগ মিছনেৰীয়ে ভিন ভিন সময়ত লেখা এনে ৰচনাসমূহে তৎকালীন অসমখন দেশী-বিদেশী লোকৰ আগত তুলি ধৰিছিল। বৰ্তমান আলোচনাৰ বিভিন্ন পৰ্যায়ত এই গ্ৰন্থবোৰৰ নাম উল্লেখ কৰি অহা হৈছে। সেইবোৰৰ বিস্তৃত আলোচনা এই অধ্যয়নৰ বিষয়বস্তু নহয় বাবে তাক পৰিহাৰ কৰা হ'ল।

### ৬.০.৩ মিছনেৰী সাহিত্যৰ সীমাবদ্ধতা ঃ

সাত সাগৰ, তেৰ নদীৰ সিপাৰৰপৰা অহা মিছনেৰীসকলৰ বাবে সম্পূৰ্ণ

---

১ হেৰম্বকান্ত বৰপূজাৰী ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৫৩

২ F S Downs, *op cit* Document 'E', p 143

আচহুৱা অসমীয়া ভাষা আয়ত্ত কৰি তাত সকলো প্ৰকাৰৰ বিষয়বস্তু ফুটাই তোলাটো আছিল অসম্ভৱপ্ৰায়। তথাপি তাৰ মাজতো 'অৰুনোদই'ৰ বাহিৰৰ কিছু সংখ্যক ৰচনাত অসমৰ জাতীয় জীৱনৰ স্পন্দন অনুভূত হয়। পিছে এই বিষয়ৰ আলোচনাৰ বাটত প্ৰধান অন্তৰায় হ'ল পুথিসমূহৰ দুস্প্ৰাপ্যতা। বহুসময়ত প্ৰকাশিত পুথি একোখনৰ নামটোহে কেৱল পোৱা যায়। কেতিয়াবা আকৌ একেখন পুথিৰ নাম সমীক্ষক ভেদে সামান্য হ'লেও ভিন্নধৰণে উল্লিখিত হৈছে। মূল পুথি সংৰক্ষিত নোহোৱা গুণে আৰু কেতিয়াবা পুথিৰ নাম দিয়াৰ ক্ষেত্ৰত লেখক-প্ৰকাশক নিজেই সজাগ নথকাৰ বাবেও এনে হ'বলৈ পাইছে। সি যি কি নহওক, নিদৰ্শন স্বৰূপে কেইখনমান গ্ৰন্থ আৰু প্ৰচাৰ-পুস্তিকা আলোচনাৰ মাজলৈ অনা হ'ল।

### ৬.১.১ অসমিয়া আৰু ইংৰাজি অভিধান ঃ

মাইলছ্ ব্ৰন্সনৰ "অসমিয়া আৰু ইংৰাজি অভিধান"[৩] নামৰ গ্ৰন্থখনে অসমীয়া ভাষাৰ প্ৰথম মুদ্ৰিত অভিধানৰ গৌৰৱ অৰ্জন কৰিছে। কোনো এটা ভাষাৰ অভিধান প্ৰণয়নৰ দৰে গুৰুত্বপূৰ্ণ কাম সম্পাদন কৰিব লাগিলে সেই নিৰ্দিষ্ট ভাষা আৰু সাহিত্যৰ লগত যে প্ৰণেতাজনৰ আন্তৰিক পৰিচয় থাকিব লাগিব তাৰ ব্যাখ্যা নিষ্প্ৰয়োজন। উক্ত গ্ৰন্থ এখন শব্দকোষ হ'লেও ইয়াৰ সংক্ষিপ্ত পাতনিখনত অসমৰ ইতিহাসৰ লগত লেখকৰ নিবিড় পৰিচয়ৰ সাক্ষ্য পোৱা যায়। ব্ৰন্সনৰ ভাষাত ঃ

> পুৰ্বে আহোম ৰজাসকলে এই দেস জই কৰি; স স বচৰ ভোগ কৰিলে। তেওঁবিলাকৰ ভাসা খাম্‌তি জাতিৰ সমন্ধিয় এক ভাসা আচিল ; কিন্তু এনে আচৰিত জে ৰজাসকলৰ ভাসাই অচমিয়া ভাষাৰ একো হানি নকৰি, এতিয়া প্ৰাই সেই ভাসা আপুনি লোপ হল। এইদৰে, মান আৰু মচলমানৰ সৈন্যে বাৰে বাৰে এই দেসত ৰন কৰি দেসৰ বহু উতপাত কৰিলে; তথাপি ভাসাৰ একো লৰ নহল। ..... অসমিয়া ভাসা ব্ৰহ্মপুত্ৰ নদিৰ সোঁতৰ নিচিনাকৈ ৰাজ্যৰ মাজত একেদৰে চলি আচে, আৰু আগলৈকো চলিব[৪]।

এই চমু পাতনিখনে দ্বিধাহীনভাৱে ঘোষণা কৰিছে যে অসমৰ মাটি, বায়ু

---

৩ মাইলছ্ ব্ৰন্সন ঃ *অসমিয়া আৰু ইংৰাজি অভিধান।* (পুথিৰ বেটুপাতত ইংৰাজী, অসমীয়া দুয়োটা নাম আছে), ১৮৬৭

৪ *একে গ্ৰন্থ*, 'আভাস', পৃ. VI

আৰু ‘ব্ৰহ্মপুত্ৰ নদিৰ সোঁত’ৰ লগত গ্ৰন্থকাৰে একাত্মীযতা স্থাপন কৰিবলৈ সক্ষম হৈছিল।

### ৬.১.২ পুৰাতন কাহিনী ঃ

বৈষ্ণৱ যুগৰ অসমীয়া কাব্যৰ প্ৰতিধ্বনি মিছনেৰীসকলৰ দ্বাৰা ৰচিত ভালেমান কবিতা বা গীত-পদ আদিত শুনিবলৈ পোৱা যায। তেনে এখন প্ৰচাৰ পুস্তিকা হ’ল ‘পুৰাতন কাহিনী’[৫]। অসমীয়া সমাজ-সংস্কৃতিৰ চিত্ৰ পোনপটীযাকৈ নাথাকিলেও মধ্য যুগীয অসমীয়া কবিসকলৰ প্ৰভাৱ ইযাত স্পষ্ট। ছন্দৰ গতি, সুৰৰ লয আদিযে এনে মন্তব্যৰ সপক্ষে কয। পুথিৰ ছন্দসজ্জাই বৰ্ণনীয় বিষয কৰি তুলিছে নিচেই আপোন। উদাহৰণ স্বৰূপে —

আমি পাপী সবাকাৰ অসীম পাপৰ ধাৰ
শুজিতে হৈলন্ত মহা লগা ;
এক ভযানক দিনে ভোগে প্ৰভু নিজ প্ৰাণে
পাতকীৰ সম্পূৰ্ণ যাতনা।[৬]

শব্দ প্ৰযোগ আৰু ছন্দৰ গতিযে মনত পেলাই দিযে মহাপুৰুষ মাধৱদেৱৰ যাউতিযুগীযা সৃষ্টি ‘নামঘোষা’ৰ এই পদ ফাঁকি ঃ

মোৰ সম পাপী লোক নাহিকে ই তিনিলোক
তুমি সম নাহি পাপহাৰী।
ই জানি গোৱিন্দ মোক যেন যুৱাই কৰিযোক
তুৱা পদে কৰোহো গোহাৰি ।।[৭]

স্থানান্তৰত অজ্ঞাত লেখকজনে নিজৰ বিনয় প্ৰকাশ কৰিছে ঃ

কেৱলে আমাৰ পাপ হেতু ভুঞ্জে দুখ তাপ
আৰু ঘোৰ মৰণ নিকাৰ;

---

৫ লেখক অজ্ঞাত। মূল ইংৰাজী আৰু অসমীয়া অনুবাদ একেখন পুথিতে আছে। ইংৰাজী নাম *The Old Old Story* , 1871

৬ *একে পুথি*, পৃ. ১৯

৭ *কীৰ্তন আৰু নাম ঘোষা* ; দত্তবৰুৱা এণ্ড কোম্পানী, ১৯৮৬, পদ ১৩৬, পৃ. ৪৩

আমি পাপীৰ নিদানে যাতনা পায় নিজ প্ৰাণে
বলে সৰ্ব পাতকীৰ ভাৰ।[৮]

'পুৰাতন কাহিনী ' লেখকে তেওঁৰ প্ৰায় আঢ়ৈ শ বছৰ পূৰ্বে আত্মলঘিমাৰ প্ৰতিমূৰ্তি মাধৱদেৱে ৰচি যোৱা নিম্নলিখিত পদ পঢ়ি অনুপ্ৰাণিত হোৱা বুলিলে বোধহয় ভুল কোৱা নহ'ব ঃ

অধমে কেৱলে দোষ লৱয় মধ্যমে গুণ
দোষ লৱে কৰিয়া বিচাৰ।
উত্তমে কেৱল গুণ লৱয় উত্তমোত্তমে
অল্প গুণ কৰয় বিস্তৰ।[৯]

### ৬.১.৩ সুৱৰ্ণৰ তুল ঃ

এই প্ৰচাৰ পুস্তিকাখনি ব্ৰন্সন চাহাবে ইংৰাজীৰপৰা অনুবাদ কৰি উলিযাইছে[১০]। পুথিখনিত ৰতিৰাম আৰু কৃষ্ণ নামৰ দুই বন্ধুৰ কথোপকথনৰ জৰিযতে খ্ৰীষ্টান ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাৰ প্ৰচেষ্টা লক্ষ্যণীয। পুথিত ব্যৱহৃত 'ৰাতিৰাম' নামটো অসমীয়া নামৰ সাঁচত গঢ দিযা হৈছে। 'সুৱৰ্ণৰ তুল'ত প্ৰযোগ কৰা ভাষাৰ মাজতো অসমীয়া জতুৱা ঠাঁচ বিচাৰি পোৱা যায। যেনে – 'মিতিৰালী লৰিল' (পৃ.১), 'ঘাম কাল', 'ৰাজবাট' (পৃ.২) ইত্যাদি।

### ৬.১.৪ গণনৰ কিতাপ ঃ

'গণনৰ কিতাপ' (১ম আৰু ২য় ভাগ) ৰচোঁতা ইলাইজা হুইট্‌নি ব্ৰাউনৰ অসমীয়া সমাজ আৰু জীৱন ধাৰাৰ সৈতে যে ঘনিষ্ঠ পৰিচয় আছিল তাৰ সাক্ষ্য তেওঁৰ লেখাই বহন কৰিছে। এই পুথিৰ স্থানান্তৰত আছে ঃ

এক গৃহস্থৰ বেঙেনা বাৰী;
বাৰীত আছে লক্ষ শাৰী;

---

৮ *পুৰাতন কাহিনী;* পৃ. ২০

৯ *কীৰ্তন আৰু নাম ঘোষা,* পদ - ১২০, পৃ. ৩৯

১০ মাইল্‌ছ্ ব্ৰন্সন ঃ *সুবৰ্ণৰ তুল,* ১৮৭৬; মূল ইংৰাজী পুথি – *The Golden Balance* [Conversations on Hinduism and Christianity]

শাৰীত লাগে হেজাৰ কুৰি;
বেঙেৰা বেছে পাই কৰি।[১১]

এই পুথিৰ 'প্ৰশ্ন গাঁথনিৰ সুন্দৰ প্ৰণালী' আৰু 'ভাষাৰ মনমোহা ঠগ'ৰ কাৰণে পদ্মনাথ গোহাঞিবৰুৱাই ইয়াৰ ভূয়সী প্ৰশংসা কৰিছে।[১২]

ওপৰৰ চমু আলোচনাৰপৰা এই কথা পৰিষ্কাৰ হয় যে আমেৰিকান মিছনেৰীসকলে ৰচনা কৰা কিছু সংখ্যক পুথি-পত্ৰত তৎকালীন অসমৰ সামাজিক-সাংস্কৃতিক জীৱন সম্বন্ধে দুই চাৰিটা ইংগিত সন্নিবিষ্ট হৈছে। এইবোৰৰ প্ৰণালীবদ্ধ অধ্যয়নে ৰাজ্যখনৰ সামাজিক ইতিহাস ৰচনাত সহায় কৰিব পাৰে।

---

১১ *গণনৰ কিতাপ*; উদ্ধৃত — পদ্মনাথ গোহাঞিবৰুৱা : *গোহাঞিবৰুৱা ৰচনাৱলী*, ১৯৭১, পৃ. ৮৮৫, সমীক্ষকসকলৰ পৰ্যালোচনাত শ্ৰীমতী ব্ৰাউনৰ পুথিখনৰ নামটো ভিন ভিন ৰূপে উল্লিখিত হৈছে।

১২ একে উৎস।

## সপ্তম অধ্যায়

# 'অৰুনোদই' গোষ্ঠীৰ অনা-খ্ৰীষ্টান লেখকৰ অৰুনোদই-ভিন্ন ৰচনা

### ৭.০.০ অনা-খ্ৰীষ্টান লেখকসকলৰ 'অৰুনোদই' ব্যতিৰেকে অন্যত্ৰ প্ৰকাশিত ৰচনা ঃ

'অৰুনোদই' কাকতৰ সাহিত্যৰাজি বিশ্লেষণৰ বেলিকা সেই কাকতত প্ৰকাশিত বিভিন্ন ৰচনাৰাজিত অসমীয়া সমাজ-সংস্কৃতিৰ চিত্ৰ বিচাৰৰ প্ৰয়াস কৰা হৈছিল। বৰ্তমান অধ্যাযত 'অৰুনোদই' গোষ্ঠীৰ অন্তৰ্ভুক্ত কিন্তু খ্ৰীষ্টান ধৰ্মৰ গণ্ডীৰ বাহিৰত থকা লেখকসকলৰ অন্যান্য ৰচনাৰাজিত আলোকপাত কৰাৰ চেষ্টা কৰা হ'ব। বেপ্তিষ্টসকলৰ সাহিত্যিক প্ৰচেষ্টাত সহযোগ কৰা কেইজনমান অসমীয়া লেখকৰ কিছু সংখ্যক পুথি-পত্ৰ অসমীয়া সাহিত্যৰ মূল্যবান সম্পদৰূপে পৰিগণিত হোৱাৰ যোগ্য। এই লেখককেইজন হ'ল আনন্দৰাম ঢেকিযাল ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা। এই মহাপ্ৰাণ লেখকসকলে মিছনেৰীসকলৰ দ্বাৰা অনুপ্ৰাণিত হৈ 'অৰুনোদই'ৰ পাতত লেখাৰ উপৰিও অন্য পুথি-পত্ৰ ৰচনা কৰি ঊনবিংশ শতাব্দীৰ প্ৰথমাৰ্ধৰ বিপন্ন অসমীয়া ভাষাৰ ভাণ্ডাৰ সমৃদ্ধ কৰাৰ লগতে অসমীয়া সমাজৰো কল্যাণ সাধন কৰি গৈছে। এওঁলোক যথাৰ্থতে আধুনিক অসমীয়া সাহিত্য আৰু সমাজৰ পথিকৃৎ। তলত উক্ত তিনিওজনা সাহিত্যিকৰ নিৰ্বাচিত পুথিসমূহৰ বিষযে আলোচনা আগবঢ়োৱা হ'ব।

### ৭.১.০ আনন্দৰাম ঢেকিয়াল ফুকন ঃ

মাত্ৰ ঊনত্ৰিশ বছৰীয়া জীৱন কালত মাতৃভাষাৰ উন্নযনৰ অৰ্থে লোৱা পদক্ষেপৰ বাবে ভাষাটোৰ অন্যতম ত্ৰাণকৰ্তাৰূপে স্বীকৃত হোৱা আনন্দৰাম ঢেকিযাল ফুকন (১৮২৯-১৮৫৯)ৰ সাহিত্যিক জীৱনৰ উন্মেষ হৈছিল 'অৰুনোদই' কাকতৰ পাতত। এই কাকতত "শ্ৰীজুত বাবু আনন্দিৰাম ফুকনৰ" নামত প্ৰকাশিত 'ইংলণ্ডৰ বিৱৰন'এই আনন্দৰামৰ সাহিত্যিক জীৱনৰ প্ৰথম নিদৰ্শন।[১] বহু কথিত, বহু উদ্ধৃত 'অসমীয়া ল'ৰাৰ মিত্ৰ'[২] তেওঁৰ একমাত্ৰ প্ৰকাশিত অসমীয়া পুথি। "নানা উপদেশ-

---

১ *অৰুনোদই* (এপ্ৰিল, ১৮৪৭), পৃ. ১২৮-১৩১

২ নন্দ তালুকদাৰ (সংক., সম্পা.)ঃ *আনন্দৰাম ঢেকিয়াল ফুকন ৰচনা সংগ্ৰহ* (১৯৯০)ত অন্তৰ্ভুক্ত। সম্প্ৰতি যোগেন্দ্ৰ নাৰায়ণ ভূঞাই সম্পাদনা কৰা 'অসমীয়া ল'ৰাৰ মিত্ৰ'

গৰ্ভ ইংৰাজী প্ৰস্তাৱৰ পৰা সংগ্ৰহ কৰি 'অসমীয়া লৰাৰ মিত্ৰ' নামে দুই কাণ্ড পুস্তক ফুকনে অসমীযাত প্ৰচাৰ কৰিলে। .... ১৮৪৯ চনত সেই পুস্তক মুদ্ৰিত হয়" ।[৩]

## ৭.১.১ অসমীয়া ল'ৰাৰ মিত্ৰ ঃ

'অৰুনোদই'ৰ পাতত এই পুথিৰ পৰিচয় দি কোৱা হৈছে "অসমিয়া লৰাৰ মিত্ৰ নামে দুতিয আৰু ত্ৰিতিয ভাগ দুখন সুন্দৰ কিতাপ গুআহাটিৰ পৰা পালোঁ" ।[৪] এই কিতাপৰ পাঠ 'অৰুনোদই'ত পুনৰ মুদ্ৰণ কৰাৰ ইংগিত দি[৫] নবেম্বৰ, ১৮৪৯ খ্ৰীষ্টাব্দৰ পৰা ফেব্ৰুৱাৰী ১৮৫৪ খ্ৰীষ্টাব্দলৈ মুঠতে ১৩ টা পাঠ পুনৰ ছপোৱা হৈছে। আনন্দৰাম ঢেকিয়াল ফুকনৰ অকাল মৃত্যুৰ পিছত অসমৰ সামাজিক-সাংস্কৃতিক ক্ষেত্ৰত তেওঁৰ যোগ্য উত্তৰাধিকাৰী গুণাভিৰাম বৰুৱাই 'অসমীয়া ল'ৰাৰ মিত্ৰ' কেবাবাৰো সম্পাদনা কৰি উলিযায। বৰ্তমান আলোচনাত ব্যৱহৃত পুথিখন গুণাভিৰাম বৰুৱাই সম্পাদনা কৰি প্ৰকাশ কৰা অষ্টম সংকলনৰ পুনৰ সংকলিত-সম্পাদিত ৰূপ[৬]। মূল পুথিখনৰ ১৩ টাকৈ পাঠ 'অৰুনোদই'ত পুনঃ প্ৰকাশিত হ'লেও 'অসমীযা ল'ৰাৰ মিত্ৰ'ক এখন সুকীযা পুথি হিচাপেই আলোচনা কৰা হ'ল।

## ৭.১.১ (ক) সামাজিক দিশ ঃ

### অসমৰ ইতিহাস ঃ—

অসমীয়া ভাষা স্বস্থানৰপৰা নিৰ্বাসিত হোৱা সময়ত ভাষা ৰণত 'বাহুবলী বীৰত্ব' প্ৰদৰ্শন কৰা আনন্দৰামৰ অসমীয়া সমাজ-সংস্কৃতিৰ সৈতে পৰিচয় সম্পৰ্কে নতুনকৈ ব্যাখ্যা কৰাৰ প্ৰয়োজন নাই। অসমৰ ছাত্ৰৰ বাবে নানা ইংৰাজী উৎসৰ সহায় লৈ 'অসমীয়া ল'ৰাৰ মিত্ৰ' ৰচনা কৰিলেও তাত স্বদেশৰ মাটিৰ গোন্ধ পোৱা যায়। স্বদেশৰ পৰিবেশ আৰু পাৰিপাৰ্শ্বিকতাৰ ছবি 'অসম দেশৰ সংক্ষেপ বুৰঞ্জি', 'অচম দেস সত্ৰু এ আক্ৰমন কৰা কথা' প্ৰভৃতি ৰচনাত পৰিস্ফুট[৭]। অসম বুৰঞ্জীৰ এক

---

পোহৰলৈ আহিছে। বৰ্তমান আলোচনাত নন্দ তালুকদাৰৰ তাণ্ডৰণকে লোৱা হৈছে।

৩ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৬২

৪ *অৰুনোদই* (অক্তোবৰ, ১৮৪৯), পৃ. ৩৭৭

৫ *একে*, পৃ. ৩৭৮

৬ নন্দ তালুকদাৰ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩৪

৭ *একে গ্ৰন্থ*, পৃ. ৭০-৭৫, ১১০-১১৫ ইত্যাদি।

অবিস্মৰণীয় অধ্যায় মোৱামৰীয়া বিদ্ৰোহ সম্পৰ্কত আনন্দৰামৰ ভাষ্য হ'ল ঃ

......চুকাফা বজাব পৰা ৩০ জনা ৰজা হৈ ১৩৩৬ শকত শিবসিংহ স্বৰ্গদেৱ ৰজা হল, কিছুকালৰ মূৰত তেওঁৰ ছত্ৰ ভঙ্গ যোগ হইছে বুলি ফুলেশ্বৰী আই কুৱৰি দেবক বৰ ৰজা নাম দি ছত্ৰ দিলে, এনেতে তেও শূদ্ৰ মহাজন কেতবোৰ গোসাঁনিক নেমানে বুলি শুনি দুৰ্গোৎসব পূজাত মোৱামৰাৰ মহন্তকে আদি কৰি কেই জন মানক অনাই বৰ ৰজাই গোঁসানি সেৱা কৰাই সিন্দুৰ, ৰঙ্গা চন্দন, বলিৰ ৰক্ত ইত্যাদিৰে ফোট দি নিৰ্মাল্য প্ৰসাদ লোৱাই কিছু দুৰ্গতি কৰাত মোৱা মৰা মহন্তে সকলতকৈ পেটে মৰণ তুল্য মানি ললে। এযেই মোৱামৰিয়া উপদ্ৰৱৰ ঘাই হেতু[৮]।

৭.১.১ (খ) অসমৰ প্ৰাকৃতিক পৰিবেশ ঃ

আনন্দৰামৰ লেখাৰ স্থানান্তৰত আছে ঃ

এই দেসৰ ভালেমান ঠাযেই হাবি আৰু পৰ্বতিযা; অনেক আঁতৰে আঁতৰে একোখনি সৰু সৰু নগৰ; আলি বিলাক প্ৰাযেই বেযা আৰু অগম্য; লোক থকা ঘৰবোৰ প্ৰাযেই পজা একুটিৰ দৰে সৰু, দহ দিনৰ বাট বিচাৰি ফুৰিলেও এখনি পৰ্হাসালি, গ্যানৰ সভা, চিকিতসালই, দুখিযা দৰিদ্ৰ আৰু দেসৰ উপকাৰলৈ কোনো উপাই পোআ নে জাই।[৯]

মাতৃভূমিৰ প্ৰাকৃতিক পৰিবেশ, যাতাযাতৰ কাঠিন্য, জনসাধাৰণৰ আৰ্থিক দৈন্য, শিক্ষাৰ অভাৱ, চিকিৎসাৰ অব্যৱস্থা আদিৰ উল্লেখেৰে লেখকে অসমক ইংলণ্ডৰ লগত তুলনা কৰিছে। সেই ঠাইৰ সমানে সমানে অসমো আগবাঢ়ি যাওক — এযে আছিল তেওঁৰ কামনা। তাকে প্ৰকাশ কৰিবলৈ যাওঁতে তেওঁৰ লেখাত অসমৰ সামগ্ৰিক পৰিবেশ ফুটি উঠিছে।

৭.১.১ (গ) অসমীয়া মানুহৰ প্ৰকৃতি ঃ

আনন্দৰামৰ 'অসমীয়া ল'ৰাৰ মিত্ৰ'ত অসমীয়া সমাজৰ চিত্ৰ বিচৰাৰ প্ৰসংগত এই কথাৰো উল্লেখ প্ৰয়োজন যে তেওঁৰ এই পুথিত অসমৰ জনসাধাৰণক বাৰে বাৰে

৮ *একেগ্ৰন্থ*, পৃ.৭১-৭২

৯ *একেগ্ৰন্থ*, পৃ.১২৪

ঈশ্বৰৰ জয়গান, আনহাতে পৰিশ্ৰমৰ মৰ্যদা সোঁৰৰাই দি অসমীয়া মানুহৰ কৰ্মবিমুখ, আলস্যপৰায়ণ স্বভাৱ আৰু ৰাজ্যখনৰ অনগ্ৰসৰতাৰ বিপৰীতে ইংৰাজসকলৰ কৰ্তব্য পৰায়ণতা, দেশপ্ৰেম, সময় নিষ্ঠাৰ কথা মনত পেলাই দি এখন যুগোপযোগী, সমৃদ্ধিশালী অসমীয়া সমাজ গঢ়াৰ প্ৰতি আগ্ৰহান্বিত কৰাৰ প্ৰচেষ্টা পৰিলক্ষিত হয়। এই মৰ্মাৰ্থ নুবুজিলে 'অসমীয়া ল'ৰাৰ মিত্ৰ' ৰচোঁতাৰ প্ৰতি অন্যায় কৰা হ'ব।

আলোচ্যমান পুথিৰ বাহিৰে আনন্দৰামৰ বঙলা অষাত ৰচিত তিনিখন[১০] আৰু ইংৰাজীত 'এজন দেশীয় লোক' ছদ্ম নামত যুগুতাই উলিওৱা পুথিখনকে ধৰি দুখন পুথি আছে[১১]। বৰ্তমান প্ৰসংগত সেই গ্ৰন্থসমূহৰ আলোচনা অনাৱশ্যক ভাবি সেই বিষয় পৰিহাৰ কৰা হ'ল।

### ৭.২.০ হেমচন্দ্ৰ বৰুৱা ঃ

আনন্দৰাম ঢেকিয়াল ফুকনৰ দৰে 'অৰুনোদই'ত প্ৰথম লিখিবলৈ আৰম্ভ কৰি পৰবৰ্তী কালত আগশাৰীৰ সাহিত্যিকৰূপে পৰিগণিত হোৱা দ্বিতীয় গৰাকী ব্যক্তি হ'ল হেমচন্দ্ৰ বৰুৱা (১৮৩৫-১৮৯৬)। ১৮৫৬ খ্ৰীষ্টাব্দৰ এপ্ৰিল সংখ্যা কাকতত 'অনেক বিয়া কৰা অজুগুত' শীৰ্ষক প্ৰবন্ধ লেখা শ্ৰীসোনাৰ চাঁদ যে হেমচন্দ্ৰ বৰুৱাই সেই কথা ৺পানীন্দ্ৰ নাথ গগৈৰ 'লৰা শিক্ষা' আগছোৱাৰ উল্লেখ কৰি ডিম্বেশ্বৰ নেওগে স্পষ্টভাৱে দেখুৱাইছে[১২]। তৎকালীন শিৱসাগৰ জিলাৰ জিলাধিপতি কেপ্তেইন ব্ৰোডী চাহাব আৰু আমেৰিকান বেপ্তিষ্ট মিছনেৰীসকলৰ সংস্পৰ্শলৈ আহি পৰিয়ালৰ বাধা সত্ত্বেও ইংৰাজী শিক্ষা লাভ কৰা হেমচন্দ্ৰ বৰুৱা পৰবৰ্তী জীৱনত সমাজ সংস্কাৰক আৰু অসমীয়া ভাষাৰ "ওজা"ৰূপে স্বীকৃত হৈছে। অসমীয়া সমাজ গঠন আৰু আধুনিক অসমীয়া সাহিত্যৰ বিকাশত হেমচন্দ্ৰ বৰুৱাই যোগোৱা বৰঙণিৰ তাৎপৰ্যৰ বিষয়ে ব্যাখ্যা নিষ্প্ৰয়োজন।

হেমচন্দ্ৰ বৰুৱাৰ অক্ষয় কীৰ্তি 'হেমকোষ' অভিধান (১৯০০), মাতৃভাষাত ৰচনা কৰা অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ 'অসমীয়া ভাষাৰ ব্যাকৰণ' (১৮৫৯), উচ্চ মানদণ্ডসম্পন্ন পাঠ্যপুথি 'পাঠমালা' (১৮৬০), 'আদিপাঠ' (আদি ছোৱা, ১৮৭৫;

---

১০ আনন্দৰাম ঢেকিয়াল ফুকন ঃ (ক) *ফুকন দেৱান কায়দা বন্দি*, কলিকতা, ১৮৪৯

(খ) *সদৰ দেয়ানী নিষ্পত্তি*, কলিকতা, ১৮৫০

(গ) *আইন ও ব্যবস্থা. সংগ্ৰহ*, ১ম খণ্ড, কলিকতা, ১৮৫৫

১১ দ্ৰষ্টব্য ঃ ৪ৰ্থ অধ্যায়, পাদটীকা ৫৭ আৰু ৭২

১২ ডিম্বেশ্বৰ নেওগ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ.৫৯৮

মাজছোৱা, ১৮৭৬, শেহছোৱা, ১৮৭৬) প্ৰমুখ্যে পুথি কেইখন অসমীয়া ভাষা-সাহিত্য লৈ বিশিষ্ট দান ৰূপে সমাদৃত হৈছে। ইয়াৰ বাহিৰেও তেওঁ সংস্কাৰধৰ্মী মনোভাৱেৰে লিখি উলিযাইছে 'কানীযা কীৰ্তন' (১৮৬১) নামৰ ব্যঙ্গ্যাত্মক নাটক আৰু 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী" (১৮৭৬) শীৰ্ষক উপন্যাসধৰ্মী পুথি এখনি। পণ্ডিত হেমচন্দ্ৰ গোস্বামীযে অৱশ্যে এই পুথি অসমীয়া ভাষাৰ "প্ৰথম ধেমেলীযা সামাজিক উপন্যাস" বুলিযেই অভিহিত কৰিছে[১৩]। সাংবাদিক হিচাপে তেওঁ সুখ্যাতি আৰ্জি গৈছে "আসাম নিউচ' (১৮৮২-১৮৮৫) নামৰ দ্বিভাষিক সাপ্তাহিক কাকতখনৰ সম্পাদনাব জৰিযতে।

হেমচন্দ্ৰ বৰুৱাৰ লেখাত অসমীযা সমাজ-সংস্কৃতিৰ চিত্ৰ বিচাৰি উলিযাবলৈ হ'লে তেওঁৰ দ্বাৰা ৰচিত পাঠ্যপুথিসমূহ একাষৰীযাকৈ থৈ 'কানীযা কীৰ্তন' আৰু 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' শীৰ্ষক পুথি দুখন আৰু চতুৰ্থ ভাগ 'জোনাকী'ত প্ৰকাশিত 'আত্মজীৱন ৰচিত'[১৪] খনি পৰ্যালোচনা কৰিলেই সমুচিত প্ৰমাণ পোৱা যাব।

### ৭.২ ১ কানীয়া কীৰ্তন ঃ

হেমচন্দ্ৰ বৰুৱাৰ 'কানীযা কীৰ্তন'ৰ নামটোৰ প্ৰসংগতো এষাৰ ক'বলগীযা আছে। 'কানীযা-কীৰ্তন'ৰ ২য় সংস্কৰণৰ ইংৰাজী পাতনিত (তাৰিখ, ১০ মাৰ্চ, ১৮৬৮) পুথিৰ নাম ক'তো উল্লেখ কৰা নাই[১৫]। আনহাতে পুথিখনৰ নাম 'কানীযা কীৰ্তন'ৰূপে অসমীযা সাহিত্যৰ বুৰঞ্জী ৰচক ডিম্বেশ্বৰ নেওগ[১৬], ড০ মহেশ্বৰ নেওগ[১৭] আৰু ড০ সত্যেন্দ্ৰ নাথ শৰ্মাৰ[১৮] লেখাত পোৱা যায। পুথিৰ দশম তাঙৰণৰ প্ৰকাশকে নিজ বক্তব্যত "কানীযা কীৰ্ত্তৰ্ণ" (প্ৰামাদিক) লিখিলেও[১৯] বাহিৰে ভিতৰে ইযাক নামাংকিত কৰা হৈছে 'কানীয়াৰ কীৰ্তন' ৰূপেহে। পুথিখনৰ নামৰ এই ভিন্নতাৰ একো হেতু বিচাৰি পোৱা নাযায।

---

১৩ হেমচন্দ্ৰ গোস্বামী ঃ *হেমকোষ (প্ৰবন্ধ) বাঁহী*, ৭ম বছৰ, ৩য় সংখ্যা, পৃ ১৩২।

১৪ *জোনাকী*, ৪ৰ্থ খণ্ড, ১৮২৩-১৮২৪ শক, পৃ. ৩৯-৪৯, উৎস — Tilottama Misra, *op cit*, p 139 (fn)

১৫ হেমচন্দ্ৰ বৰুৱা ঃ *কানীযাৰ কীৰ্তন*, দশম তাঙ্গৰণ, ১৯৮৫, Preface, pp I-II

১৬ ডিম্বেশ্বৰ নেওগ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৬০১

১৭ মহেশ্বৰ নেওগ ঃ *অসমীযা সাহিত্যৰ ৰূপৰেখা*, প্ৰাগুক্ত, পৃ. ২৯৭

১৮ সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩০৫

১৯ হেমচন্দ্ৰ বৰুৱা ঃ *প্ৰাগুক্ত পুথি*, 'প্ৰকাশকৰ বক্তব্য'।

মহাপুৰুষ শংকৰদেৱৰ অমৰ সৃষ্টি 'কীৰ্তন'ৰ নামৰ অনুকৰণত পুথিৰ নামো ৰখা হৈছে "কানীয়া কীৰ্তন"। "কীৰ্তন' পুথি সমগ্ৰ অসমীয়া জাতিৰ আদৰৰ সম্পদ। সেই পুথিৰ লগত সামঞ্জস্য ৰাখি এইখনক কানীয়াসকলৰ 'কীৰ্তন' বুলি কৈ নামটোৰ যোগেদিয়ে কানিআক্ৰান্তসকলক ব্যঙ্গ্য কৰা হৈছে। 'সুদীৰ্ঘ কাল ধৰি অসমীয়া সমাজৰ মৰ্ম স্থানত আক্ৰমণ কৰি অহা কানিৰ কু-প্ৰভাৱৰ বিষয়ে উদঙাই দিয়াই এই পুস্তিকা প্ৰণয়নৰ উদ্দেশ্য' বুলি ৰচনা কৰা[২০] 'কানীয়া কীৰ্তন'ত অসমীয়া সমাজখন বহুলাংশে প্ৰতিফলিত হৈছে। আকাৰত ক্ষুদ্ৰ হ'লেও পুথিখনত অসমীয়া সমাজৰ ভালেমান দিশৰ ইংগিত পোৱা যায়।

৭.২.১ (ক) সামাজিক দিশ ঃ

(১) মহাপুৰুষীয়া পৰম্পৰা ঃ—

শংকৰদেৱ-মাধৱদেৱ প্ৰবৰ্তিত বৈষ্ণৱ ধৰ্ম আৰু তেৰাসকলে প্ৰবৰ্তন কৰি যোৱা পৰম্পৰাৰ প্ৰভাৱ 'কানীয়া কীৰ্তন'ত দৃষ্টিগোচৰ হয়। দুয়োজনা গুৰুৰ তিথিৰ বাবে ভাদ মাহটো অসমীয়া ভকত-বৈষ্ণৱৰ বাবে পবিত্ৰ মাহ। হেমচন্দ্ৰ বৰুৱাৰ ব্যঙ্গাত্মক সুৰত তাৰ প্ৰতিফলন ঘটিছে। পদ্মপাণি মহন্তই ভদ্ৰেশ্বৰ বৰুৱাৰ আগত কৈছে — "এতিয়া ভাদত দুজনা গুৰুৰ কীৰ্তন"[২১]। পৰবৰ্তী কালত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ শৈশৱ কালত নিজ গৃহত ভাদ মাহত শংকৰদেৱ-মাধৱদেৱ আৰু বদুলা আতাৰ তিনি কীৰ্তন কেনে উলহ-মালহেৰে উদ্‌যাপন কৰা হৈছিল তাৰ বিৱৰণ দিছে[২২]।

নাম ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনৰ ক্ষেত্ৰত মহন্তগৰাকীৰ বক্তব্য এনে ধৰণৰ — "নাম যেন বস্তুতকৈ বস্তু নাই, মহাপুৰুষ গুৰুৰ ধৰমতকৈ ধৰম নাই। এই ধৰমত ভুকুতি, মুকুতি দুইকো পোৱা যায়, অইন পন্থত প্ৰৱৰ্তিলে জীৱটিৰ অসজ গতি হয়"[২৩]। 'বৰসবাহ', 'পাল নাম', 'হীৰানাম' আদিৰ উল্লেখে তৎকালীন সমাজত প্ৰচলিত ধৰ্মীয় আচাৰ অনুষ্ঠানৰ আভাস দিয়ে[২৪]।

---

২০ *একে*, Preface, p. I

২১ *একে*, পৃ. ১০

২২ *লক্ষ্মীনাথ বেজবৰুৱা ঃ প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৫৮-৫৯

২৩ হেমচন্দ্ৰ বৰুৱা ঃ *প্ৰাগুক্ত পুথি*, পৃ. ১৭-১৮

২৪ *একে*, পৃ. ৩১

শুনাইছে তাত বাৰে বাৰে মহাপুৰুষ শংকৰদেৱৰ কীৰ্তন, দশমৰ পদ উদ্ধৃত কৰা হৈছে। অৱশ্যে হাস্যৰসাত্মক কৰি তোলাৰ স্বাৰ্থত সেই পদ মহন্তৰ দ্বাৰা বিকৃতভাৱে উচ্চাৰণ কৰোৱা হৈছে। তেনে এফাকি উপদেশ হ'ল — "অইন দেৱী-দেউ, নকৰিবা সেউ, গৃহকো ন যাইবা, পৰ্সাদ ন খাইবা, ভকতি হুব বিভিচাৰ"[২৫]। বহু কথিত, বহু আলোচিত এই পদফাকিৰ মূল এনে ধৰণৰ —

অন্য দেৱী দেৱ নকৰিবা সেৱ
নখাইবা প্ৰসাদ তাৰ।
মূৰ্তিকো নচাইবা গৃহো নপশিবা
ভক্তি হৈব ব্যভিচাৰ[২৬] ॥

(২) অসমীয়া মানুহৰ অনুকৰণ স্পৃহা ঃ

বেজবৰুৱাৰ ঘৰৰ মুকলি হোৱা বন্দী ৰণুৰ পুতেক ঘিণলগাই পিযদাৰ চাকৰি পোৱাত তেওঁ সাজপাৰ, মাত-কথা, আচাৰ-ব্যৱহাৰত কোনো পধ্যে চিনিব নোৱাৰা হৈ পৰিছে। অসমীয়া-বঙলা-হিন্দী মিহলি মাত মাতি তেওঁ হৈছে "বঙ্গালী বাবু"[২৭]। এনে ধৰণৰ বাবু বৰুৱাদেৱৰ সমসাযিক সমাজখনত যত্ৰ-তত্ৰ দেখিবলৈ পোৱা গৈছিল। যোৱা শতিকাৰ শেহ ছোৱাৰ আন এজনা প্ৰতিভাশালী লেখক লম্বোদৰ বৰা (১৮৬০-১৮৯২)ই তেওঁৰ "সদানন্দৰ কলাঘুমটি" নামৰ বিখ্যাত ৰচনাত কাল্পনিক চৰিত্ৰ সদানন্দই অসমীযা কাকতত নেলেখাৰ কাৰণ সম্পৰ্কত কৈছে, "তাৰ প্ৰথম কাৰণ, আপোনাৰ কাকত অসমীযা, — নহয় বঙ্গলা, নহয় ইংৰাজী; সদানন্দৰ মাতৃভাষা লিখা, কোৱা বা পঢা Beneath his dignity, (বৰ অপমানৰ কাম)"[২৮]। এই বিষযৰ অধিক নিদৰ্শন নিষ্প্ৰযোজন। 'কানীযা কীৰ্তন'ৰ পিযাদা চৰিত্ৰটোৰ জৰিযতে অসমীযা সমাজৰ সেইচাম মানুহক বিদ্ৰূপ কৰা হৈছে।

৭.২.১ (খ) সাংস্কৃতিক দিশ ঃ

(১) লোকবিশ্বাস-অন্ধবিশ্বাস ঃ—

'কানীযা কীৰ্তন'ত অসমৰ জনসাধাৰণৰ মাজত প্ৰচলিত বিশ্বাস বা অন্ধবিশ্বাস আদিযেও ঠাই পাইছে। আধুনিক যুগৰ শিক্ষা, সভ্যতা বা সংস্কাৰে এই ধাৰণাসমূহ

২৫ *একে*, পৃ. ১৮

২৬ *শ্ৰীশংকৰ বাক্যামৃত*, ১৯৬৪, মহাভাগৱত, ২য় স্কন্ধ, পদ ১৩৪১, পৃ. ৩৮১

২৭ হেমচন্দ্ৰ বৰুৱা ঃ *প্ৰাগুক্ত পুথি*, পৃ. ৪৩

২৮ নন্দ তালুকদাৰ (সংক. সম্পা.) ঃ *লম্বোদৰ বৰা ৰচনাৱলী*, ১৯৮৩, পৃ. ৪৭-৪৮

আঁতৰাই পঠোৱাটো সত্য। কিন্তু এশ ডেৰ শ বছৰ পূৰ্বৰ অশিক্ষিত জনসাধাৰণৰ মাজত সেইবোৰৰ প্ৰচলন সম্পৰ্কত দ্বিমত থাকিব নোৱাৰে। বৰুৱাদেৱৰ লেখাত তাৰ নিৰ্দশন ঃ

> মঙ্গলতী — (কড়ি-মুঠি আকও মাটিত পেলাই) আইচু আন একো কৰিব নে লাগে, শনিবাৰে বা মঙ্গলবাৰে দুপৰীয়া সাতুটী, নাই পাঁচুটী, নাইবা তিনিটী এৱাঁ ছোৱালীৰ হতুৱাই চোঁতালত, শুকানী-অপেশ্বৰাৰ নামে শুকুলা ফুল এৱাঁ-গাখীৰ আৰু কেঁচা পিঠাগুড়ি দি তুতি-তৰ্পণাকৈ মতাব; আৰু জলশাই-ডাঙ্গৰীৰ নামে পাঁচ জনমান ভকতক আমৰলীয়া হাঁহেৰে চাউল খুৱাব। ঘাইকৈ এফেৰি কানীয়া-সেৱা কৰিব[২৯]।

ভদ্ৰেশ্বৰ বৰুৱাৰ একমাত্ৰ পুত্ৰ কীৰ্তিকান্তৰ দিনে দিনে শুকাই খীণাই হাড়ে-ছালে লগা অবস্থা হোৱাত বৰুৱা পত্নী ললিতাই পুত্ৰৰ কল্যাণৰ কাৰণে মঙ্গলতীৰ দ্বাৰা মঙ্গল চোওৱাত তাই এইদৰে প্ৰতিবিধান দিছে। এনে ধৰণৰ ব্যৱস্থা আজিৰ সমাজতো একেবাৰে নথকা বুলি ক'ব নোৱাৰি।

**(২) ইংৰাজী শিক্ষাৰ প্ৰতি বিৰূপ মনোভাৱ ঃ–**

উপৰি উক্ত বৰুৱাই পুত্ৰক ইংৰাজী পঢ়িবলৈ নিদিলে, "কেনেবাকৈ তৰ্পণৰ পানী এচলু দিযে কি চিযে" বুলি আশা কৰি[৩০]। ইংৰাজী বা আন কোনো যাৱনিক ভাষা পঢ়িলে জাত যোৱা আৰু পিতৃ পুৰুষৰ তৰ্পণ জনাব নোৱাৰা কথাটো ঊনবিংশ শতিকাৰ সমাজখনত সুপ্ৰচলিত আছিল। এনে ধাৰণাৰ প্ৰচুৰ উদাহৰণ আগবঢ়াব পৰা যায় যদিও একমাত্ৰ নমুনা ৰূপে তিযকীয়া অধ্যাপকৰ ঘৰৰ পৰশুৰাম বৰুৱাই পুত্ৰ হলিৰাম অৰ্থাৎ হলিৰাম ঢেকিযাল ফুকন আৰু যজ্ঞৰাম অৰ্থাৎ যজ্ঞৰাম ফুকনক দিয়া শিক্ষাৰ পৰাই প্ৰসংগটো পৰিষ্কাৰ কৰিব পাৰি। প্ৰাসংগিক কথাখিনি এনে ধৰণৰ ঃ

> তেতিয়াৰ লোকসকলৰ এনে বিশ্বাস আছিল যে কোনো যাৱনিক ভাষা শিক্ষা কৰিলে পিতৃসকলক পিণ্ড-তৰ্পণ দিব নোৱাৰে। জ্যেষ্ঠ পুত্ৰই বিশেষ পিণ্ডাধিকাৰী। সেই নিমিত্তে হলিৰামক কেৱল সংস্কৃত ভাষা আৰু যজ্ঞৰামক সংস্কৃত আৰু যাৱনিক পাৰসী ভাষা শিক্ষা দিউৱা হৈছিল[৩১]।

---

২৯ হেমচন্দ্ৰ বৰুৱা ঃ *প্ৰাগুক্ত পুথি*, পৃ. ৩০-৩১

৩০ একে, পৃ. ৩৫

৩১ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১৩

'কানীয়া কীৰ্তন' লেখকে ইংৰাজী শিক্ষা লাভ কৰাৰ ক্ষেত্ৰত কিমান বিপৰ্যয়ৰ সন্মুখীন হ'ব লগাত পৰিছিল সেই বিষয়ে তেওঁ বিস্তৃতভাৱে বৰ্ণনা কৰি গৈছে[৩২]। সেয়েহে কাল্পনিক চৰিত্ৰ ভদ্ৰেশ্বৰ বৰুৱাৰ মুখেৰে প্ৰকাশ কৰিলেও এই উক্তি যে তৎকালীন সংৰক্ষণশীল সমাজৰ অধিকাংশ লোকৰ মুখৰ কথা এই বিষয়ে সন্দেহৰ সুৰুঙা নাথাকে।

৭.২.১. (গ) ভাষা-সাহিত্য ঃ

ভকতীয়া গদ্যৰীতি ঃ—

আলোচ্যমান পুথিত ভকতীয়া আৰ্হিৰ উক্তি-প্ৰত্যুক্তি প্ৰচুৰ আছে। এনে ধৰণৰ সহজ- সৰল অথচ ৰজিতা খোৱা সংলাপ চৰিত্ৰৰ মুখত দিয়া বাবে উক্তি-প্ৰত্যুক্তিসমূহ সুখপাঠ্য হৈ উঠিছে। একে প্ৰসংগতে উল্লেখ কৰিব পাৰি জতুৱা ঠাঁচৰ ব্যৱহাৰৰ কথাটোও। ভকতীয়া আৰ্হিৰ লগতে অসমীয়া জতুৱা ঠাঁচৰ নিৰ্দৰ্শন এনেবোৰ সংলাপত পোৱা যায়ঃ

> পদ্ম — বাপা ! এতিয়া গুৱা-ভোজন কৰা নে যায়, ফুৰা গা। নোৱৰাত থাকি জানিবা দৰবফেৰি খোৱা গল, তাতে বৰ তিতা লাগিল দেখি গাখীৰ-কলেৰে তিতাটো মাৰিলোঁহঁক ; আকও গুৱা ভোজন কৰিলে সদাচাৰ কত ৰব[৩৩] ?

নাটকত ব্যৱহাৰ কৰা এনেধৰণৰ বচনসমূহ তৎকালীন অসমৰ জনসাধাৰণৰ মুখৰ ভাষাভিন্ন আন একো নহয়।

ওপৰৰ আলোচনাই প্ৰমাণ কৰে যে নাট্যকাৰে চাৰিটা অঙ্ক, চৈধ্যটা দৃশ্য আৰু প্ৰায় ডেৰ কুৰিৰ ওচৰা-উচৰি চৰিত্ৰ সন্নিবেশ কৰি বিগত শতাব্দীৰ কানি আক্ৰান্ত অসমীয়া সমাজৰ ব্যঙ্গ চিত্ৰ অংকন কৰিছে। 'কানীয়া কীৰ্তন' নামৰ দাপোণখনত প্ৰতিফলিত হৈছে তৎকালীন সমাজৰ ভিন ভিন মৰ্যদা, ৰুচি আৰু জাতৰ মানুহৰ কানি সেৱনৰ বিশ্বাসযোগ্য চিত্ৰ। মহাপুৰুষীয়া পন্থাৰ প্ৰবৰ্তকৰপৰা আৰম্ভ কৰি সমাজৰ সম্ভ্ৰান্ত লোককে ধৰি সৰ্বসাধাৰণ যদু-মধুলৈকে কানিগ্ৰস্তসকলৰ প্ৰতিচ্ছবি এই দাপোণে তুলি ধৰিছে।

---

৩২ হেমচন্দ্ৰ বৰুৱাৰ '*আত্মজীৱন চৰিত*'ৰ আলোচনাৰ প্ৰসংগত বিষয়টোৱে ঠাই পাইছে। দ্ৰষ্টব্য ঃ বৰ্তমান অধ্যায়, উপ-শিতান - ৭.২.৩

৩৩ হেমচন্দ্ৰ বৰুৱা ঃ *প্ৰাগুক্ত পুথি*, পৃ. ১৪

### ৭.২.২ বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰী ঃ

ৰংচঙীয়া কোৱাভাতুৰীৰ দৰে যোৱা শতিকাৰ অসমীয়া সমাজৰ ভিতৰ ফোপোলা ৰূপটো 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' (১৮৭৬)ত উদঙাই দেখুওৱা হৈছে। হাস্যৰসৰ আশ্ৰয় লৈ লেখকে এই পুথিত ধৰ্মৰ নামত চলা অনীতি, চিকিৎসাৰ নামত চলা অন্ধ বিশ্বাস আৰু কুসংস্কাৰ তথা বংশমৰ্যদাৰ নামত চলা দুৰ্নীতি-ব্যভিচাৰ আদিৰ স্বৰূপ প্ৰকাশ কৰিছে। তাকে কৰিবলৈ যাওঁতে অসমীয়া সংস্কৃতিয়েও ঠায়ে ঠায়ে ভুমুকি মাৰিছেহি। অৱশ্যে সাংস্কৃতিক দিশৰ এই ইংগিতবোৰ ইতিপূৰ্বে আলোচিত 'কানীয়া কীৰ্তন'ত কৈ বৰ পৃথক বুলিব নোৱাৰি।

### ৭.২.২ (ক) সামাজিক দিশ ঃ

#### (১) বৈষ্ণৱ ধৰ্মৰ ৰেঙনি ঃ—

পুথিৰ এটা আখ্যানৰ নায়ক কোৰখনীয়া সত্ৰৰ গোবৰ্ধন দেউ আতাৰ চৰিত্ৰ বৰ্ণনা কৰোঁতে বৈষ্ণৱ ধৰ্মৰ প্ৰধান গ্ৰন্থকেইখন আৰু গীত-পদৰ কথা উল্লেখ কৰি লেখকে বৰ্ণনীয় বিষয় বেছি ওচৰ চপাই আনিছে — "ঘোষা, কীৰ্তন, ৰত্নাৱলী— এই তিনিখানি শাস্ত্ৰ প্ৰভুৰ ওষ্ঠাগ্ৰ; ইয়াত বাজে গুণমালা, ভটিমা, চপয়, তোটয় এইবিলাক মুখে আঁখে ফুটাৰ দৰে ফুটে"[৩৪]। কথাফাঁকিৰ দ্বাৰা গোবৰ্ধন দেউক মাধ্যম হিচাপে লৈ শাস্ত্ৰজ্ঞানহীন, বাহিৰত ধৰ্মগুৰু বোলোৱাসকলৰ স্বৰূপ প্ৰকাশ কৰা হৈছে।

#### (২) শিক্ষাৰ প্ৰতি বিদ্বেষ ঃ-

পশ্চিমীয়া শিক্ষা পদ্ধতিৰ প্ৰতি অসমীয়া মানুহৰ বিদ্বেষৰ বিষয়ে 'কানীয়া কীৰ্তন'ৰ প্ৰসংগত আলোচনা কৰি অহা হৈছে। সমাজৰ দূৰদৰ্শী ব্যক্তিসকলে কোম্পানীৰ দ্বাৰা প্ৰতিষ্ঠিত স্কুলৰ প্ৰতি আদৰণি জনালেও একেখন সমাজৰে এচামৰ এনে শিক্ষানু ্ঠানৰ প্ৰাত আছিল বিৰূপ মনোভাৱ। চিৰস্তাদাৰ ভণ্ডেশ্বৰ বৰুৱাৰ বৰ চ'ৰাত বহা পাৰি·'দসকলৰ ভিতৰত 'পণ্ডিত' লোক এজনৰ কথাত তাৰেই প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। তেওঁ এই দেশৰ মানুহৰ জাত-কুল নিঃশেষ কৰা বুলি স্কুলকেই জগৰীয়া কৰিছে[৩৫]।

---

৩৪ হেমচন্দ্ৰ বৰুৱা ঃ *বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী,* ১৯৫৯, পৃ. ১

৩৫ *একে,* পৃ. ১১

৭.২.২ (খ) সাংস্কৃতিক দিশ ঃ

সম্ভ্ৰান্ত অসমীয়া লোকৰ সাজপাৰ ঃ-

পুথিৰ কাল্পনিক চৰিত্ৰ ভগুেশ্বৰ বৰুৱাৰ গাত যিখিনি সাজপাৰ আছে তাৰ পৰা সেই যুগৰ সম্ভ্ৰান্ত অসমীয়াৰ সাজসজ্জা সম্পৰ্কে ধাৰণা কৰাৰ স্থল আছে। তেওঁ পিন্ধিছে "আটক ধুনীয়া, মেজাঙ্কৰীৰ এসেৰ সূতাৰ থোৰভঙ্গা বৰ চুৰিয়া, গাত সাতকলীয়া এঙ্গাচোলা, তাৰ ওপৰত জোলাশলীয়া জেওঁৰা-বনিয়া যুৰীয়া কাপোৰ, মূৰত মালতী ফুলৰ চাকী সমন্বিতে উধনীয়া খোপা, তাৰ ওপৰত খেঁকেৰুপতীয়া পাগ...."[৩৬] ইত্যাদি।

কু-সংস্কাৰ, অন্ধবিশ্বাস ঃ-

সমসাময়িক সমাজত প্ৰচলিত কু-সংস্কাৰ, অন্ধবিশ্বাস আৰু লোকাচাৰৰ বিষয়ে ইতিপূৰ্বে আলোচনা কৰি অহা হৈছে। আলোচ্যমান পুথিৰ হেড় কেৰাণী অসমীয়া ডেকাজনে নিজকে শিক্ষিত তথা কু-সংস্কাৰ আৰু অন্ধবিশ্বাসৰপৰা মুক্ত বুলি দাবী কৰি বঙলাৰ লগত ইংৰাজী মিহলাই কথা কৈহে সুখ পায। কিন্তু –

> লৰাৰ নৰিয়া হলে বাবুয়ে খেতৰৰ মন্ত্ৰ বিচাৰে, ফেঁচা চালত পৰিলে বৰ সবাহ কৰে, সংক্ৰান্তিৰ অশুভ গুচাবলৈ বৰ দলৈয়ে দিয়া সৰ্বৌষধি জলেৰে গা ধোৱে, ষাঁঠত চৰু পেলায়, জন্মাষ্টমীত লঘোন কৰি নাড়ী শুকাই মৰে, তাঁচ-চৌপট খেদাকে দেশৰ উন্নতি বোলে[৩৭]।

এনে "শিক্ষিত" লোক যে সেই সময়ৰ সমাজত অনেক আছিল তাহানি ৰচিত পুথি-পাঁজিসমূহে তাৰ প্ৰমাণ দিয়ে। আকৌ গোবৰ্ধন দেউ কঠাল চুৰি মোকৰ্দ্দমাত অভিযুক্ত হোৱাত তেওঁৰ শিষ্যা, মৰ্কটেশ্বৰ ফুকনৰ পত্নী আইচু দেওয়ে নানা দেৱতা-অপদেৱতাৰ পূজা কৰাটো কম আমোদজনক নহয়[৩৮]। সিও এইখন সমাজৰ বিগত দিনৰ চিত্ৰ।

বেমাৰ-আজাৰৰ সময়ত উপযুক্ত চিকিৎসা কৰাৰ পৰিবৰ্তে নানা কু-সংস্কাৰৰ শৰণাপন্ন হোৱাৰ চূড়ান্ত নিদৰ্শন দাঙি ধৰা হৈছে আইচু দেওৰ নৰিয়াৰ সময়ত। এই বৰ্ণনাত দেখুওৱা হৈছে তথাকথিত সম্ভ্ৰান্ত লোকৰ ঘৰতো ডাক্তৰী চিকিৎসাৰ মোল

---

৩৬ *একে* পৃ. ২২

৩৭ *একে* পৃ. ২৩-২৪

৩৮ *একে* পৃ. ৩০-৩১

নুবুজি "ছিদিৰ"এ ধৰা বুলি কৈ ছিদিৰৰ মন্ত্ৰেৰে জৰা-ফুকা কৰা আৰু নানা উদ্ভট কাৰ্য কৰি "আলান" দিয়াৰ বিষয়ে[৩৯]।

হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়া কীৰ্ত্তন' আৰু 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী'ৰ পূৰ্বে অসমীয়া সাহিত্যত এনে ধৰণৰ ব্যঙ্গ্যাত্মক ৰচনাৰ নিদৰ্শন নাছিল বুলিব পাৰি। দুয়োখন পুথি ৰচনাৰ উদ্দেশ্য আছিল হাস্যৰসৰ যোগেদি অসমীয়া সমাজৰ দোষ-দুৰ্বলতা আঁতৰাই তাৰ সংস্কাৰ সাধন কৰা। তাৰ উপৰি উক্ত পুথি দুখনে পৰবৰ্তী কালৰ সাহিত্যিকসকলক বিশেষভাৱে প্ৰভাৱান্বিত কৰাটো লক্ষ্যণীয়। সেয়েহে দাৰ্শনিক কবি কমলাকান্ত ভট্টাচাৰ্য্যই ক'বলৈ প্ৰয়াস পাইছিল, "শ্ৰীযুত সোণাৰ চাঁদ ডেকা বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী' পুথিয়েইহে অসমৰ বেদ বা ধৰ্মশাস্ত্ৰ"[৪০]। হেমচন্দ্ৰৰ ব্যঙ্গ্য বিদ্ৰূপৰ ধাৰাই ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাক হাস্য-ব্যঙ্গ্য ৰসৰ সাহিত্য সৃষ্টিত অনুপ্ৰেৰণা যোগোৱাৰ নিদৰ্শন আছে। দুয়োজন লেখকৰ থেমেলীয়া ৰচনাৰ তুলনামূলক বিচাৰ বৰ্তমান অধ্যয়নৰ বিষয়বস্তু নহয় যদিও এই কথা নিঃসন্দেহে ক'ব পাৰি যে হেমচন্দ্ৰৰ দৰে লক্ষ্মীনাথৰ হাস্যৰসযুক্ত সাহিত্যৰাজিৰো উদ্দেশ্য আছিল অসমীয়া সমাজৰ সংস্কাৰ সাধন কৰা। বিশেষকৈ বেজবৰুৱাই হেমচন্দ্ৰ সম্পাদিত 'আসাম নিউজ' পঢ়িহে অসমীয়া ভাষাত ৰচনা লেখিবলৈ শিকা[৪১] বোলা কথাৰপৰা ধাৰণা কৰিব পাৰি যে তেওঁ নিশ্চয় একেজন লেখকৰ ব্যঙ্গ্যাত্মক ৰচনাৰাজিৰ দ্বাৰা হাস্যৰসাত্মক সাহিত্য সৃষ্টি কৰিবলৈ অনুপ্ৰেৰণা লাভ কৰিছিল।

### ৭.২.৩. আত্ম জীৱন চৰিত ঃ

হেমচন্দ্ৰ বৰুৱাৰ 'আত্ম জীৱন চৰিত' প্ৰথমতে প্ৰকাশ পোৱা 'জোনাকী' কাকত সম্প্ৰতি দুষ্প্ৰাপ্য। সৰ্বেশ্বৰ কটকী ৰচিত জীৱনীখনত হেমচন্দ্ৰৰ আত্মজীৱনীৰ অংশ বিশেষ পোৱা যায়[৪২]। কিন্তু এই পুথিত নথকা এটা বুজন অংশ 'স্নাতকৰ কথা বন্ধ'ত অন্তৰ্ভুক্ত হৈছে[৪৩]। সেয়েহে বৰ্তমান আলোচনাত শেষোক্ত গ্ৰন্থখন আধাৰ গ্ৰন্থ হিচাপে লোৱা হ'ল।

---

৩৯ *একে* পৃ. ৩৮

৪০ প্ৰফুল্ল দত্ত গোস্বামী (সম্পা.) ঃ *কামিনী কান্তৰ চৰিত্ৰ*, ১৯৬০, পৃ. ২৮ (পাদটীকা)

৪১ লক্ষ্মীনাথ বেজবৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৬৫

৪২ সৰ্বেশ্বৰ কটকী ঃ *হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত*, ১৮৪৯ শক।

৪৩ মহেশ্বৰ নেওগ (সংক., সম্পা.) ঃ *স্নাতকৰ কথাবন্ধ*, ২য় খণ্ড, ১৯৭৫, পৃ. ১-১০

৭.২.৩. (ক) সামাজিক চিত্ৰ ঃ

**ইংৰাজী শিক্ষাৰ বিৰোধিতা ঃ—**

আধুনিক যুগৰ আৰম্ভণিতে ইংৰাজী শিক্ষা লাভ কৰিলে জাত যোৱাৰ প্ৰসংগটো একাধিক স্থানত পাই অহা হৈছে। আধুনিক অসমীয়া সমাজৰ বুনিয়াদ ৰচোঁতাসকলৰ অন্যতম হেমচন্দ্ৰ বৰুৱাই বাৰে বাৰে বাধাৰ সন্মুখীন হৈয়ো ইংৰাজী শিক্ষা লাভ কৰিবলৈ পিছ নুহুহকিছিল। তেওঁৰ দদায়েক তথা অভিভাৱক, শিৱসাগৰ কালেক্টৰিৰ চিৰস্তাদাৰ লক্ষ্মীনাথ বৰুৱা 'ইংৰাজী শিক্ষাৰ গোটেই বিৰোধী আছিল'[৪৪]। তথাপি তৎকালীন শিৱসাগৰ জিলাৰ অধিপতি কাপ্টান ব্ৰোডী চাহাবৰপৰা ইংৰাজী বৰ্ণবিন্যাসৰ পুথি খুজি আনি গোপনে সেই ভষাৰ চৰ্চা কৰিবলৈ লৈছিল। কিন্তু ইংৰাজী শিক্ষা লাভৰ সংবাদ তেওঁৰ দদায়েকৰ কাণত নপৰাকৈ নাথাকিল। ফলত "এই সংবাদে তেওঁক পানীৰ ছাট পোৱা পকা তেলৰ দৰে জ্বলালে, আৰু মোৰ ফলি পুথি বান্ধি লৈ ঘৰলৈ উলটি অহা আৰু ইংৰাজী বিদ্যাক বিসৰ্জন দিয়াই তাৰ ফল হ'ল"[৪৫]।

কিন্তু ইংৰাজী শিক্ষাৰ প্ৰতি এনে বিৰোধিতা অকল হেমচন্দ্ৰ বৰুৱাৰ দদায়েকৰে নহয়, দুই এক ব্যতিক্ৰমৰ বাহিৰে প্ৰায় প্ৰত্যেকৰে আছিল। তাৰ প্ৰমাণ তেওঁৰ লেখাত স্পষ্ট ঃ

> কবৰ সকাম নাই যে সেইকালত চিৰাস্তাদাৰ মনচুপ আদি ডাঙৰীয়াসকলৰ ইংৰাজী জানিবৰ বা লিখিবৰ একো প্ৰয়োজন নাছিল। আৰু কেৰাণীত বাজে আন সকলোৱেই ইংৰাজী বিদ্যাক ঘিণাইছিল[৪৬]।

এনে প্ৰবল প্ৰতিবন্ধকতাৰ মাজত তেওঁ ব্ৰোডী চাহাবৰ বাহিৰেও পিছৰ পৰ্যায়ত ক্ৰমে শিৱসাগৰ ইংৰাজী স্কুলৰ শিক্ষক পৰমানন্দ ভৰালী আৰু আমেৰিকান মিছনেৰীসকলৰ সহযোগত ইংৰাজীৰ জ্ঞান-তৃষ্ণা পূৰ কৰিছিল।

**অসমীয়া মানুহৰ বঙলা ভাষা প্ৰীতি ঃ—**

উনবিংশ শতিকাৰ অসমীয়া সমাজত বঙলা ভাষাৰ আদৰৰ বিষয়ে ইতিমধ্যে বিস্তৃতভাৱে আলোচনা কৰা হৈছে[৪৭]। হেমচন্দ্ৰ বৰুৱাৰ 'আত্ম জীৱন চৰিত'ত এই প্ৰসংগই বাৰে বাৰে স্থান পাইছে। এনে এক তথ্যসমৃদ্ধ অথচ চমু মন্তব্য হ'ল, "অসমীয়া

---

৪৪ *একে গ্ৰন্থ*, পৃ. ৩

৪৫ *একে গ্ৰন্থ*, পৃ. ৪

৪৬ *একে গ্ৰন্থ*, পৃ. ৭

৪৭ চতুৰ্থ অধ্যায়ত আলোচিত হৈছে।

ডেকাবিলাক যে বঙালী বাইৰ সলনি অসমীয়া মাতৃক আদৰ কৰিবলৈ আগ বাঢ়িছিল, তাতো মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকনৰ পাছতে গুণাভিৰাম বৰুৱা পথ প্ৰদৰ্শক হৈছিল"[৪৮]।

### ৭.২.৩ (খ) শৈক্ষিক দিশ ঃ

**সংস্কৃত ভাষাৰ অধ্যয়ন-অধ্যাপনা ঃ-**

প্ৰচীন যুগৰেপৰা কোম্পানীৰ শাসনৰ আগলৈকে অসমত সংস্কৃত ভাষা সাহিত্য সমাদৃত আছিল[৪৯]। হেমচন্দ্ৰ বৰুৱাৰ সমসাময়িক অসমতো বিশেষ গুৰুত্বেৰে সৈতে সংস্কৃতৰ পঠন-পাঠন হৈছিল। তেওঁৰ বিদ্যাৰম্ভৰ প্ৰসংগত দিয়া সূক্ষ্মাতিসূক্ষ্ম বৰ্ণনা[৫০] যে তৎকালীন সমাজত প্ৰচলিত শিক্ষা পদ্ধতিৰ এই এটা দিশ এই বিষয়ে সন্দেহৰ অৱকাশ নাথাকে। দৈনন্দিন জীৱনত তেওঁ প্ৰচুৰ সময় সংস্কৃত ভাষা অধ্যয়নত ব্যয় কৰিছিল। হেমচন্দ্ৰৰ নিজৰ ভাষাত ঃ

> ৰাতিপুৱা দহ বজা মানলে সংস্কৃত পঢ়া, পাছে এঘাৰ বজাত কাছাৰিলৈ গৈ পুনৰায় চাৰি বজা মানৰ পৰা আঠ কি ন বজামানলৈকে সংস্কৃতৰ অনুশীলন কৰা মোৰ দৈনিক কাৰ্য আছিল। সন্ধ্যা সময়ত মাথোন অলপ আজৰি পাইছিলো[৫১]।

সংস্কৃত ভাষাৰ প্ৰতি 'আত্ম জীৱন চৰিত' কাৰৰ এনে আগ্ৰহ আৰু আন্তৰিকতাৰ বিনিময়ত তেওঁ যথোপযুক্ত সন্মান আৰু স্বীকৃতিও নোপোৱাকৈ থকা নাছিল। কনকলাল বৰুৱাই তথ্যপাতিৰে বিষয়টো প্ৰতিপন্ন কৰি গৈছে[৫২]। হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' অভিধান আৰু 'অসমীয়া ভাষাৰ ব্যাকৰণ' এনে নিৰলস সংস্কৃত অধ্যয়নৰ ফলশ্ৰুতি।

**স ংস্কৃত শিক্ষাৰ ব্যক্তিগত অনুষ্ঠান ঃ—**

প্ৰা ীন অসমত ৰজা, ৰাজন্যবৰ্গ আৰু অন্য দুই এক সম্ভ্ৰান্ত ব্যক্তিয়ে ছাত্ৰৰ উপকাৰৰ অৰ্থে নিজ গৃহৰ লগতে টোল বা ছাত্ৰশালা পাতি শিক্ষা বিস্তাৰ কৰাৰ

---

৪৮ মহেশ্বৰ নেওগ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৬-৭

৪৯ দ্বিতীয় অধ্যায়, ২.৬ উপ-শিতানত এই বিষয়ৰ আলোচনাই ঠাই পাইছে।

৫০ মহেশ্বৰ নেওগ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২

৫১ *একে গ্ৰন্থ*, পৃ. ৪

৫২ কনকলাল বৰুৱা ঃ হেমচন্দ্ৰ বৰুৱা (প্ৰবন্ধ), *বাঁহী*, প্ৰাগুক্ত, পৃ. ১২৯

উদাহৰণ প্ৰচুৰ[৫৩]। মহাপুৰুষ শংকৰদেৱে মহেন্দ্ৰ কন্দলিৰ ঘৰত থকা এনে এখন টোলতে প্ৰাথমিক শিক্ষা লাভ কৰাৰ সংবাদ অসমীয়া পাঠকৰ বাবে নতুন নহয়[৫৪]। হেমচন্দ্ৰ বৰুৱাৰ সময়তো এনে টোল বা পঢ়াশালি স্থাপন কৰি শিক্ষা দান কৰাৰ ব্যৱস্থা আছিল। তেওঁৰ দদায়েক লক্ষ্মীনাথ বৰুৱাই নিজঘৰৰ আগত এখন পঢ়াশালি পাতি পুত্ৰ পদ্মনাথ, হেমচন্দ্ৰ আৰু অন্যান্য ছাত্ৰসকলক পঢ়াৰ সুবিধা কৰি দিছিল[৫৫]। এনে ধৰণে সেই যুগত সকলো ঠাইতে বিদ্যোৎসাহী ব্যক্তিসকলে জ্ঞানবিস্তাৰত ইন্ধন যোগোৱাৰ প্ৰমাণ পোৱা যায়।

### শিক্ষা বিস্তাৰত বিদেশী চাহাব :—

উনবিংশ শতিকাৰ অসমত শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত বিদেশী চাহাববিলাক কেনে ভূমিকাত অৱতীৰ্ণ হৈছিল সেই বিষয়ে তথ্যপাতিৰ অভাৱ নাই। আধুনিক অসমীয়া সমাজৰ অগ্ৰদূত আনন্দৰাম ঢেকিয়াল ফুকন আৰু সেই কালৰ অন্যান্য মেধাৱী ছাত্ৰৰ কলিকতাত পঢ়া-শুনা বিষয়ত মেথী আৰু জেন্‌কিন্স চাহাবৰ উদ্যোগ আছিল লেখতল'বলগীয়া[৫৬]।

প্ৰায় একে ভূমিকা পালন কৰিছিল শিৱসাগৰ জিলাৰ অধিপতি ব্ৰোডী চাহাবেও। হেমচন্দ্ৰক ইংৰাজী শিক্ষাত সহায় কৰা ব্ৰোডী চাহাবে তেওঁক হিন্দী শিকোৱাৰ লগতে অন্যান্য ল'ৰাৰ পঢ়া-শুনাতো উৎসাহ দিছিল। "ব্ৰোডী চাহাবৰ ঘৰলৈ গৈ দেৱনাগৰী আখৰেৰে লিখা হিন্দী অৰ্থাৎ ব্ৰজভাষা শিকিছিলো। তেওঁ বৰ বিদ্যোতসাহী আছিল আৰু বিদ্যা শিক্ষাত যত্ন কৰা ডেকাবিলাকক বৰ মৰম কৰিছিল"[৫৭]। এই প্ৰসংগত উল্লেখ কৰা বাঞ্ছনীয় যে 'পাষাণ প্ৰতিমা'ৰ সুখ্যাত কবি শৈলধৰ ৰাজখোৱা (১৮৯০-১৯৬৮)ৰ মাতৃৰ বিয়াৰ আগতেই শিৱসাগৰ নগৰত মিছনেৰী চাহাবসকলৰ মেমবিলাকে অসমীয়া জীয়াৰী-বোৱাৰীসকলক উল আৰু চিলাইৰ কাম শিকোৱাৰ লগতে চাহাববিলাকে লিখা অসমীয়া কিতাপবোৰ পঢ়িবলৈ দিছিল[৫৮]।

---

৫৩ S. Rajguru : *op.cit.*, p. 385

৫৪ উপেন্দ্ৰ চন্দ্ৰ লেখাৰু (সম্পা.) : *কথা-গুৰু-চৰিত*, ১৯৫২, পৃ. ২৫

৫৫ মহেশ্বৰ নেওগ : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৪-৫

৫৬ গুণাভিৰাম বৰুৱা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩

৫৭ মহেশ্বৰ নেওগ : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩

৫৮ শৈলধৰ ৰাজখোৱা : *অতীতৰ সোঁৱৰণী*, ১৯৬৯, পৃ. ১৬

উত্থাপিত প্ৰসংগসমূহৰপৰা এই কথা প্ৰমাণিত হয় যে হেমচন্দ্ৰ বৰুৱাৰ সীমিত আকাৰৰ 'আ: জীৱন চৰিত'খনতো যোৱা শতিকাৰ অসমীয়া সমাজ-সংস্কৃতি সম্বন্ধে ভালেমান গুৰুত্বপূৰ্ণ তথ্যই স্থান পাইছে।

**৭.৩.০ গুণাভিৰাম বৰুৱা ঃ**

বিগত শতিকাত আধুনিক অসমীয়া সমাজ নিৰ্মাণৰ তৃতীয়জন খনিকৰ হ'ল গুণাভিৰাম বৰুৱা (১৮৩৭-১৮৯৪)। সৰুতে পিতৃহীন হোৱা গুণাভিৰামে তেওঁৰ সম্পৰ্কীয় আনন্দৰাম ঢেকিয়াল ফুকনৰ তত্ত্বাৱধানত কলিকতাৰ প্ৰেচিডেন্সি কলেজত দুবছৰ শিক্ষা লাভ কৰি আইনো অধ্যয়ন কৰে। বৃটিছ চৰকাৰৰ অধীনত ডেৰ কুৰি বছৰ কাল (১৮৬০-১৮৯০) এক্সট্ৰা-এছিষ্টেণ্ট কমিচনাৰৰ দায়িত্ব বহন কৰা গুণাভিৰামৰ অসমীয়া ভাষা-সাহিত্যলৈ বৰঙণি বিস্তৰ। নিজে সাহিত্য সৃষ্টিত আত্মনিয়োগ কৰাৰ উপৰিও তেওঁ আনক পুথি পাঁজি ৰচনা কৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল। গুণাভিৰাম নগাঁৱত থকা কালত তেওঁক কেন্দ্ৰ কৰি এদল সাহিত্যিক সৃষ্টি হোৱাৰ বিষয়ে উল্লিখিত হৈছে[৫৯]। তেওঁ আনৰ পুথি প্ৰকাশ কৰাৰ দৰে গুৰুত্বপূৰ্ণ কামো সম্পাদন কৰাটো লক্ষ্যণীয়। নিদৰ্শন স্বৰূপে বিগত শতাব্দীৰ এখন অতি জনপ্ৰিয় অসমীয়া পাঠ্যপুথি 'অসমীয়া লৰাৰ ব্যাকৰণ'খনলৈ আঙুলিয়াব পাৰি[৬০]। ইয়াৰ বাহিৰেও 'অৰুনোদই'ত প্ৰকাশিত তথ্য অনুসৰি 'বাবু গুণাভিৰাম ডেকা বৰুআৰ ওপৰত চপাৰ ভাৰ অৰ্পন কৰা' পুথি 'গুনমালা আৰু ঘোসা' আছেই[৬১]।

আনন্দৰাম আৰু হেমচন্দ্ৰৰ দৰে গুণাভিৰামৰো সাহিত্যিক জীৱন অংকুৰিত হয় 'অৰুনোদই'ৰ পাততে। 'কলিকতা নগৰত থকা এজন অচমিয়া লোক' নামেৰে কাকতখনৰ সম্পাদকলৈ পত্ৰ লিখিবলৈ লোৱা মানুহজনক ষোল বছৰীয়া গুণাভিৰাম বুলি ধৰা হৈছে[৬২]। এওঁৰ কাপনিসৃত ৰচনাৰাজি হ'ল 'ৰামনবমী নাটক' (ৰচনা ১৮৫৭, প্ৰকাশ ১৮৭০), 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ' (১৮৮০), 'আসাম বুৰঞ্জী' (১৮৮৪) আৰু 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' (পুথিৰূপে প্ৰকাশ ১৯১২)। ইয়াৰ বাহিৰেও তেওঁ সম্পাদনা কৰি উলিয়াইছিল 'আসাম বন্ধু' (১৮৮৫-১৮৮৬) নামৰ মাহেকীয়া কাকতখনি। 'আসাম বন্ধু'ৰ দুটা সংখ্যাত (১৮৮৬) আধৰুৱাভাৱে

---

৫৯ বেণুধৰ শৰ্মা ঃ *অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী*, প্ৰাগুক্ত , পৃ. ২০

৬০ দীনবন্ধু তৰ্কালংকাৰ ঃ *অসমীয়া লৰাৰ ব্যাকৰণ*, বিংশ সংস্কৰণ, কলিকতা, ১৮৯০ সাল।

৬১ *অৰুনোদই কাকত*, জুলাই ১৮৫৭, পৃ. ১০৩-৬

৬২ *অৰুনোদই*, পৃ. (ভূমিকা)'১৪৭

ওলোৱা 'বিবাহ্ ৰহস্য' নামৰ সামাজিক নাটকখনো একেজন লেখকৰ বুলি ধৰি লোৱা হয়।

গুণাভিৰাম বৰুৱাৰ লেখাত অসমৰ মাটি আৰু মানুহৰ চিত্ৰ পাবলৈ হ'লে তেওঁৰ 'ৰাম নৱমী নাটক' আৰু 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ' শীৰ্ষক গ্ৰন্থ দুখন বিশ্লেষণ কৰিলেই সমুচিত প্ৰমাণ পোৱা যাব।

### ৭.৩.১ ৰাম নৱমী নাটক :

নাট্যকাৰ বৰুৱাদেৱৰ নিজ কথাত —

> ইংৰাজী ১৮৫৭ সনত ময় যেতিয়া কলিকতাৰ পৰা আপোন মাতৃভূমিলৈ আঁহো, বাটত এই ৰামনৱমী নাটকখানি ৰচনা কৰিছিলোঁ। পাছত সময়ে সময়ে অৰুণোদয় সম্বাদ পত্ৰত ই মুদ্ৰিত হইছিল[৬৩]।

নাটকখনি 'অৰুনোদই'ত একাদিক্ৰমে ওলোৱা নাছিল। প্ৰথম অংক, পঞ্চম দৰ্শনটিহে প্ৰথমতে কাকতত মুদ্ৰিত হৈছিল[৬৪]। কাকতত‌কৈ কিতাপ আকাৰে প্ৰকাশৰ বেলিকা "অলপ লৰচৰ হইছে" বুলি নাট্যকাৰে নিজেই স্বীকাৰ কৰিছে[৬৫]। অসমীয়া ভাষাৰ প্ৰথম আধুনিক নাট 'ৰাম-নৱমী নাটক'ৰ পৰা অসমৰ সামাজিক সাংস্কৃতিক ইতিহাসৰ প্ৰচুৰ সমল সংগ্ৰহৰ স্থল আছে। এইবোৰ পৰ্যায়ক্ৰমে তলত বিশ্লেষণ কৰা হ'ল।

### ৭.৩.১ (ক) সমাজ আৰু সংস্কৃতিৰ চিত্ৰ :

**উৎসৱ পাৰ্বণ :—**

আলোচ্যমান নাটকৰপৰা তাহানিৰ অসমত উদ্‌যাপিত হোৱা পূজা-পাটল, উৎসৱ-পাৰ্বণ আদিৰ বিষয়ে অনেক তথ্য সংগ্ৰহ কৰিব পাৰি। সেই কালতো বিয়াত গীত-পদ, যোৰা-নাম আদিৰ বিশেষ সমাদৰ আছিল। নাটৰ নায়িকা নৱমীয়ে সখীয়েক

---

৬৩ গুণাভিৰাম শৰ্মা (বৰুৱা) : *ৰাম নৱমী নাটক*, আষাঢ় ১৭৯২, ভূমিকা, পৃ. ১। মূল ভূমিকাত থকা 'ৰ' (তলত ফুট দিয়া) বিলাক ইয়াত মাজেৰে কটা 'ৰ' কৰা হৈছে।

৬৪ *অৰুনোদই;* মাৰ্চ ১৮৫৮, পৃ. ৪০-৪১

৬৫ গুণাভিৰাম শৰ্মা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. একে

জয়ন্তীৰ বিষয়ে মাকক কওঁতে উক্ত মন্তব্যৰ প্ৰমাণ পৰিস্ফুট হৈছে ঃ

> আই ! সখীয়ে নাম দিবও পাৰে। মাতোটীও ভাল। পদো সৰহ জানে। আৰু কুমলী আইটীৰ বিয়াৰ দিনা এনেহে যোৰা নাম দিছিল দবাঘৰীয়া বিলাক কান্দি গল[৬৬]।

বৰ্তমান ৰাজ্যৰ সকলোতে জাতীয় উৎসৱৰ সন্মান পোৱা 'বিহু'ৰ বিষয়ে 'ৰামনৱমী নাটক' নিমাত নহয়। নাটৰ স্থান বিশেষে 'বহাগ বিহু' আৰু 'মাঘ বিহু'ৰ বিষয়ে সাধাৰণভাৱে উল্লেখ কৰা হৈছে[৬৭]। বহাগ বিহুৰ প্ৰথম দিনা নাহৰৰ পাতত মন্ত্ৰ এফাঁকি লেখি দুৱাৰমুখত আঁৰি থোৱা দস্তুৰ আজিও বহু অসমীয়া পৰিয়ালৰপৰা অন্তৰ্হিত হোৱা নাই। আলোচ্যমান নাটকতো নৱমীয়ে "বিহুৰ দিনা 'জেমিনিশ্চ' লেখিব লাগিব" বুলি নাহৰ গছৰ পাতৰ অনুসন্ধানত ওলোৱাটো মনকৰিবলগীয়া[৬৮]।

**পূজা-পাটল আৰু ধৰ্মীয় অনুষ্ঠান ঃ**

তৎকালীন সমাজত উদ্‌যাপিত 'শিৱৰাত্ৰি', 'ফাকুৱা' আৰু 'ৰামনৱমী' উৎসৱৰ বিষয়ে ইয়াত আভাস পোৱা গৈছে[৬৯]। 'শিৱৰাত্ৰি' উপলক্ষে ব্ৰত পালনৰো দস্তুৰ তেতিয়া আছিল।

**সাজ-পাৰ, আ-অলংকাৰ ঃ**

নৱমীৰ সখী জয়ন্তীয়ে 'সৰু সূতাৰ চেলেঙ্গ' লগোৱা আৰু সখীয়েকক 'আয়তিৰ দৰে কাপোৰ চাপোৰ পিন্ধাই দিয়া[৭০]'ৰ পৰম্পৰা আজিও অসমীয়া সমাজত অব্যাহত আছে। জয়ন্তীৰ উদ্যোগত ৰাম আৰু নৱমীৰ দৈহিক মিলনৰ আগমুহূৰ্তত নৱমীয়ে পিন্ধিবলৈ লোৱা অলংকাৰসমূহ প্ৰায় সবাৰে পৰিচিত। নৱমীৰ অলংকাৰৰ তালিকা – খাৰু, মণি, মাদলী, বাজু, সিতিপাতী, জুনুৰ, থুৰীয়া, চুৰী, নথ, চন্দ্ৰহাৰ ইত্যাদি[৭১]।

**আচাৰ-নীতি ঃ**

'ৰামনৱমী নাটক'ত সৰ্বসাধাৰণ অসমীয়া ৰাইজৰ মাজত প্ৰচলিত অনেক

---

৬৬ প্ৰসেনজিৎ চৌধুৰী (সম্পা.) ঃ *ৰামনৱমী নাটক*, ১৯৮৯, পৃ. ১০

৬৭ *একে গ্ৰন্থ*, পৃ. ২৮ আৰু পৃ. ৫০

৬৮ *একে গ্ৰন্থ*, পৃ. ১৭

৬৯ *একে গ্ৰন্থ*, পৃ. ৬,১১, আৰু ২৮

৭০ *একে গ্ৰন্থ*, পৃ. ৯ আৰু ৩৩

৭১ *একে গ্ৰন্থ*, পৃ. ৩৩

লোকাচাৰ, ৰীতি-নীতি আদিয়ে ঠাই পাইছে। এইবোৰ হ'ল সমাজৰ সকলো স্তৰৰ জনসাধাৰণৰ মাজত প্ৰচলিত ৰীতি নীতিৰ লগত নাট্যকাৰৰ পৰিচয়ৰ একোটা প্ৰমাণ স্বৰূপ। নমুনা হিচাপে ছোৱালীৰ নোৱাই তোলনী, তিৰোতা গৰ্ভৱতী হোৱাৰ লক্ষণ সম্পৰ্কে গাঁৱলীয়া স্ত্ৰীৰ ধাৰণা বা তিৰোতা মানুহে "গা-নোধোৱা" আদিলৈ নিৰ্দেশ কৰিব পাৰি[৭২]।

তৎকালীন সমাজত সত্ৰৰ গোঁসায়ে কেনেদৰে শিষ্য-প্ৰশিষ্যসকলৰ মাজত অপৰাধৰ বিচাৰ কৰি দণ্ড বিহিছিল তাৰো ইংগিত আলোচ্যমান নাটকত পোৱা যায়। ৰঘুক 'বিধিমতে ঘাটপানী এলাগ কৰা', বিধৱা নৱমী গৰ্ভৱতী হোৱা বাবে দেউতাক 'শিৱকান্তৰ ঘৰত চাট মাৰা' আৰু তেওঁক 'ঘাট পানীয়ে এলাগ কৰা' আদি তাৰ প্ৰমাণ[৭৩]।

**খেল-ধেমালি ঃ**

প্ৰায় ডেৰ শ বছৰ পূৰ্বৰ অসমীয়া মানুহৰ খেল-ধেমালি সম্পৰ্কে 'ৰামনৱমী নাটক' নিৰ্বাক নহয়। কামদেৱে তেওঁৰ বন্ধু তথা নাটৰ নায়ক ৰামচন্দ্ৰৰ ওচৰত প্ৰস্তাৱ দিছে — একেলগে লুইতত গা ধুই অহাৰ বাবে। কাৰণ অনেক দিন তেওঁ 'ৰামচন্দ্ৰৰ সইতে একেলগে গা ধোয়া নাই'[৭৪]।

তেতিয়াৰ দিনত মতা-মাইকী উভয়ে তাছ, "চৌপট" আদি খেলিছিল। নৱমীৰ মাতৃ ফুলেশ্বৰীয়ে জয়ন্তীক নিজৰ জীয়েকৰ লগত "তাছ-ছাছ" খেলিবলৈ কোৱা আৰু কামদেৱে বন্ধু ৰামচন্দ্ৰ আৰু অন্য দুজনৰ লগত "চৌপট অথবা তাছ খেদিম" বোলা কথাই তাত সমৰ্থন জনায়[৭৫]। "চৌপট" হ'ল "পাষটি মাৰি চালত গুটি বুলাই খেদা খেল বিশেষ, তাক পূৰ্বে চাৰিজনে খেদিছিল, এতিয়া দুজনেও খেদে; চাৰিজনে খেদিলে তাক চৌচাল বোলে"[৭৬]। সেই যুগৰ অসমীয়া মানুহে খেলা চৌপট বা পাশাকে ধৰি ভালেমান থলুৱা খেল-ধেমালিৰ বিৱৰণ নাট্যকাৰে স্থানান্তৰত দিছে[৭৭]।

---

৭২ *একে গ্ৰন্থ*, পৃ. ৩ আৰু ৫০

৭৩ *একে গ্ৰন্থ*, পৃ. ৫৬ আৰু ৫৮

৭৪ *একে গ্ৰন্থ*, পৃ. ৬

৭৫ *একে গ্ৰন্থ*, পৃ. ৯ আৰু ১৩

৭৬ *হেমকোষ*, ১৯৮৫, পৃ. ৩৩৯

৭৭ নগেন শইকীয়া (পুনঃ সম্পা.) ঃ *আসাম বন্ধু*, ১৯৮৪, ৩য়-৪ৰ্থ সংখ্যা, পৃ. ৫০৫

## ৭.৩.১ (খ) অৰ্থনৈতিক দিশ ঃ

অসমৰ বেপাৰ-বাণিজ্যৰ ক্ষেত্ৰত ৰাজ্যৰ বাহিৰৰ মাৰোৱাৰ আদি ঠাইৰ বণিক সম্প্ৰদায়ৰ কথা ইতিপূৰ্বে আলোচিত হৈছে[৭৮]। 'ৰামনৱমী নাটক'এও এই বিষয়ৰ কিছু সমল যোগান ধৰিছে। নাটৰ মাজে মাজে নিত্য ব্যৱহাৰ্য ইটো সিটো কিনাৰ প্ৰসংগত "কেয়া পটী", "ঢেকায়লী পটী" আৰু "কেয়াহঁতৰ ৰামনৱমী" পৰ্বৰ নাম পোৱা যায়[৭৯]। সেই যুগত যে থলুৱা ব্যৱসায়ী গোষ্ঠী এটা গঢ় লৈ উঠা নাছিল এইবোৰ তাৰ ইংগিতবহ সমৰ্থক।

## ৭.৩.১ (গ) ভাষা-সাহিত্য ঃ

ভাষা-সাহিত্যৰ দিশৰপৰা 'ৰামনৱমী নাটক'ত অধ্যয়নযোগ্য অনেক ক্ষেত্ৰ আছে। অসমীয়া জতুৱা ঠাঁচ, খণ্ড বাক্য, ফকৰা আদিৰ প্ৰয়োগ, অসমৰ প্ৰধান উপভাষা কামৰূপী উপভাষাৰ শব্দাৱলীৰ ব্যৱহাৰ, অংকীয়া নাটৰ সূত্ৰধাৰৰ কথা অথবা পদ, লেচাৰী আদি ছন্দৰ প্ৰয়োগে এনে মন্তব্যৰ সাৰবত্তা প্ৰমাণ কৰে। পুথিত ঠাই পোৱা জতুৱা ঠাঁচৰ নিদৰ্শন হ'ল "জ্বলা জুই", "কণা বিধতা" (পৃ.৩), "সাজলগা" (পৃ.৪) আদি। খণ্ডবাক্য কেইটামান হ'ল — "হলা গছত বাগী কুঠাৰ মাৰা" (পৃ.১০), "নেওচন কেওচন যোৱা" (পৃ.২৭) প্ৰভৃতি। "পচোৱা বতাহে দুৱাৰ মেলে, বৰলাৰ গাত দায়", (পৃ. ১৫) আদি ফকৰাৰ ব্যৱহাৰ 'ৰাম নৱমী নাটক'ৰ সংলাপৰ উজ্জ্বল দিশ। কামৰূপী উপভাষাৰ ভালেমান শব্দ, খণ্ডবাক্য আদিয়ে এই পুথিত ঠাই পাইছে। যেনে "বিক্চিনা লাগিল" (পৃ.৪৭), "পৰি মৰা, নষ্ট যোৱা", "ঠাট" (পৃ. ৪৮), "ভালক প্ৰতি কওঁ", "বাইধৰ আইধৰ" (পৃ. ৪৯) ইত্যাদি।

'ৰাম নৱমী নাটক' আয়তনত সৰু হ'লেও যোৱা শতিকাৰ অসমীয়া সমাজ জীৱনৰ অনেক তথ্য ইয়াত সন্নিবিষ্ট হৈছে। ওপৰত নমুনা হিচাপে আগবঢ়োৱা সীমিত সংখ্যক নিদৰ্শনৰপৰা এই পুথি তৎকালীন অসমীয়া সমাজৰ এখন দাপোণ বুলিব পাৰি।

## ৭.৩.২ আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ ঃ

অধুনিক অসমীয়া সমাজ প্ৰতিষ্ঠাৰ মহাৰথী আনন্দৰাম ঢেকিয়াল ফুকনৰ

---

৭৮ ২য় অধ্যায়, উপ-শিতান, ২-৫ দ্ৰষ্টব্য

৭৯ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩০, ৪১ আৰু ৪৫

সংক্ষিপ্ত অথচ মহিমামণ্ডিত জীৱন-বৃত্তান্ত লেখি উলিয়াইছে তেওঁৰে সম্পৰ্কীয় গুণাভিৰাম বৰুৱাই। ১৮৮০ খ্ৰীষ্টাব্দত প্ৰকাশিত এই পুথি আধুনিক অসমীয়া ভাষাৰ প্ৰথম জীৱনী। আনন্দৰামৰ জীৱনৰ পূৰ্ণাংগ চিত্ৰ অঁকাৰ বাবে লেখকে তেওঁৰ জন্মৰ বহু আগৰপৰা অৰ্থাৎ ১৭৮০ শকৰপৰা অসমৰ ইতিহাসৰ চমু পৰিচয় দিছে। ইয়াৰ ফলত পৰিস্ফুট হৈছে সমসাময়িক অসমৰ ৰাজনৈতিক চিত্ৰ। নায়কৰ জন্ম, তেওঁৰ শিক্ষা-দীক্ষা, তৎকালীন অসমৰ সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক পৰিস্থিতি আদিৰ চাক্ষুষ বিৱৰণ দিয়া বাবে ই এখন উল্লেখযোগ্য জীৱনী পুথিৰূপে পৰিগণিত হৈছে। গুণাভিৰামে দিয়া বৰ্ণনা অনুসৰি অসমীয়া সমাজৰ চিত্ৰ সম্পৰ্কে তলত চমু আলোচনা আগবঢ়োৱা হ'ল।

৭.৩.২ (ক) সামাজিক জীৱন ঃ

**পূজা-পাতল আৰু ধৰ্মীয় উৎসৱ পাৰ্বণ ঃ—**

আলোচ্যমান পুথিত বিগত শতাব্দীৰ অসমীয়া সমাজত পালিত নানাবিধ পূজা আ[illegible]ৰ্মীয় উৎসৱ আদিৰ বিৱৰণ সন্নিবিষ্ট হোৱাটো উল্লেখনীয়। হলিৰাম ঢেকিয়াল ফুক[illegible] সন্তান প্ৰাপ্তিৰ আশাত 'কাশীৰপৰা মংগল চণ্ডীৰ পূজা আৰু ব্ৰতৰ বিধান অনা'ৰ বিষ[illegible] জানিব পৰা যায়[৮০]। আনন্দৰামৰ শৈশৱ কালত তেওঁলোকৰ ঘৰত প্ৰতি বছৰে ফল্গুৎসৱ, জন্মাষ্টমী, গণেশ পূজা, দুৰ্গোৎসৱ, সত্যনাৰায়ণ, লক্ষ্মীপূজা আদি অনুষ্ঠিত হৈছিল[৮১]। সেই কালত দৌল যাত্ৰাৰ ধূম-ধাম হৈছিল ঃ

> দোলযাত্ৰাত পাঁচ দিনীয়াকৈ পূজা হৈছিল। সেই পূজাতে মাৰোৱাৰী কেঞা আৰু আন ভদ্ৰলোকসকল দিনত বা ৰাতি আহিছিল। এই পূজাত গান-বাজনা-মজলিচ-ক্ষাৰবাজি উমৈহতীয়াকৈ বৰ সমাৰোহেৰে হৈছিল[৮২]।

প্ৰায় ডেৰ শ বছৰ পূৰ্বৰ অসমীয়া সমাজত পূজা-পাতল আদি ধৰ্মীয় আচাৰ অনুষ্ঠানত বিশেষ গুৰুত্ব আৰোপ কৰা হৈছিল। আনন্দৰাম আৰু তেওঁৰ সম্বন্ধীয় ভাতৃ দুৰ্গাৰাম উচ্চ শিক্ষাৰ্থে কলিকতালৈ যাবলৈ ওলোৱাত বিভিন্ন প্ৰকাৰ পূজা-অৰ্চনাৰ অনুষ্ঠান হোৱাটোৱে তাৰ ইংগিত দিয়ে। তাৰ ভিতৰত "কামাখ্যালৈ শুক্লবৰ্ণৰ মহিষ,

---

৮০ গুণাভিৰাম বৰুৱা ঃ *আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ*, *প্ৰাগুক্ত*, পৃ. ২২

৮১ *একে গ্ৰন্থ*, পৃ. ২৪-২৫

৮২ *একে গ্ৰন্থ*, পৃ. ৩২

ঘৰৰ বিগ্ৰহলৈ আৰু আন আন দেৱতালৈ আন আন বস্তু আৰু শান্তি-স্বস্ত্যয়ন আগ কৰা আৰু মনা"ই প্ৰধান[৮৩]।

সেই কালত উচ্চ বৰ্ণৰ লোকে বৰ নিষ্ঠাৰে সৈতে 'শালগ্ৰাম' বিষ্ণুৰ পূজা কৰাৰ প্ৰমাণ পোৱা যায়। আনকি কলিকতালৈ পঢ়িবলৈ যাওঁতেও ফুকনে 'শালগ্ৰাম' এজনা লগত নি সদায় পূজা-সেৱা কৰিছিল[৮৪]।

ৰুদ্ৰসিংহ স্বৰ্গদেৱ (১৬৯৬-১৭১৪)ৰ ৰাজত্বকালত তেওঁৰ আমন্ত্ৰণক্ৰমে নদীয়া শান্তিপুৰৰ কৃষ্ণৰাম ন্যায়বাগীশ ভট্টাচাৰ্য্য নামৰ শাক্ত পণ্ডিতৰ অসম আগমন[৮৫] ৰাজ্যৰ ধৰ্মীয় ইতিহাসৰ উল্লেখযোগ্য ঘটনা। গুণাভিৰাম বৰুৱাই ৰচনা কৰা জীৱনী পুথিত এওঁৰ আগমনৰ সংবাদ দিয়াৰ লগতে জানিবলৈ দিছে যে আনন্দৰামে এই ভট্টাচাৰ্য্যৰ বংশধৰ এজনৰ ওচৰত শৰণ লৈ বৰ ভক্তিৰে পূজা কৰিছিল[৮৬]।

**সাজপাৰ :—**

গুণাভিৰাম বৰুৱা ৰচিত জীৱনী পুথিৰ স্থান বিশেষে অসমীয়া মানুহৰ সাজপাৰ সম্পৰ্কে উল্লেখ পোৱা যায়। গৌৰীনাথ সিংহ (১৭৮০-১৭৯৫) স্বৰ্গদেৱৰ দিনত বেজ বিচাৰি মূৰ্চিদাবাদলৈ যোৱা অসমৰ মানুহৰ পোছাক-পৰিচ্ছদে সেই ঠাইৰ জনতাক আকৃষ্ট কৰিছিল। আমাৰ মানুহখিনিৰ 'মুগা আৰু পাটৰ দীঘল আৰু সুন্দৰ চুৰিয়া'ই স্থানীয় লোকক "চমৎকৃত" কৰি তোলাটো মনকৰিবলগীয়া[৮৭]।

আনন্দৰাম ঢেকিয়াল ফুকন প্ৰথমে কলিকতাত থাকোঁতে নিভাঁজ অসমীয়া পোছাক পিন্ধাৰ বিষয়ে জীৱনীকাৰে জানিবলৈ দিছে : "কলিকতাত ফুকনে প্ৰথমে কোনো ঠাইলৈ যাব লাগিলে অসমীয়া পাটৰ ধুতী, পাগুৰী, আঙ্গা, লপেটা জোতা পিন্ধি গৈছিল"[৮৮]। একে প্ৰসঙ্গতে জনোৱা হৈছে যে পিছত তেওঁ "বেয়া পাই" অসমীয়া সাজপাৰ পৰিহাৰ কৰিছিল।

---

৮৩ *একে গ্ৰন্থ*, পৃ. ৩৫

৮৪ *একে গ্ৰন্থ*, পৃ. ১০৫

৮৫ Edward Gait : *op.cit.*, p.182

৮৬ গুণাভিৰাম বৰুৱা : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩৩ আৰু ৩৪

৮৭ *একে গ্ৰন্থ*, পৃ. ৩

৮৮ *একে গ্ৰন্থ*, পৃ. ৯২

আচাৰ-নীতি ঃ–

প্ৰাচীন কালৰপৰা ভাৰতৰ অন্যান্য ঠাইৰ ব্ৰাহ্মণৰ তুলনাত অসমীয়া ব্ৰাহ্মণসকলে লোৱা উদাৰ আৰু নমনীয় নীতিৰ কথা যোগ্যজনৰ দ্বাৰা স্বীকৃত হৈছে[৮৯]। তথাপি ৰন্ধা-বঢ়া বা খোৱা-লোৱাৰ ক্ষেত্ৰত সামান্য বাচ-বিচাৰ এই সম্প্ৰদায়ে মানি চলা দেখা যায়। গুণাভিৰাম-প্ৰদত্ত বৰ্ণনাত তেনে নীতিৰ প্ৰকাশ ঘটিছে। কলিকতালৈ উচ্চ শিক্ষাৰ্থে যাবলৈ ওলোৱাত "দুৰ্গাৰামৰ লগত ৰামদেৱ নামে এজন শিলাৰ ব্ৰাহ্মণ ৰান্ধনি" আৰু "আনন্দৰাম ফুকনৰ লগত শ্ৰীধৰ নামে বৰভগীয়া ব্ৰাহ্মণ ৰান্ধনি"[৯০] লৈ যোৱাটো তাৰ প্ৰমাণ।

মনু সংহিতাৰ নিৰ্দেশ অনুযায়ী ব্ৰাহ্মণৰ অষ্টম অথবা পোন্ধৰ বছৰত 'উপনয়ন' হ'ব লাগে[৯১] যদিও আধুনিক যুগত সেই নিয়ম আখৰে আখৰে পালিত নহয়। আনহাতে অসমীয়া ব্ৰাহ্মণ সমাজত এই সংস্কাৰ ষোল বছৰৰ ভিতৰত সম্পাদিত হয়। দুৰ্গাৰাম ফুকনক লগুণ দিয়া প্ৰসংগটো উল্লিখিত হৈছে যদিও বয়সৰ কথা তাত অনুপস্থিত। আকৌ এই দুৰ্গাৰামেই 'একাদশ বৎসৰ বয়সত আনন্দৰাম ফুকন'ৰ 'উপনয়ন' কাৰ্য সম্পাদন কৰাৰ বিষয়ে জীৱনীৰচকে জানিবলৈ দিছে[৯২]।

'উপনয়ন'ৰ বাহিৰেও দশ-সংস্কাৰৰ অন্তৰ্গত আন আন সংস্কাৰ যোৱা শতিকাৰ অসমত যথাযথভাৱে পালিত হোৱাৰ বিষয়ে গুণাভিৰাম বৰুৱাৰ লেখাৰপৰা ধাৰণা কৰিব পাৰি। লেখকৰ নিজৰ কথাত, "ইয়াৰ পাছৰ আষাঢ় মহীয়া ফুকনৰ প্ৰথম পুত্ৰৰ জাতকৰ্ম, নামকৰণ, অন্নপ্ৰাশন সংস্কাৰ সম্পাদন কৰা হ'ল"[৯৩]।

অতীতৰপৰা পৰম্পৰা ৰূপত চলি অহা শাস্ত্ৰবিহিত প্ৰেতকাৰ্য যোৱা শতিকাতো অব্যাহত আছিল। গুণাভিৰাম বৰুৱাই দিয়া তথ্য অনুসৰি আনন্দৰামৰ মৃত্যুত শাস্ত্ৰীয় নীতি-নিয়ম পূৰ্ববৎ অনুসৃত হৈছিল ঃ

> গুণাভিৰামে ৰাধিকা বাপাৰ হাতত ধৰুৱাই দশপিণ্ড দিয়ালে। .......
> অশৌচান্তৰ দ্বিতীয় দিনা অৰ্থাৎ ১১ দিনৰ দিনা ফুকননীয়ে বৰোৎসৰ্গ

---

৮৯ P. C Choudhury : *op.cit.*, p. 313

৯০ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩৫

৯১ *মনুসংহিতা*, ২ / ১৬৯-১৭৩

৯২ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩০-৩১

৯৩ *একে গ্ৰন্থ*, পৃ. ১২৯। এইজনেই হ'ল ১৮৫৪ খ্ৰীষ্টাব্দৰ ৯ ডিচেম্বৰ তাৰিখে জন্মা ফুকনৰ প্ৰথম পুত্ৰ ৰাধিকাৰাম ঢেকিয়াল ফুকন।

আৰু আদ্য শ্ৰাদ্ধ কৰিলে। সম্পূৰ্ণৰূপে সকলো দান দিয়া হৈছিল। সেই দিনাই বৃষোৎসৰ্গ আৰু আসন্ন দান কৰা হ'ল। দক্ষিণা লবলৈ এই জিলাৰ আৰু আন ঠাইৰ অনেক ব্ৰাহ্মণ আহিছিল। সেইসকলক দক্ষিণা দিয়া হ'ল। তাৰ পাচদিনা সপিণ্ডীকৰণৰ শ্ৰাদ্ধ সম্পাদন কৰা হ'ল। তেৰ দিনৰ দিনা জ্ঞাতি ভোজন কৰোৱা হল। এইৰূপে ফুকনৰ অন্ত্যেষ্টিক্ৰিয়া সম্পাদিত হল। দানোৎসৰ্গ সকলো বস্তু যথানিয়মে গুৰু পুৰোহিত কুটুম্বাদিক ভগাই দিয়া হল[১৪]।

গুণাভিৰাম প্ৰদত্ত বিৱৰণে স্বাভাৱিকতে মহাপুৰুষ শংকৰদেৱ-মাধৱদেৱৰ প্ৰয়াণৰ পিছত তেওঁসকলৰ অন্ত্যেষ্টিক্ৰিয়া উপলক্ষে কৰা দান-দক্ষিণালৈ মনত পেলাই দিয়ে। জীৱনীকাৰে কোৱাৰ দৰে মাধৱদেৱৰ প্ৰেতকাৰ্যতো "অনেক সহস্ৰ ব্ৰাহ্মণ হৈছিল"[১৫]।

**খেল-ধেমালি ঃ–**

'ৰামনৱমী নাটক'ৰ প্ৰসংগত পোৱা খেল-ধেমালিৰ কথা আলোচ্যমান পুথিতো সন্নিবিষ্ট হৈছে। ইয়াৰ বাহিৰেও সমসাময়িক যুগৰ অনেক ক্ৰীড়া-কৌতুকৰ উল্লেখ এই পুথিত পোৱা যায়। লেখকৰ মতে "আনন্দৰাম ফুকনে সময়ে সময়ে চৌপট আৰু তাচ খেলিছিল। ভটা গুটি, হাউ গুডু গুডু, ফটিকলাই, ঘিলা, লাটিম প্ৰভৃতিও প্ৰথমতে খেলিছিল কিন্তু কোনো ধেমালিত মন বহুৱাই দিয়া নাছিল। ফাকুৱাৰ সময়ত তেতিয়া বাটৰ মানুহক ল'ৰাবিলাকে চেৰেকা মৰা নিয়ম আছিল"[১৬]।

আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱনী পুথিৰ স্থানান্তৰত আছে ঃ

> সেই সময়ত মানৰ দিনৰ কষ্ট সহ্য কৰা লোক বিস্তৰ আছিল। আনন্দৰাম ফুকন, দুৰ্গাৰাম ফুকন, বলৰাম ফুকন, গংগাৰাম বৰুৱা প্ৰভৃতি ল'ৰাবিলাকে সময়ে সময়ে মান আৰু বঙ্গাল (ইংৰাজ) দুই দল হৈ কাৰো হাতত ধেনু-কাঁড়, কাৰো হাতত বটা খাগৰী, কামি ইত্যাদিৰে ধেমালি যুদ্ধ কৰা হৈছিল[১৭]।

ল'ৰাবিলাকৰ এই ধেমালিত শিশুৰ অনুকৰণপ্ৰিয়তা লক্ষ্যণীয়। তাতোকৈ

---

৯৪ *একে গ্ৰন্থ*, পৃ. ১৫৪

৯৫ উপেন্দ্ৰ চন্দ্ৰ লেখাৰু ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২২৮, ৫৯৮

৯৬ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩১

৯৭ *একে গ্ৰন্থ*, পৃ. ৩১-৩২

ডাণ্ডৰ কথা, ইয়াত অভিনীত হৈছিল অসম বুৰঞ্জীৰ অবিস্মৰণীয় অধ্যায় এটা।

**শিক্ষা ব্যৱস্থা ঃ–**

ইংৰাজী ভাষাৰ প্ৰতি বিদ্বেষ ভাবৰ কথা ইতিপূৰ্বে আলোচিত হৈছে। 'ইংৰাজী বিজাতীয় অপৰ ভাষা' বুলি ধৰি লৈ বঙলা শিক্ষাত গুৰুত্ব দি কেনেবাকৈ কাছাৰীত কেৰাণী হোৱাটোৱেই আছিল তেতিয়া অধিকাংশ লোকৰ লক্ষ্য[৯৮]।

ঊনবিংশ শতিকাৰ অসমত স্ত্ৰী-শিক্ষা কিমান সীমিত আছিল তাৰ বিস্তৃত ব্যাখ্যাৰ প্ৰয়োজন নাই। আনন্দৰামৰ জীৱনী লেখাৰ বেলিকাও গুণাভিৰাম বৰুৱাই সেই কথাৰ অৱতাৰণা কৰিছে। স্ত্ৰী-শিক্ষাৰ গুৰুত্ব উপলব্ধি কৰা আনন্দৰাম ঢেকিয়াল ফুকনে নিজে তেওঁৰ পত্নীক লেখা-পঢ়া শিকোৱাটো উৎসাহজনক বতৰা[৯৯]।

## ৭.৩.২ (খ) অৰ্থনৈতিক দিশ ঃ

অসমৰ অৰ্থনৈতিক দিশত মাৰোৱাৰীসকলৰ ক্ৰমবৰ্দ্ধমান প্ৰাধান্যৰ বিষয়টোৱে বৰ্তমান অধ্যয়নৰ প্ৰায় আৰম্ভণিতে ঠাই পাইছে[১০০]। 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ'ৰ লেখকৰ বক্তব্যৰপৰা জনা যায় যে সেইকালত গোৱালপাৰা আৰু গুৱাহাটীত মাৰোৱাৰী ব্যৱসায়ীসকলৰ গোলা আছিল[১০১]।

হাট বা বজাৰসমূহে একোখন ঠাইৰ উন্নয়নত বিশেষ ভূমিকা গ্ৰহণ কৰে। জনসাধাৰণে তাত দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় বস্তু ক্ৰয়-বিক্ৰয়ৰ সুবিধা পায়। নগাঁও জিলাৰ শ্যামগুৰীত তেতিয়াৰ উচ্চ পদস্থ চৰকাৰী বিষয়া আনন্দৰাম ঢেকিয়াল ফুকনৰ পৃষ্ঠপোষকতাত সাপ্তাহিক হাট এখন গঢ়ি উঠিছিল[১০২]।

## ৭.৩.২ (গ) যাতায়াত আৰু পৰিবহন ঃ

ঊনবিংশ শতিকাৰ অসমত নৌকাই আছিল যাতায়াতৰ প্ৰধান মাধ্যম। মানুহ চলাচল কৰা বা বস্তু-বাহানি কঢ়িওৱাৰ ক্ষেত্ৰত নাও আছিল অপৰিহাৰ্য মাধ্যম।

---

৯৮ *একে গ্ৰন্থ*, পৃ. ৬৬

৯৯ *একে গ্ৰন্থ*, পৃ. ৫৮

১০০ দ্ৰষ্টব্য ঃ ২য় অধ্যায়, উপ-শিতান ২.৫

১০১ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১৬

১০২ *একে গ্ৰন্থ*, পৃ. ১৩৯। এই "শ্যামগুৰী"য়েই বৰ্তমানৰ চামগুৰি বুলি ধৰিব পাৰি।

আনন্দৰাম আৰু দুৰ্গাৰামে কলিকতালৈ যোৱা সময়ত সুদীৰ্ঘ পথছোৱা অতিক্ৰম কৰিব লগীয়া হৈছিল নাৱেৰেহে। "মেথী (Mathei) চাহাবৰ বন্তু অনা ছশ মোনী নাও এখান চাহাবে দুৰ্গাৰাম আৰু আনন্দৰাম ফুকনক নিবলৈ দিলে"[১০৩]। সমগ্ৰ অসম যাতায়াত ব্যৱস্থাৰ আভাস দিবলৈ এই উক্তিয়েই যথেষ্ট।

সমাজৰ আঢ্যবন্ত লোকসকলে ওচৰৰ ঠাইলৈ অহা-যোৱা কৰিবৰ কাৰণে হাতী ব্যৱহাৰ কৰাৰ কথা উল্লেখযোগ্য। ফুকনে বায়ু সেৱন কৰাৰ কাৰণে 'নৌকা আৰু হস্তী আৰোহণ কৰা'টোৱে তাকে সূচাইছে[১০৪]।

সামৰণিত ইয়াকে ক'ব পাৰি — গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী নাটক' এখন সৰু কলেৱৰৰ নাট আৰু 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ' জীৱনী পুথি হ'লেও দুয়োখনে যোৱা শতিকাৰ অসম সম্পৰ্কে অনেক মূল্যবান তথ্য যোগান ধৰিছে। বিশেষকৈ তথ্যৰাজি গ্ৰন্থকাৰৰ চাক্ষুষ অভিজ্ঞতাৰে পুৰিপুষ্ট। সেয়েহে উক্ত কালছোৱাৰ অসমৰ পূৰ্ণাঙ্গ বুৰঞ্জী ৰচিবলৈ হ'লে গ্ৰন্থদ্বয়ৰ গুৰুত্ব অস্বীকাৰ কৰাৰ উপায় নাই।

---

১০৩ *একেগ্ৰন্থ*, পৃ. ৩৫

১০৪ *একেগ্ৰন্থ*, পৃ. ১০৯

## অষ্টম অধ্যায়

# 'অৰুনোদই'ৰ প্ৰভাৱমুক্ত লেখকৰ দৃষ্টিত অসমীয়া সমাজ আৰু সংস্কৃতি

### ৮.০.০ 'অৰুনোদই'ৰ প্ৰভাৱমুক্ত লেখক ঃ

'অৰুনোদই'ৰ জীৱনকালৰ ভিতৰতে সাহিত্য চৰ্চা কৰা অথচ সেই কাকতৰ প্ৰভাৱৰপৰা মুক্ত কিছুসংখ্যক লেখকৰ নাম পোৱা যায়। কথা বা কাব্য যি মাধ্যমকেই নলওক লাগিলে, "এওঁলোকৰ ৰচনাৰ আদৰ্শ আছিল প্ৰাক্-ইংৰাজ আমোলৰ সাহিত্য"[১]। এই সৰু-বৰ লেখকসকলে পুথি ৰচনাত আত্মনিয়োগ কৰি ভাষা-সাহিত্যৰ প্ৰচিন পৰম্পৰা জীয়াই ৰখাত অৰিহণা যোগাইছিল। এনে লেখকসকলৰ সীমিত সংখ্যক পুথি-পাঁজিহে কালৰ অত্যাচাৰ সহি বৰ্তমান পাব পৰা অৱস্থাত আছে।

আন এটা মনকৰিবলগীয়া বিষয় হ'ল — 'অৰুনোদই' যুগত জন্ম গ্ৰহণ কৰিলেও যিসকল লোকে এই কালছোৱাৰ ভিতৰত সাহিত্যিক ৰূপে প্ৰতিষ্ঠা লাভ কৰা নাই সেইসকলক বৰ্তমান আলোচনাৰপৰা বাদ দিয়া হৈছে। এনে দৃষ্টিভংগীৰে চাই সাত গৰাকী লোকক 'অৰুনোদই'ৰ প্ৰভাৱমুক্ত লেখকৰূপে আলোচনাৰ মাজলৈ অনা হৈছে। তলত এই আটাই কেইগৰাকীৰ সাহিত্য-কৰ্মৰ বিষয়ে কালানুক্ৰমিকভাৱে আলোচনা কৰা হ'ল।

### ৮.১.০ দুতিৰাম হাজৰিকা ঃ

বণিয়া সম্প্ৰদায়ৰ দুতিৰাম স্বৰ্ণকাৰ হাজৰিকাই ১৮০৬ খ্ৰীষ্টাব্দত জন্ম গ্ৰহণ কৰি সুদীৰ্ঘ জীৱন যাপনৰ অন্তত ১৯০১ খ্ৰীষ্টাব্দত পৰলোক গমন কৰে। সেই কালৰপৰা ঊনবিংশ শতিকাৰ অসমৰ ৰাজনৈতিক উত্থান-পতনৰ জ্বলন্ত সাক্ষী হ'ল দুতিৰাম হাজৰিকা। ৰাজা পুৰন্দৰ সিংহ (মৃত্যু, ১ অক্টোবৰ ১৮৪৬) আৰু যুৱৰাজ কামেশ্বৰ সিংহ (মৃত্যু, ১০ জুন ১৮৫২)ৰ প্ৰিয়পাত্ৰ, বিশেষকৈ পিছৰজনৰ পৃষ্ঠপোষকতা লাভ কৰি এওঁ 'কলি ভাৰত বুৰঞ্জী' প্ৰণয়নত প্ৰবৃত্ত হয়। ড০ সূৰ্য্য কুমাৰ ভূঞাৰ মতে এই বুৰঞ্জীৰ ৰচনাকাল ১৮৪৬ খ্ৰীষ্টাব্দৰপৰা ১৮৬২ খ্ৰীষ্টাব্দ হোৱাৰ সম্ভাৱনা[২]।

---

১ সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২৯৮

২ সূৰ্য্য কুমাৰ ভূঞা (সম্পা.) ঃ *অসমৰ পদ্য বুৰঞ্জী*, ১৯৬৪, পৃ. Introduction XI

### ৮.১.১ কলি ভাৰত বুৰঞ্জী ঃ

শ্ৰীনাথ দুৱৰা বৰবৰুৱাই ১৭৫১ খ্ৰীষ্টাব্দৰপৰা ১৮০৬ খ্ৰীষ্টাব্দলৈকে ঘটনাৰাজি সামৰি 'তুংখুঙীয়া বুৰঞ্জী'[৩] নামৰ বুৰঞ্জীখন গদ্যত ৰচনা কৰিছিল। আনহাতে 'কলিভাৰত' বুৰঞ্জীত তুংখুঙীয়া বংশৰ ৰাজত্বৰ আৰম্ভণি (১৬৮১ খ্ৰীঃ)ৰপৰা এই বংশৰ সমাপ্তিৰ পিছতো ১৮৫৮ খ্ৰীষ্টাব্দ, আনকি ১৮৬২ খ্ৰীষ্টাব্দৰো ঘটনাৰ বিৱৰণ থকাত ইয়াক উপযুক্তভাৱে উক্ত বুৰঞ্জীৰ পৰিপূৰক আখ্যা দিয়া হৈছে। এই গ্ৰন্থক 'পদ্য তুংখুঙীয়া বুৰঞ্জী' নাম দিয়াটো অৰ্থবহ[৪]।

মধ্য ঊনবিংশ শতিকাত ৰচনা কৰা দুতিৰামৰ বুৰঞ্জীত আলোচ্যমান কালছোৱাৰ অসমৰ ইতিহাস বিস্তৃতভাৱে বৰ্ণিত হৈছে। কিন্তু ইয়াত এই ভূখণ্ডৰ অধিবাসীসকলৰ সামাজিক জীৱন, তেওঁলোকৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি বা সেই সম্পৰ্কীয় সংবাদ তেনেই সীমিত। তথাপি দুই চাৰিটা প্ৰসংগই সমসাময়িক সমাজত আলোকপাত কৰাৰ বিষয়ে অস্বীকাৰ কৰিব নোৱাৰি।

### ৮.১.১ (ক) সাংস্কৃতিক দিশ ঃ

(১) উৎসৱ-পাৰ্বণ ঃ

লক্ষ্মীসিংহ স্বৰ্গদেৱ (১৭৬৯-১৭৮০)ৰপৰা সিংহাসন কাঢ়ি লৈ ৰমাকান্ত মৰাণ ৰজা হোৱাৰ পিছত তেওঁ বলেৰে নিযা মণিপুৰৰ ৰজাৰ জীয়ৰী, ৰাজেশ্বৰ সিংহ (১৭৫১-১৭৬৯)ৰ বিধৱা পত্নী কুৰঙ্গনয়নীৰ পৰামৰ্শ মতে মৰাণ ৰজাৰ সমুখত আহোম ৰাজৰ ফালৰপৰা হুচৰিৰ দল গৈ চক্ৰান্ত কৰি সিংহাসন উদ্ধাৰ কৰিছিল। দুতিৰামৰ ভাষাত ঃ

বৈশাগৰ বিহু আসি ভৈলা সিবেলাত।
মাতিয়া পঠায় আপু আছে লোক যত॥
হিচৰি গাইবাৰ ছলে আসিবাহা ৰাতি।
ছল কৰি মই তাকে লাগি নিবোঁ মাতি॥
তাতে নমাৰিলে মাৰিবাৰ নাহি ছল।
শুনি সিসকলে হিচাৰিক গায়া গৈল[৫]॥

---

৩ *একে গ্ৰন্থ*, পৃ. (পাতনি) ২৬

৪ *একে গ্ৰন্থ*। এই অনুচ্ছেদৰ বিষয়বস্তু গ্ৰন্থখনত সংযোজিত ড০ ভূঞাৰ ইংৰাজী আৰু অসমীয়া পাতনিৰপৰা লোৱা হৈছে।

৫ *একে গ্ৰন্থ*, পৃ.৯৩-৯৪

উদ্ধৃত বৰ্ণনাৰপৰা এইটো স্পষ্ট যে আহোম ৰাজ দৰবাৰৰ পৃষ্ঠপোষকতাত জীপ পাই অহা বহাগ বিহু উৎসৱ, বিহুত হুচৰি গোৱা আৰু হুচৰি দলৰ আগত ৰজা-প্ৰজা সকলোৱে আঁঠু লোৱা ৰীতি অষ্টাদশ শতিকাতো অব্যাহত আছিল।

(২) খাদ্য সামগ্ৰী ঃ

ঐতিহাসিক তথ্যেৰে পৰিপূৰ্ণ 'কলি ভাৰত বুৰঞ্জী'ৰ পাত লুটিয়ালে অসমৰ থলুৱা খাদ্য-বস্তু সম্পৰ্কে আভাস পোৱা যায়। চুলিকফা ল'ৰাৰজা (১৬৭৯-১৬৮১)ৰ ৰাজত্ব কালত গদাপাণিয়ে যেতিয়া ছদ্মবেশ লৈ পাণভাৰী হৈ পোহাৰীৰ ঘৰত আছিল তেতিয়া তেওঁৰ খাদ্য তালিকা এনেধৰণৰ ঃ

ভোজন কৰিতে দিয়ে চাউল এক দ্ৰোণ।
কচু কোমোৰাক দিয়ে আৰো তৈল লোণ॥
......................................
শাল বা পুঙ্গা বা নেৰিয়াকো পালে থয়।
দশ আঠ জনৰো বেঞ্জন যোগ্য হয়॥
তৈল-লৱণ-কুষ্মাণ্ডকো তাৰ লাগে।
সকলো সম্ভাৰ চাউল দোণ দিয়ে আগে[৬]॥

গদাধৰ সিংহ ৰাজপাটত বহাৰ পিছত তেওঁৰ খাদ্য অভ্যাস সম্পৰ্কে ৰজাৰ অজ্ঞাতবাসকালীন পোহাৰীয়ে চাংমাইক যি পৰামৰ্শ দিছে তাৰ ভিতৰত বৰ্তমান অসমৰ জনসাধাৰণৰ প্ৰিয় খাদ্যও সোমাই পৰিছে ঃ

ডাল-শাক ভাজি দিবি ডাল ডাল কৰি।
এক পোসা মান জলকীয়া দিবি পুৰি॥
পোৰা কাঠীৱৰা তাৰো দিবি কিছুমান[৭]।

দুতিৰামৰ প্ৰায় দুশ বছৰ পূৰ্বে ষোড়শ শতিকাৰ বৈষ্ণৱ কবি অনন্ত কন্দলিৰ চিত্ৰলেখাইও গান্ধৰ্ব প্ৰথাৰে উষা-অনিৰুদ্ধৰ বিবাহ হৈ যোৱাৰ পিছত দৰাক একেদৰে 'ইলিহ' অৰ্থাৎ ইলিচ আৰু 'কান্দোল' অৰ্থাৎ কান্ধুলি মাছৰ 'কাঠিঅৰা' কৰি বা পুৰি খুৱাইছিল[৮]।

---

৬ *একে গ্ৰন্থ*, পৃ. ১০-১১

৭ *একে গ্ৰন্থ*, পৃ. ৩৫

৮ অনন্ত কন্দলি বা চন্দ্ৰ ভাৰতি ঃ *'কুমৰ হৰণ'* (বৰকটকী এণ্ড কোং), ১৮৭৩, পৃ. ৪৫

৮.১.১ (খ) আহোমসকলৰ ঔৰ্দ্ধদৈহিক ক্ৰিয়াৰ প্ৰাসঙ্গিক বয়-বস্তুৰ বিৱৰণ ঃ

আহোম স্বৰ্গদেৱৰ মৃত্যু হ'লে সজা 'মৈদাম' সংক্ৰান্তত ভালেমান নীতি-নিয়ম পালন কৰা হয়। আলোচ্যমান বুৰঞ্জীত সন্নিবিষ্ট, গদাধৰ সিংহৰ মৃত্যুত তেওঁৰ মৈদামত প্ৰদত্ত বয়-বস্তু, ধন-সোণৰ তালিকা ইতিহাসৰ ছাত্ৰ-গৱেষকৰ কাৰণে এখনি বিশেষ গুৰুত্বপূৰ্ণ নথি[৯] ।

৮.১.১ (গ) ৰাজনৈতিক দিশ ঃ

অসম বুৰঞ্জীৰ অবিস্মৰণীয় অধ্যায় মানৰ আক্ৰমণৰ বিষয়ে ইতিমধ্যে আলোচনা কৰি অহা হৈছে[১০] । দুতিৰাম হাজৰিকাই তেওঁৰ কৈশোৰ-যৌৱনৰ দোমোজাত মান সৈন্যৰ অমানৱীয় অত্যাচাৰ নিজ চকুৰে দেখিছিল। অসমত মান সৈন্যৰ উপৰ্যুপৰি আক্ৰমণ, প্ৰজাৰ ওপৰত নিদাৰুণ শাস্তি আৰু কোম্পানীৰ দ্বাৰা সিবিলাকৰ বহিষ্কৰণৰ বিষয়ে বুৰঞ্জীৰচকে দীঘলীয়া বৰ্ণনা দিছে[১১] । চাক্ষুষ অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত এই বিৱৰণ অসমৰ ইতিহাস অধ্যয়নৰ বাবে মুখ্য সমল ৰূপে স্বীকৃত হোৱাৰ যোগ্য। মান সেনাৰ লোমহৰ্ষক নিৰ্যাতন আৰু সেই সুবিধাতে দোৱনীয়াসকলে কৰা নাৰকীয় অত্যাচাৰৰ বৰ্ণনা 'কলিভাৰত বুৰঞ্জী'ৰ উজ্জ্বল দিশ[১২] ।

৮.১.১ (ঘ) অৰ্থনৈতিক দিশ ঃ

আলোচ্যমান বুৰঞ্জীত অসমৰ অৰ্থনৈতিক দিশৰ ইংগিত মুঠেই নথকা নহয়। তাৰ নজীৰ ঃ

প্ৰভাততে যায় সিটো নগাৰ পৰ্বত।
পাণক লৱয় তাৰ কড়ি দিয়ে তাত ॥

...............................
গদা বোলে মই থাকো নগা পৰ্বতত।
পাণ আনি বিকি যাওঁ এহি ভৈয়ামত[১৩] ॥

ল গা ৰজাৰ ভয়ত পলাই ফুৰা গদাপাণিয়ে নগা পৰ্বতৰপৰা পাণ আনি ভৈয়ামত বেচি পেট প্ৰবৰ্তোৱাৰ বিষয়ে উদ্ধৃত কথাফাঁকিৰ পৰা জানিব পাৰি।

---

৯ সূৰ্য্য কুমাৰ ভূঞা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৪০-৪২

১০ ২য় অধ্যায়, উপ-শিতান ২.২ত এই বিষয়টোৱে ঠাই পাইছে।

১১ সূৰ্য্য কুমাৰ ভূঞা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১৩২-১৮২

১২ *একে গ্ৰন্থ*, পৃ. ১৭২-১৮২

১৩ *একে গ্ৰন্থ*, পৃ. ১০-১১

**৮.১.১ (ঙ) ভাষা-সাহিত্য ঃ**

'কলি ভাৰত বুৰঞ্জী' ৰচযিতাৰ ওপৰত বৈষ্ণৱ পৰম্পৰাৰ প্ৰভাৱ চকুত লগা বিধৰ। দিহিং সত্ৰাধিকাৰৰ শিষ্য দুতিৰাম হাজৰিকা মহাপুৰুষীযা ধৰ্মৰ পুথি-পাঁজিসমূহৰ সৈতে সুপৰিচিত আছিল[১৪]। তেওঁৰ প্ৰতিপাদ্য বিষয অসম বুৰঞ্জীৰ ঘটনাৰাশি হ'লেও এই বৰ্ণনা কৃষ্ণভক্তি মাহাত্ম্যেৰে মুখৰ।য'তেই সুবিধা পাইছে তাতে লেখকে সংসাৰ বন্ধানৰপৰা মুক্তি লাভৰ অৰ্থে হৰিৰ মাহাত্ম্য কীৰ্তন কৰিছে। সেযেহে উক্ত বুৰঞ্জীৰ পঠন-পাঠনে আংশিকভাৱে হ'লেও আনি দিযে অসমীয়া সাহিত্যৰ সংস্কৃতিৰ অমূল্য সম্পদ বৈষ্ণৱ যুগৰ পুথি-পাঁজি পাঠৰ আনন্দ। পুথিৰ বৰ্ণনীয বিষয পাঠকৰ বাবে নিচেই আপোন কৰি তুলিছে পদ, দুলৰী, জুমুৰি, ছবি, লেচাৰী আদি পৰিচিত ছন্দ-সজ্জাৰ সুষম প্ৰযোগে।

**৮.২.০ দীননাথ বেজবৰুৱা ঃ**

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ দীননাথ বেজবৰুৱা (১৮১৩-১৮৯৫)ই 'আচাৰ্য সংহতি' আৰু 'উৎকল খণ্ড' নামৰ পুথি প্ৰণযন কৰাৰ[১৫] উপৰিও 'বেজবৰুৱা বংশাৱলী'ৰ প্ৰথম ভাগ ৰচনা কৰি থৈ গৈছে। প্ৰথমৰ দুযোখন পুথি সম্প্ৰতি দুষ্প্ৰাপ্য। তৃতীযখনৰ প্ৰথম ভাগ ১৭৬৬ শকৰপৰা ১৭৭১ শকৰ ভিতৰত ৰচিত। পিছত ১৮৪৮ শকত লক্ষ্মীনাথ বেজবৰুৱাই পুথিখনি সম্বলপুৰৰপৰা প্ৰকাশ কৰি উলিযায। এই পুথিত নিজ বংশৰ লোকসকলৰ সমযানুক্ৰমিক বৰ্ণনা থকাৰ বাবে সমাজ সংস্কৃতিৰ বিশেষ চিত্ৰ পাবলৈ নাই। অৱশ্যে প্ৰাচীন অসমৰ ইতিহাস, প্ৰাকৃতিক পৰিবেশ বা ভৌগোলিক দিশৰ কিছু তথ্য ইযাত সন্নিবিষ্ট হৈছে। বৈষ্ণৱ যুগৰ পদ-ছন্দৰ প্ৰতিধ্বনি পুথিৰ বিশেষ আকৰ্ষণ। যেনে —

এহি মানে সৰ্বকথা কৰি সমাপতি।
নিবন্ধিলোঁ পদছন্দে জানিযো ঐহিতি॥
যথাৱত ৰূপে শ্ৰেষ্ঠ আজ্ঞা কৰি সাৰ।
মই হীনমতি পদ কৰিলোঁ প্ৰচাৰ॥
আত বঢ়া টুটা শুদ্ধাশুদ্ধ দোষ যত।
মোৰ মতি বুজি ক্ষমা কৰিযো সতত॥
কৃষ্ণ ভৃত্য সবৰ যে চৰণক ধৰি।
ইটো পদ বিৰচিলোঁ বোলা ৰাম হৰি[১৬]॥

---

১৪ *একে গ্ৰন্থ*, Introduction, p XII

১৫ সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২৯৮

১৬ দীননাথ বেজবৰুৱা ঃ *বেজবৰুৱা বংশাৱলী*, ১৮৪৮ শক, পৃ. ৫৯

বৈষ্ণৱ ঐতিহ্য অনুসৰণকাৰী দীননাথৰ এনে লেখাই মধ্যযুগীয় অসমীয়া সমাজৰ ধ্যান-ধাৰণা পাঠকৰ মনলৈ অনাৰ্ত ইন্ধন যোগায়।

**৮.৩.০ হৰকান্ত বৰুৱা সদৰামীন ঃ**

'অৰুনোদই' যুগত সাহিত্য সৃষ্টি কৰা, কিন্তু এই কাৰুতৰ প্ৰভাৱৰপৰা সম্পূৰ্ণ মুক্ত এজন শক্তিশালী লেখক হ'ল হৰকান্ত বৰুৱা সদৰামীন (১৮১৫-১৯০১)। ১৮৩৫ খ্ৰীষ্টাব্দত ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনত আয়ুক্তৰ কাৰ্যালয়ত নকলনবিছ হিচাপে যোগদান কৰা হৰকান্তই বিভিন্ন ঠাইত ভিন ভিন দায়িত্ব সুখ্যাতিৰে পালন কৰি ১৮৭৭ খ্ৰীষ্টাব্দত উপ-সমাহৰ্তা ৰূপে অৱসৰ গ্ৰহণ কৰে। ড০ সূৰ্য্য কুমাৰ ভূঞাৰ ভাষাত ক'বলৈ হ'লে হৰকান্ত বৰুৱা আছিল 'অসমত আহোম আধিপত্যৰ শেষ পৰ্যায় তথা বৃটিছ শক্তিৰ ভেটি স্থাপন আৰু সুদৃঢ়কৰণৰ দৰ্শক'[১৭]। আহোম ৰাজ দৰবাৰত মজিন্দাৰ বৰুৱাৰ দৰে অতি গুৰুত্বপূৰ্ণ দায়িত্ব পালন কৰি অহা সুখ্যাত সোণামুৱা দৈৱজ্ঞ পৰিয়ালৰ বংশধৰ হৰকান্তৰ তেজত যেন সেই দায়িত্ববোধ মিহলি হৈ আছিল। সেয়েহে কোৱা হৈছে, 'হৰকান্তই তেওঁৰ পূৰ্বপুৰুষসকলৰপৰা জন্মসূত্ৰে লাভ কৰিছিল তেওঁলোকৰ বুদ্ধিমত্তা, আহৰণ ক্ষমতা আৰু মানুহ তথা কাৰ্যাৱলী সফলভাৱে চম্ভালিবলৈ তেওঁৰ আছিল সেই দক্ষতা'[১৮]।

এনে এজন সূক্ষ্মদৰ্শী তথা অভিজ্ঞতাপুষ্ট ব্যক্তিৰ কাপনিসৃত গ্ৰন্থ হ'ল 'আসাম বুৰঞ্জী' আৰু 'সদৰামীনৰ আত্মজীৱনী'। হৰকান্ত বৰুৱাৰ 'আসাম বুৰঞ্জী'ৰ গুৰুত্ব যোগ্যজনৰদ্বাৰা এনেদৰে স্বীকৃত হৈছে —

> হৰকান্তৰ বিবেচনা আৰু পৰিশ্ৰম, অভিজ্ঞতা আৰু অধ্যয়নৰ ফলস্বৰূপে বুৰঞ্জীখনিত বিৱৰণধাৰা সুস্থিৰ গতিত আগবাঢ়িছে আৰু সি লেখকৰ তীক্ষ্ণ ঐতিহাসিক জ্ঞানৰ পৰিচয় দিছে[১৯]।

বৰ্তমান আলোচনাত তেওঁৰ 'আসাম বুৰঞ্জী'ৰ কথা বাদ দি তুলনামূলক ভাৱে অগতানুগতিক অথচ বুজন আকাৰৰ গ্ৰন্থ 'সদৰামীনৰ আত্মজীৱনী'খনৰ বিষয়ে বিশ্লেষণ কৰিবলৈ লোৱা হৈছে।

**৮.৩.১ সদৰামীনৰ আত্মজীৱনী ঃ**

হৰকান্ত বৰুৱা সদৰামীনৰ আত্মবৃত্তান্তমূলক লেখাখিনি তেওঁৰ পৰিনাতি কুমুদ চন্দ্ৰ বৰদলৈয়ে সম্পাদনা কৰি উলিয়াইছে 'সদৰামীনৰ আত্মজীৱনী' নামেৰে[২০]। পুথিৰ

---

১৭ S K. Bhuysn (Edited) ঃ *আসাম বুৰঞ্জী*, Preface, p. ii

১৮ কুমুদ চন্দ্ৰ বৰদলৈ (সম্পা.) ঃ *সদৰামীনৰ আত্মজীৱনী*, ১৯৬০, "Forward" by S. K. Bhuyan, p.ii

১৯ মহেশ্বৰ নেওগ ঃ *অসমীয়া সাহিত্যৰ ৰূপৰেখা*, প্ৰাগুক্ত, পৃ ২৮০

২০ কুমুদ চন্দ্ৰ বৰদলৈ ঃ *প্ৰাগুক্ত গ্ৰন্থ*

ইংৰাজী 'আগকথা' লেখক, প্ৰথিতযশা বুৰঞ্জীবিদ ড০ সূৰ্য্যকুমাৰ ভূঞাই নিৰপেক্ষ তথা সূক্ষ্ম ঐতিহাসিক দৃষ্টিভংগীৰে ইয়াৰ গুৰুত্ব সদৰি কৰিছে[২১]। তেখেতে ইয়াক আত্মজীৱনী বুলি কোৱাৰ লগতে একাদিক্ৰমে লেখি যোৱা দিনলিপি বুলিও অভিহিত কৰাটো প্ৰণিধানযোগ্য[২২]। তেখেতে আলোচ্যমান গ্ৰন্থৰ তুলনা কৰিছে ইংৰাজী সাহিত্যৰ সপ্তদশ শতিকাৰ লেখক ছেমুৱেল পেপিছৰ দিনলিপিৰ লগত[২৩]।

সদৰামীনৰ আত্মজীৱনীত ১৮৩৪-৩৫ খ্ৰীষ্টাব্দৰপৰা ১৮৮৯-৯০ খ্ৰীষ্টাব্দ পৰ্যন্ত সংঘটিত অসমৰ অনেক গুৰুত্বপূৰ্ণ ঘটনা আৰু তথ্যই স্থান পাইছে। প্ৰসংগক্ৰমে ড০ সত্যেন্দ্ৰ নাথ শৰ্মাৰ এফাঁকি মন্তব্য বিশেষ অৰ্থবহ ঃ

> যদিও এই গ্ৰন্থ আত্মজীৱনী আৰু ঠায়ে ঠায়ে দিনলিপিৰ আৰ্হিত ৰচনা কৰা হৈছে, (তথাপি) ই অসমত বৃটিছ শাসনৰ প্ৰথম কালছোৱাৰ ৰাজনৈতিক, প্ৰশাসনীয় আৰু সামাজিক বিকাশৰ এক মূল্যবান নথি[২৪]।

সদৰামীনৰ প্ৰায় এশ বছৰ পূৰ্বে অষ্টাদশ শতিকাত অজ্ঞাত লেখকৰদ্বাৰা ৰচিত 'কথা গুৰু চৰিত'[২৫]ৰ লগত আলোচ্যমান গ্ৰন্থৰ দুই-চাৰিটা দিশৰ সাদৃশ্য চকুতলগা। ষোড়শ আৰু সপ্তদশ শতিকাৰ বৈষ্ণৱ সন্ত-মহন্তসকলৰ জীৱন গাথা গদ্যত বৰ্ণোৱা 'কথা গুৰু চৰিত' মধ্যযুগীয় অসমৰ এক গুৰুত্বপূৰ্ণ দলিল স্বৰূপ। দুয়োখন গ্ৰন্থৰ তুলনামূলক অধ্যযন অত্যন্ত কৌতূহলোদ্দীপক হোৱাৰ স্থল আছে যদিও আলোচনাৰ পৰিসৰ বৃদ্ধিৰ ভয়ত সেই বিষয় পৰিহাৰ কৰা হ'ল।

'অৰুনোদই'ৰ প্ৰভাৱমুক্ত লেখক হৰকান্তৰ বৰ্ণনাত উনবিংশ শতিকাৰ অসমীয়া সমাজ-সংস্কৃতি বিষয়ক সমলৰ প্ৰাচুৰ্য তৰ্কাতীত। আলোচনা সীমিতকৰণৰ উদ্দেশ্যে নিদৰ্শন স্বৰূপে মাত্ৰ কেইটামান দিশত আলোকপাত কৰিবলৈ যত্ন কৰা হ'ব।

---

২১ *একে গ্ৰন্থ*, "Forword" pp i-iv

২২ *একে গ্ৰন্থ*, p ii

২৩ *একে গ্ৰন্থ*, p iii

২৪ S N Sarmah "Historical Biographies in Assamese Literature" in the *Journal of the University of Gauhati*, vol XXVII-XXIX, No 1 Arts, 1977-78, p 177

২৫ উপেন্দ্ৰ চন্দ্ৰ লেখাৰু ঃ *প্ৰাগুক্ত*

৮.৩.১ (ক) সাংস্কৃতিক দিশ ঃ

(১) ধৰ্ম আৰু ধৰ্মীয় অনুষ্ঠান ঃ তুলসী প্ৰদান

বিষ্ণুৰ উদ্দেশ্যে তুলসী পত্ৰ দান প্ৰথা হিন্দু ধৰ্মৰ এটা প্ৰধান অনুষ্ঠান। আৰ্য ঋষি-মুনিসকলে পুৰাণ-ধৰ্মশাস্ত্ৰ আদিত এই বিষয়ে বিস্তৃতভাৱে আলোচনা কৰিছে। সদৰামীনৰ আত্মজীৱনীত উল্লেখ কৰাৰ দৰে অসমৰ বৈষ্ণৱ ধৰ্মৰ অন্যতম মহাপুৰুষ হৰিদেৱ ৰচিত 'ভক্তিৰস তৰঙ্গিনী' গ্ৰন্থতো তুলসী দানৰ মাহাত্ম্য কীৰ্তন কৰা হৈছে। কিছুমান নিৰ্দিষ্ট ৰোগ-ব্যাধিয়ে আক্ৰমণ কৰিলে আৰোগ্য লাভৰ অৰ্থে হাজোৰ হয়গ্ৰীৱ মাধৱলৈ তুলসী আগবঢ়োৱা বিশ্বাস বৰ্তমান অসমতো প্ৰচলিত আছে। শতাধিক বছৰ পূৰ্বে এনে বিশ্বাস অধিক দৃঢ় আছিল। সদৰামীনে তেওঁৰ পুত্ৰ কমলাকান্তৰ বেমাৰৰ সময়ত এনেদৰে তুলসী আগবঢ়োৱাৰ বিষয়ে লিখিছে ঃ

> আমালোক নদীৰ কাখৰৰ মাটিত ঘৰ কৰি আছিলোঁ। তাতে লৰাটি বেমাৰ হৈ মৃতকল্প, মাকৰ কোলাত হ'ল; সেই দেখি অত্যন্ত দুঃখিত হৈ ল'ৰা ৰক্ষা ও মঙ্গলৰ জন্যে হঠাৎ ১০০,০০০ এক লক্ষ তোলসী ৺মাধৱত দিবৰ আগকৰা পৰে, চিকিৎসাদি কৰাতে ক্ৰমে আৰাম হ'ল[২৬]।

গংগাস্নান ঃ

হিন্দু ধৰ্মশাস্ত্ৰ তথা জনমানসত গংগাস্নানৰ মাহাত্ম্যৰ ধাৰণা সুদৃঢ়। পুণ্যাৰ্জনৰ কাৰণে ঊনবিংশ শতিকাৰ অসমৰ উচ্চ বৰ্ণৰ সম্ভ্ৰান্ত ব্যক্তিসকলে গংগাস্নান কৰিবলৈ যোৱাৰ বিষয়ে সিসকলৰ জীৱনী, আত্মজীৱনীত ভালেমান উল্লেখ পোৱা যায়। ১৭৬৯ শকত আউনীআটী সত্ৰাধিকাৰে অনেক নাও মানুহসহ সদলবলে 'অৰ্দ্ধোদয় গঙ্গাস্নান' কৰিবলৈ যোৱাৰ বিষয়ে জানিব পৰা গৈছে[২৭]। এইজনা সত্ৰাধিকাৰে ১৭৮৫ শকৰ মাঘ মাহতো 'অৰ্দ্ধোদয় গঙ্গাস্নান' কৰাৰ বাৰ্তা অন্য উৎসত পোৱা যায়[২৮]। পৰৱৰ্তী কালত সদৰামীনে নিজেই পবিত্ৰ কাৰ্তিক মাহত গঙ্গাস্নান কৰাৰ বতৰা আত্মজীৱনীত উল্লেখ কৰিছে[২৯]।

অশোকাষ্টমী স্নান ঃ

অশোকাষ্টমী তিথিত ব্ৰহ্মপুত্ৰত স্নান কৰাটো বিশেষ ফলদায়ক বুলি ধৰ্মপ্ৰাণ ৰাইজে বিশ্বাস কৰি আহিছে। ১৭৯৭ শকৰ ৯ বহাগত অশোকাষ্টমী উপলক্ষে হৰকান্ত

২৬ কুমুদ চন্দ্ৰ বৰদলৈ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৪৩

২৭ *একে গ্ৰন্থ*, পৃ. ৫১

২৮ তীৰ্থনাথ শৰ্মা, *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২৪৯

২৯ কুমুদ চন্দ্ৰ বৰদলৈ, *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১৯৩

বৰুৱা সদৰামীনে ব্ৰহ্মপুত্ৰত স্নান কৰাৰ বিষয়ে তেওঁৰ দিনলিপিত উল্লেখ কৰি গৈছে[৩০]। এতিয়াও অশোকাষ্টমীত ব্ৰহ্মপুত্ৰস্নান প্ৰসিদ্ধ উৎসৱ।

ব্ৰহ্মপুত্ৰ মহাভাগ শান্তনোঃ কুলনন্দন।
অমোঘা গৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ॥

— এই পৌৰাণিক মন্ত্ৰেৰে আজিও অশোকাষ্টমীত শত সহস্ৰলোকে ব্ৰহ্মপুত্ৰস্নান কৰে।

**বটুক পাঠ ঃ**

সদৰামীনে তেওঁৰ আত্মজীৱনীৰ স্থানান্তৰত লেখিছে,

৩ ফাগুন, ১৪ ফেব্ৰুৱাৰী — উমানন্দৰ শ্ৰীগোপীচন্দ্ৰ দলৈ দ্বাৰা, শ্ৰীঘনকান্তী বেমাৰ হৈতে আমাৰ জন্য শতাবৰ্তন বটুক, ৰাতি অন্য ব্ৰাহ্মণ এক জন সহিত পাঠ কৰান যায়[৩১]।

এই উক্তিৰদ্বাৰা সদৰামীনে ১৮১১ শকৰ ৩ ফাগুন, ১৮৯০ খ্ৰীষ্টাব্দৰ ১৪ ফেব্ৰুৱাৰী তাৰিখে তেওঁৰ দুহিতা শ্ৰীমতী ঘনকান্তী দেৱীৰ মংগলৰ কাৰণে বটুক ভৈৰৱৰ পূজা আৰু স্তৱ পাঠ কৰোৱাৰ বিষয়ে উল্লেখ কৰিছে। শিৱৰ এটা বিশেষ ৰূপত তেৰাক বটুক ভৈৰৱ নামে জনা যায়। এই ৰূপত তেওঁ প্ৰধানকৈ আপদুদ্ধাৰৰ দেৱতা। বটুক ভৈৰৱৰ স্তোত্ৰ যথাৰীতি শতাবৃত্তি কৰিলে প্ৰচুৰ ফল লাভ হয় বুলি ভক্তসকলে বিশ্বাস কৰি আহিছে। জ্যোতিষ শাস্ত্ৰানুসৰি মানুহৰ জীৱনকালত ত্ৰিপাপৰিষ্ট আদিৰ কাল কৰিলে বটুক ভৈৰৱৰ পূজা এভাগ আগবঢ়োৱাৰ পৰম্পৰা বৰ্তমান কালতো প্ৰচলিত আছে।

**(২) লোক বিশ্বাস ঃ**

হৰকান্ত বৰুৱা সদৰামীনে সেই যুগৰ অন্যান্য লোকৰ দৰে প্ৰচলিত বিশ্বাসৰ ওপৰত যথেষ্টা গুৰুত্ব আৰোপ কৰিছিল। এবাৰ তেওঁ উজনি অসম ভ্ৰমণ কালত নিজ বংশৰ পূৰ্বপুৰুষ ময়ুৰধ্বজ সোণামুৱা মজুন্দাৰ বৰুৱা (১৫৫০ শক) ই ৰুই যোৱা বকুল গছ এজোপা দেখি সেৱা জনাইছিল। বৰ্ণনা প্ৰসংগত তেওঁ এনে বিশ্বাসৰ বিষয়ে জানিবলৈ দিছে — মজুন্দাৰ বৰুৱাৰ বংশৰ কোনো লোকৰ বিয়োগ হ'লে ডাঙৰ-সৰু অনুক্ৰমে সেই গছজোপাৰ সৰু-বৰ ডাল খহি পৰে[৩২]।

---

৩০ *একে গ্ৰন্থ*, পৃ. ২০০

৩১ *একে গ্ৰন্থ*, পৃ. ২৮২

৩২ *একে গ্ৰন্থ*, পৃ. ৫৩

(৩) বিবাহ অনুষ্ঠান ঃ

আলোচ্যমান পুথিত বিবাহ অনুষ্ঠান সম্পৰ্কে ভালেমান তথ্য পোৱা যায়। এই সকলোবোৰৰ সহায়ত যোৱা শতিকাৰ অসমৰ সম্ভ্ৰান্ত লোকৰ বিবাহ অনুষ্ঠানৰ বিষয়ে এখন পূৰ্ণাঙ্গ চিত্ৰ অংকন কৰিব পৰা যায়। এই সংক্ৰান্তত পোৱা উল্লেখবোৰ হ'ল শান্তি বিয়া (পৃ. ২২,২৫), বিয়াৰ বাবে কোষ্ঠী খোজা-চোৱা (পৃ.৬৫-৬৬), বিয়াৰ সামগ্ৰীৰ তালিকা (পৃ.৬৭-৬৮, ৮৮, ১৫২ ইত্যাদি), বিয়ালৈ অনা গায়ন-বায়ন ঢুলীয়া-নাচনিয়াৰ (পৃ.১৫,১৩০), বিয়া উপলক্ষে কৰা নান্দীমুখ শ্ৰাদ্ধ (পৃ.১৭৬,২৬২) ইত্যাদি।

৮.৩.১ (খ) সামাজিক দিশ ঃ

(১) জাত-কুলৰ বিচাৰ ঃ

প্ৰাচীন কালৰপৰা অসমত জাতিভেদ প্ৰথা আছিল। দেশে স্বাধীনতা লাভ কৰি গণতান্ত্ৰিক সমাজ প্ৰতিষ্ঠা কৰাৰ আগলৈকে জাত-কুল বিচাৰ বহুলাংশে মানি চলা হৈছিল। তাৰ প্ৰমাণ সাহিত্যৰথী বেজবৰুৱাৰ লেখাত জিলিকি আছে। অসমৰ বাহিৰৰ বিভিন্ন সমাজৰ অভিজ্ঞতা লাভ কৰা বেজবৰুৱাই 'জাতিৰামৰ জাত' নামৰ চুটিগল্পত ব্যঙ্গভাৱে কৈছে ঃ

> জাতৰ শৰণ লৈ আমি আমাৰ ল'ৰাক কলিকতালৈ পঢ়িবলৈ পঠিয়াব নোৱাৰোঁ, বিলাতত পঢ়িবলৈ পঠিয়াব নোৱাৰোঁ। আমাৰ অসমীয়াৰ অপৰূপ জাতৰ বাবেই, অসমৰ বাহিৰে বামুণ সজ্জন যেয়ে হওক, তেওঁৰে সৈতে খোৱা-লোৱা কৰিব নোৱাৰোঁ। আমাৰ সি জাত নহ'ল জানিবা ভালুকৰ সাঙীহে হ'ল, তাক আমি এৰিবও নোৱাৰোঁ ধৰিবও নোৱাৰোঁ[৩৩]।

এই মন্তব্যৰপৰা সহজে ধাৰণা কৰিব পাৰি — বেজবৰুৱাৰ প্ৰায় অৰ্দ্ধশতিকাপূৰ্বে জন্মগ্ৰহণ কৰা হৰকান্ত বৰুৱাৰ সময়ত জাত-কুলৰ বিচাৰ কিমান কঢ়া আছিল। জেনকিন্স চাহাবৰ মেমে তেওঁলোকৰ বাৰীত উৎপাদিত শাক-পাচলি, ফল-মূল সদৰামীনৰ ঘৰলৈ পঠালে তেওঁলোকে সেইবোৰ গ্ৰহণ কৰে যদিও মেম চাহাবৰ হাতেৰে তৈয়াৰী আচাৰ খোৱা নাছিল। দিনলিপি লেখকৰ নিজৰ ভাষাত, সেই আচাৰ "লওঁ কিন্তু নিজে গ্ৰহণ কৰা নাছিলোঁ, লোকজনক দিওঁ[৩৪]।

লয়েড চাহাবে সদৰামীনক ব্ৰাহ্মণ জাতিৰ উৎপত্তিৰ প্ৰসঙ্গত সোধা প্ৰশ্নৰ

---

৩৩ *লক্ষ্মীনাথ বেজবৰুৱা : বেজবৰুৱা গ্ৰন্থাৱলী,* ১ম খণ্ড, ১৯৮৮, পৃ.৬১৮.

৩৪ *কুমুদ চন্দ্ৰ বৰদলৈ : প্ৰাগুক্ত গ্ৰন্থ,* পৃ. ৯৮

উত্তৰত তেওঁ কোৱা কথাৰ মাজতো জাত্যাভিমান প্ৰকাশ পাইছে। 'ব্ৰাহ্মণসকলে স্বধৰ্ম এৰি চাকৰি কৰি হীন হৈছোঁ' বুলি হৰকান্তই কোৱা কথাত আত্মানুশোচনাৰ সুৰ স্পষ্ট[৩৫]।

(২) শিক্ষা ব্যৱস্থা ঃ

'সদৰামীনৰ আত্মজীৱনী'ত শিক্ষা বিষয়ৰ সম্ভেদ বিচাৰিলে একেবাৰে হতাশ হ'বলগীয়া নহয়। গ্ৰন্থখনে দিয়া ইংগিতবোৰৰপৰা তৎকালীন সমাজত প্ৰচলিত শিক্ষাব্যৱস্থাৰ বিষয়ে আংশিক কিন্তু নিৰ্ভৰযোগ্য ছবি এখন আঁকিব পাৰি। এনে সূত্ৰসমূহ হ'ল 'ফলি দি ক, খ সিখোৱা', 'উত্তৰ গোগ্ৰাহ পুথিৰ প্ৰথম পাঠ দিয়া', 'সন্ধি ও শব্দ পঢ়া' আদি[৩৬]।

ইংৰাজী শিক্ষাৰ প্ৰতি সমাজৰ একাংশ লোকৰ বিৰাগৰ কথা ইতিমধ্যে আলোচিত হৈছে[৩৭]। দিনলিপি লেখি যাওঁতে হৰকান্ত বৰুৱাই এনে বিষয়ৰো ইংগিত দিবলৈ পাহৰা নাই[৩৮]।

৮.৩.১ অৰ্থনীতিৰ সংবাদ ঃ

(১) নতুন মুদ্ৰাৰ প্ৰচলন ঃ

চৰকাৰে দেশত প্ৰচলন কৰাৰ অৰ্থে নতুন মুদ্ৰা তৈয়াৰ কৰি উলিওৱাৰ সম্পৰ্কত গ্ৰন্থক ৰৰ উক্তি ঃ "এই সনৰপৰা মুণ্ডৱালা নতুন ফৰক্কাবাদী টাকা বাহেৰ হ'ল"[৩৯]। ১৮৩৪-১৮৩৫ খ্ৰীষ্টাব্দত এলানি নতুন মুদ্ৰা প্ৰচলনৰ ইংগিত উক্ত বাক্যই বহন কৰিছে। আকৌ মহাৰাণী ভিক্টোৰিয়াৰ মুখাকৃতি অংকিত নতুন টকা বাহিৰ হোৱা সংবাদো আলোচ্যমান পুথিৰ পাতত পোৱা যায়[৪০]।

(২) গোলাম-বান্দী খালাচ ঃ

১৮৪৩ খ্ৰীষ্টাব্দত গবৰ্ণৰ জেনেৰেলৰ দ্বাৰা গোলাম-বান্দী খালাচ সম্পৰ্কীয় আইন অনুমোদিত হোৱাৰ পিছত "এই দেশত যিসকল লোকৰ গোলাম আছিল তাৰ প্ৰায় অধিকাংশেই মুক্তি লাভ কৰিলে"[৪১]। "গোলাম-বান্দীসকল খালাচ দিবৰ ১৮৪২

---

৩৫ *একে গ্ৰন্থ*, পৃ.১৩৪

৩৬ *একে গ্ৰন্থ*, পৃ.৪, ৫ আৰু ৬

৩৭ এই প্ৰসংগই ঠাই পাইছে ৭ম অধ্যায়ৰ ৭.২.১ শিতানত।

৩৮ কুমুদ চন্দ্ৰ বৰদলৈ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩৭

৩৯ *একে গ্ৰন্থ*, পৃ. ১৩

৪০ *একে গ্ৰন্থ*, পৃ. ২৯

৪১ গুণাভিৰাম বৰুৱা ঃ *আসাম বুৰঞ্জী*, প্ৰাগুক্ত, পৃ. ১৬৬

(প্ৰামাদিক) সনে আইন" হোৱা বুলি উল্লেখ কৰি সদৰামীনে নিজৰ দিনপঞ্জীত লিপিবদ্ধ কৰিছে যে ইয়াৰ ফলত "গোটেই কামৰূপ ও আসাম দেশত হাহাকাৰ হ'ল"[৪২]। সমাজৰ সম্ভ্ৰান্ত লোকসকলৰ অৱস্থা শোচনীয় কৰি তোলা এই আইনখন আছিল 'দাসত্ব ৰহিতকৰণ' ৫নং আইন, ১৮৪৩ খ্ৰীষ্টাব্দ[৪৩]।

উক্ত আইনৰ প্ৰতিক্ৰিয়া স্বৰূপে তেতিয়াৰ কামৰূপত হোৱা কাৰ্যৰ লেখ পুথিয়ে দিছে ঃ

> তদপৰ কামৰূপ সকল মহন্ত ও ব্ৰাহ্মণ একত্ৰ হৈ অযুত শিবপূজা কৰি অশ্বক্ৰান্তত জমা হৈ পূৰ্বমত দাস-দাসী ব্ৰহ্মোত্তৰ বহাল ৰখাৰ প্ৰাৰ্থনায় ১০০০ এক হাজাৰ কেতা দৰখাস্ত জিনকিন্সন কমিচনৰ সাহেবৰ হুজুৰে দাখিল কৰাতে কিছো হুকুম নিদিলে[৪৪]।

**৮.৩.১ (ঘ) যাতায়াত পৰিবহন ঃ**

উনবিংশ শতিকাৰ অসম বিষয়ক অন্যান্য তথ্যৰ দৰে যাতায়াত আৰু পৰিবহন সম্পৰ্কেও ভালেমান বা-বতৰা 'সদৰামীনৰ আত্মজীৱনী'য়ে যোগান ধৰিছে। সুদীৰ্ঘ চাকৰি জীৱনত বিভিন্ন ঠাইত ঘূৰি ফুৰোঁতে নিজৰ ভ্ৰমণৰপৰা লাভ কৰা অভিজ্ঞতাৰ লগতে দেখা-শুনাৰপৰাও কিছু তথ্য সংগ্ৰহ কৰাটো লক্ষ্যণীয়। যোৱা শতিকাৰ অসমৰ জল-পথ, স্থল-পথৰ বিষয়ে অধ্যয়ন কৰিব খুজিলে আলোচ্যমান গ্ৰন্থ অন্যতম প্ৰধান সমল হোৱাৰ যোগ্য।

**(১) জল-পৰিবহন ঃ**

হৰকান্ত বৰুৱাৰ আত্মজীৱনীয়ে ১৭৬০ শকৰ আষাঢ় মাহত, ১৮৩৮ খ্ৰীষ্টাব্দৰ কোনোবা এটা দিনত ব্ৰহ্মপুত্ৰয়েদি প্ৰথম ধোঁৱাৰ জাহাজ অহা সম্পৰ্কে আমোদজনক ভাৱে লিখিছে ঃ

> এই শকৰ আষাৰ মাহে প্ৰথম জাহাজ আহে। এই ধুঁৱাৰ জাহাজ অহাতে, দেখিবৰ কাৰণে, অনেক লোক জমা হৈছিল, এবং আমি প্ৰভিতি লোকক, মেথি সাহেবে তোলি কুৰুৱা পৰ্যন্ত চলাই, অশ্বক্ৰান্তৰপৰা শুক্ৰেশ্বৰৰ ঘাটত তোলি দিলে। এই অবধি জাহাজ চলাচল হ'ল[৪৫]।

---

৪২ কুমুদ চন্দ্ৰ বৰদলৈ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ.৪০

৪৩ H. K. Barpujari (Gen. Editor) : *op-cit*, p.64

৪৪ কুমুদ চন্দ্ৰ বৰদলৈ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৪০-৪১

৪৫ *একে গ্ৰন্থ*, পৃ. ২৯

অৱশ্যে ধোঁৱাৰ জাহাজ অহাৰ তাৰিখটো সম্পৰ্কে সন্দেহৰ অৱকাশ নথকা নহয়। কাৰণ 'অৰুনোদই' সম্বাদ পত্রই ১৮৪৭ খ্রীষ্টাব্দৰ আগষ্ট মাহতহে কলিকতাৰ পৰা গুৱাহাটীলৈ জাহাজ অহাৰ বাতৰিটো নানা প্রাসঙ্গিক তথ্যেৰে সৈতে বিস্তৃতভাৱে পৰিবেশন কৰিছে[৪৬]। দ্বিতীয়তে, অসমৰ বিষয়ে নির্ভৰযোগ্য বুৰঞ্জী প্রণয়ন কৰা গেইট চাহাবৰ মন্তব্য হ'ল —

> In 1847 a steamer service on the Brahmaputra river was established by Government, but the boats ran only at uncertain intervals and they did not proceed beyond Gauhati.[৪৭]

অসমৰ যাতায়াত ব্যৱস্থা সম্পৰ্কে গবেষণা কৰা আধুনিক গৱেষকৰ লেখাতো একে তথ্যই পোৱা যায় —

> ১৮৩৯ খ্রীষ্টাব্দত আসাম কোম্পানী প্রতিষ্ঠা হোৱাৰ পিছত ব্রহ্মপুত্রত জাহাজ চলাবলৈ ১৮৪২ খ্রীষ্টাব্দত ব্যর্থভাৱে প্রচেষ্টা চলোৱা হৈছিল। ..... চৰকাৰৰ দ্বাৰা ১৮৪৭ খ্রীষ্টাব্দত ফেৰী সেৱা প্রবর্তন কৰা হৈছিল যদিও ই আছিল বৰ অনীয়মিয়া[৪৮]।

তৎকালীন অসমৰ দায়িত্বসম্পন্ন প্রশাসক জেমচ মেথী চাহাবক সাঙুৰি সদৰামীনে দিয়া সংবাদ সত্য বুলি ধাৰণা জন্মে যদিও উদ্ধৃত সাক্ষ্যসমূহে কিছু পৰিমাণে হ'লেও সন্দেহ জন্মায়।

সেই কালৰ মানুহৰ অ'লৈ ত'লৈ ভ্রমণত বঙালী নাৱৰীয়াই বিশেষ ভূমিকা গ্রহণ কৰাৰ বিষয়ে ভালেমান উৎসৰপৰা জানিব পৰা যায়। ১৭৬৯ শকৰ মাঘ মাহ (ফেব্রুৱাৰী ১৮৪৮)ত সদৰামীনে কেবাজনো মানহ লগত লৈ ব্রহ্মপুত্রয়েদি "বাঙ্গালী ছোট পানছৈ নাউ"ৰে উজনিলৈ যাত্রা কৰিছিল[৪৯]। অসমৰ বেপাৰ-বাণিজ্যত বঙালী নাৱৰ ভূমিকা সম্পৰ্কে গুণাভিৰাম বৰুৱাই স্পষ্টভাৱে উল্লেখ কৰি গৈছে[৫০]।

ইপাৰ-সিপাৰ হ'বৰ কাৰণে ব্রহ্মপুত্রৰ ঘাটত ব্যৱহৃত জাহাজ সম্পৰ্কেও আত্মজীৱনী প্রণেতাৰ পৰা জানিব পৰা যায়। তেওঁ লিখিছে যে, ১৮৭৫ খ্রীষ্টাব্দৰ

---

৪৬ *অৰুনোদই*, চেপ্তেম্বৰ, ১৮৪৭, পৃ. ১৬৯

৪৭ E. Gait : *op-cit*, p.347

৪৮ S. B. Medhi : *Transport System and Economic Development in Assam*. 1978, pp.19-20

৪৯ কুমুদ চন্দ্র বৰদলৈ : *প্রাগুক্ত গ্রন্থ*, পৃ. ৫১

৫০ গুণাভিৰাম বৰুৱা : *আসাম বুৰঞ্জী*, প্রাগুক্ত, পৃ. ১৯০

আগষ্ট মাহত প্ৰথমতে সৰু জাহাজেৰে ইপাৰ-সিপাৰ হোৱাৰ ব্যৱস্থা কৰা হৈছিল। তাৰ কেইদিনমান পিছৰপৰপা ফেৰী জাহাজ ভালকৈ চলিবলৈ ধৰে[৫১]।

(২) স্থল-পৰিবহন ঃ

প্ৰাচীন অসমত সকলোৱে সকলো ধৰণৰ বাহন ব্যৱহাৰ কৰিব নোৱাৰিছিল। সমাজৰ সম্ভ্ৰান্ত লোকসকলে ইঠাই-সিঠাইলৈ অহা-যোৱা কৰিবৰ কাৰণে ঘোঁৰা, হাতী, দোলা আদি ব্যৱহাৰ কৰিছিল[৫২]। হৰকান্ত বৰুৱাইও তেওঁৰ কনিষ্ঠ ভাতৃ গৌৰীকান্তক চৰকাৰৰ ঘৰত খাজনা সোধাবৰ কাৰণে হাতী বা দোলাৰে পঠাইছিল[৫৩]। অৱশ্যে বৃটিছ শাসনকালত পিছলৈ হাতী, ঘোঁৰা, দোলা ব্যৱহাৰৰ ক্ষেত্ৰত থকা পূৰ্বৰ বাধ্য-বাধকতা নাইকিয়া হৈছিল[৫৪]।

'খড়খড়ি' অৰ্থাৎ ঘোঁৰা গাড়ী (?)ৰ দ্বাৰাও কিছু সংখ্যক লোকে চমু বাট অতিক্ৰম কৰাৰ নজিৰ আছে। হৰকান্ত বৰুৱাই এবাৰ নাৱৰপৰা নামি 'খড়খড়ি'ৰে মংগলদৈলৈ আৰু এবাৰ গুৱাহাটীত ডাক্তৰৰ ওচৰলৈ যোৱাৰ বিষয়ে জানিব পৰা যায়[৫৫]।

৮.৩.১ (ঙ) ভাষা-সাহিত্য ঃ

'সদৰামীনৰ আত্মজীৱনী'ত প্ৰায় এশ-ডেৰশ বছৰ আগৰ অসমীয়া ভাষাৰ প্ৰাণৰ সন্ধান পোৱা যায়।

প্ৰথমে উল্লেখ কৰিব লাগিব যে ঊনবিংশ শতিকাৰ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ আকাশ যেতিয়া মেঘাচ্ছন্ন তেতিয়াই এই বুজন আকাৰৰ পুথি ৰচিত হৈছে গদ্যত। গতিকে অসমীয়া গদ্য সাহিত্যৰ ক্ৰমবিকাশত আলোচ্যমান গ্ৰন্থৰ গুৰুত্ব সন্দেহৰ উৰ্দ্ধত।

হৰকান্তৰ লেখা 'অৰুনোদই'ৰ সমসাময়িক। তথাপি ই সেই কাকতৰ গদ্যৰীতিৰপৰা সম্পূৰ্ণ মুক্ত। এশ-ডেৰশ বছৰ পূৰ্বৰ অসমীয়া কথন ভংগীৰ স্বৰূপ বিচাৰি পোৱা যায় 'সদৰামীনৰ আত্মজীৱনী'ত। অনেক ঠাইত অনুচ্ছেদ একোটাৰ আৰম্ভ হৈছে 'পাচে', 'আৰু' আদি শব্দেৰে। এনে ৰীতিয়ে পাঠকৰ মনলৈ আনি দিয়ে

---

৫১ কুমুদ চন্দ্ৰ বৰদলৈ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২০২

৫২ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২০২

৫৩ কুমুদ চন্দ্ৰ বৰদলৈ ঃ *প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৩৯-৪০*

৫৪ গুণাভিৰাম বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. একে

৫৫ গুণাভিৰাম বৰুৱা ঃ *আসাম বুৰঞ্জী*, প্ৰাগুক্ত, পৃ. ১৯০

ভট্টদেৱৰ 'কথা গীতা' আৰু 'কথা ভাগৱত' তথা 'কথাগুৰু চৰিত' আৰু বুৰঞ্জীৰ গদ্যশৈলীৰ প্ৰভাৱৰ কথা। তদ্ৰূপ অনুচ্ছেদৰ আৰম্ভণিত বহুলভাৱে প্ৰয়োগ হোৱা 'তদনন্তৰ', 'তদপৰ', 'অতঃপৰ' আদি শব্দই সদৰামীনৰ ওপৰত সংস্কৃত ভাষা-সাহিত্যৰ প্ৰভাৱৰ কথাকে দোহাৰে। বঙলা আৰু হিন্দী ভাষাৰ উপৰি আলোচ্যমান পুথিত আৰবী, ফাৰ্চী আৰু উৰ্দু শব্দৰো প্ৰয়োগ পৰিলক্ষিত হয়। এনে প্ৰয়োগে তৎকালীন অসমলৈ বিভিন্ন ভাষা-ভাষী লোকৰ প্ৰব্ৰজনৰ ধাৰণা নিশ্চিত কৰে।

আলোচ্যমান গ্ৰন্থত প্ৰয়োগ হোৱা দুই-এটা খণ্ডবাক্যই অসমীয়া ভাষাৰ প্ৰাণৰ লগত দিনলিপি ৰচোঁতাৰ পৰিচয়ৰ স্বাক্ষৰ বহন কৰিছে। যেনে ঃ "(ছোৱালী) যমে নিয়াও নিয়া, জোঁৱায়ে নিলেও নিয়া" (পৃ. ৮৪), "কেচু ওলালে কি পুনৰ গাঁত পায়" ? (পৃ. ১৪৯) আদি।

উল্লিখিত উদাহৰণসমূহৰপৰা নিঃসন্দেহে এনে সিদ্ধান্তলৈ আহিব পৰা যায় যে সদৰামীনৰ আত্মজীৱনীয়ে যোৱা শতিকাৰ অসমত প্ৰচলিত ভাষাৰ বিষয়ে সঠিক ধাৰণা পাঠকৰ মনলৈ আনি দিবলৈ সক্ষম হৈছে।

### ৮.৪.০ বলৰাম ফুকন ঃ

আনন্দৰাম ঢেকিয়াল ফুকনৰ খুৰায়েক যজ্ঞৰাম ফুকনৰ পুত্ৰ বলৰাম ফুকন (১৮৩১-১৮৮৩)ৰ বিষয়ে সাহিত্যৰ বুৰঞ্জীসমূহৰ পৰা সবিশেষ জানিব পৰা নাযায়। ঊনবিংশ শতাব্দীত অসমীয়া ভাষা-সাহিত্য চৰ্চা কৰা সীমিত সংখ্যক লোকৰ ভিতৰত বলৰাম ফুকন অন্যতম। তেওঁৰ প্ৰকাশিত পুথি দুখন হ'ল 'হৰ্স-বিসাদ বিসয়ক ৰচনা'[৫৬] আৰু 'যোগবাশিষ্ঠ ৰামায়ণ'[৫৭]। দুৰ্ভাগ্যবশতঃ দুয়োখন পুথি সম্প্ৰতি দুষ্প্ৰাপ্য।

### ৮.৪.১ হৰ্স-বিসাদ বিসয়ক ৰচনা ঃ

সংগৃহীত তথ্য মতে 'হৰ্স-বিসাদ বিসয়ক ৰচনা' (১৮৬৯) সৰু ল'ৰা-ছোৱালীৰ উদ্দেশ্যে ৰচিত পুথি। ইয়াত বৰ্ণিত বিষয়বস্তু অনুসৰি বিশ্বপুৰ নামৰ নগৰৰ সত্যপাল নামধেয় এজন জ্ঞানী আৰু ভ্ৰমান্ধ নামৰ এজন জ্ঞানাৰ্থী যুৱকৰ কথোপকথনৰ জৰিয়তে জ্ঞান দিব বিচৰা হৈছে। এই সীমাবদ্ধতাৰ মাজতো লেখকৰ বক্তব্যৰ মাজেৰে ইতিমধ্যে বাগৰ সলোৱা শতিকাটোৰ অসমীয়া সমাজখনৰ বিষয়ে কিছু ইংগিত পোৱা যায়। সমসাময়িক সমাজৰ সম্ভ্ৰান্ত লোকে "মুগাৰ চুৰিয়া, এঙ্গাচোলা, খনিয়া বৰ কাপৰ, পাগুৰি পিন্ধি ভদ্ৰতা ৰাখিছিলে"[৫৮]। নিজৰ চাৰিওফালৰ সমাজখনৰ সম্পৰ্কে পুথি

---

৫৬ প্ৰকাশক ঃ আসাম ব্যাপ্তিষ্ট মিচন প্ৰেছ, গুৱাহাটী, ১৮৬৯

৫৭ প্ৰকাশক ঃ আউনীআটী সত্ৰাধিকাৰ, মাজুলী, ১৮৭২

৫৮ যোগেন্দ্ৰ নাৰায়ণ ভূঞা ঃ 'হৰ্স-বিসাদ বিসয়ক ৰচনা আৰু বলৰাম ফুকন' (প্ৰবন্ধ), *নতুন দৈনিক*, ৩/৩/৯২

প্ৰণেতাৰ ধাৰণা আছিল বুলি ধৰাৰ থুল আছে।

### ৮.৫.০ ৰুদ্ৰৰাম বৰদলৈ ঃ

উনবিংশ শতাব্দীত যিসকল নগণ্য সাহিত্যিকে সাহিত্য চৰ্চাৰ পৰম্পৰা জীয়াই ৰাখিছিল হয়বৰ গাঁৱৰ ৰুদ্ৰৰাম বৰদলৈ (১৮৩৬-১৮৯৯) সেইসকলৰ অন্যতম। দুৰ্ভাগ্যবশতঃ সাহিত্যৰ বুৰঞ্জীত ৰুদ্ৰৰাম বৰদলৈ সম্পৰ্কেও সবিশেষ তথ্যৰ অভাৱ। হৰকান্ত বৰুৱা সদৰামীনে তেওঁৰ দিনলিপিত ৰুদ্ৰৰাম সম্পৰ্কে বহুবাৰ উল্লেখ কৰিছে[৫৯]। ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনত এওঁ চাকৰি কৰিছিল। ৰুদ্ৰৰাম বৰদলৈ অসমীয়া ভাষা-সাহিত্যৰ দুৰ্যোগকালৰ এজন উল্লেখযোগ্য লেখক। এওঁৰ ৰচিত পুথি হ'ল — 'বঙাল-বঙালনী নাটক' (১৮৭১) আৰু ধাতুৰ বৰ্ণনামূলক পুথি 'ৰত্নমণি' (১৮৮৫)। ইয়াৰ বাহিৰেও ৰুদ্ৰৰামে 'ব্যৱস্থা পুথি' নামৰ এখন কিতাপ লিখাৰ কথা ৺বেণুধৰ শৰ্মাদেৱে উল্লেখ কৰিছে। অৱশ্যে তেখেতৰ লেখাত 'ৰত্নমণি'ৰ নাম পাবলৈ নাই[৬০]।

### ৮.৫.১ বঙাল-বঙালনী নাটক ঃ

আঠ অঙ্কত বিভক্ত 'বঙাল-বঙালনী' সম্প্ৰতি দুষ্প্ৰাপ্য[৬১]। একাধিকবাৰ সূত্ৰধাৰৰ আবিৰ্ভাৱ, দুলৰী ছন্দৰ প্ৰয়োগ আদিৰ জৰিয়তে এই নাটত অংকীয়া নাটৰ ক্ষীণ প্ৰভাৱ বিদ্যমান। 'বঙাল-বঙালনী' সম্পৰ্কত 'নিম্ন খাপৰ কৌতূক সৃষ্টি কৰা', 'আৰ্টৰ অভাৱত ৰুচিৰ বিপৰ্যয় ঘটা' আদি মন্তব্য দিয়া দেখা যায়[৬২] যদিও ই যোৱা শতিকাৰ বিজতৰীয়া অসমীয়া সমাজখনৰ যথাৰ্থ চিত্ৰ ফুটাই তুলিছে। বৃটিছ প্ৰশাসনৰ লগে লগে ভালেমান ব্যভিচাৰে অসমীয়া সমাজত গা কৰি উঠাৰ বিষয়ে ইতিপূৰ্বে উল্লেখ কৰা হৈছে[৬৩]। অসমত ধন ঘটিবলৈ অহা ৰাজ্যৰ বাহিৰৰ চৰিত্ৰহীন লোকৰ চিত্ৰ নাটকখনিত পোৱা যায়।

তাতোকৈ ডাঙৰ কথা, তেওঁৰ পূৰ্বসুৰী আধুনিক যুগৰে দুজন নাট্যকাৰ গুণাভিৰাম-হেমচন্দ্ৰতকৈ ৰুদ্ৰৰামৰ নাট্যচেতনাৰ ভিন্নতা দৃষ্টিগোচৰ হয়। সংস্কৃত আলঙ্কাৰিকসকলৰ মতে দৃশ্য আৰু শ্ৰাব্য দুই প্ৰকাৰ কাব্যৰ ভিতৰত নাটক সকলোতকৈ

---

৫৯ কুমুদ চন্দ্ৰ বৰদলৈ ঃ *প্ৰাগুক্ত গ্ৰন্থ*

৬০ বেণুধৰ শৰ্মা ঃ *অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী*, প্ৰাগুক্ত, পৃ. ২০

৬১ প্ৰকাশক ঃ শিৱসাগৰ মিচন প্ৰেছ, ১৮৭১ খ্ৰীঃ। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত ইয়াৰ অনুলিপি এটি সংৰক্ষিত হৈছে।

৬২ মহেশ্বৰ নেওগ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৩০৪

৬৩ পঞ্চম অধ্যায়ৰ 'সামাজিক ব্যভিচাৰ' (৫.১.১১) শিতানত বিষয়টো আলোচিত হৈছে।

ৰমণীয — "কাব্যেষু নাটকং ৰম্যম্" । দৃশ্যকাব্য ৰূপে অভিনযৰ দিশটো নাটকৰ লগত অঙ্গাঙ্গীভাৱে জড়িত থকাৰ আদর্শ মনত ৰাখি এওঁ মঞ্চত ৰূপায়ণৰ যোগেদি নিজ বক্তব্য সমাজৰ আগত উপস্থাপন কৰাৰ সাহস কৰিছিল। তাৰ সমর্থনত এই মন্তব্য পোৱা যায় ঃ

> বৰুৱা দুগৰাকীয়ে ৰঙ্গমঞ্চৰ যোগেদি অসমীয়া নাট্য সাহিত্যৰ নতুন যুগৰ পাতনি মেলিবলৈ নিশ্চয় নাট ৰচনা কৰা নাছিল। দুয়োজনাই সাহিত্যৰ যোগেদি সমালোচনা কৰি সমাজক পৰিশোধন কৰাটোৱেই ঘাই উদ্দেশ্য কৰি লৈছিল ।কিন্তু সেই যুগৰে আন এখন সামাজিক নাট 'বঙাল-বঙালনী' লিখি নগাঁৱৰ ৰুদ্ৰৰাম বৰদলৈয়ে (১৮৩৬-১৮৯৯) প্ৰকাশ কৰিছিল ১৮৭১ চনত — আগত এটি ৰঙ্গমঞ্চ ৰাখিযেই। বৰদলৈৰ 'বঙাল-বঙালনী' নগাঁৱৰ হযবৰগাঁও বীণাপাণি নাট্যমন্দিৰত অভিনীত হৈছিল আৰু সেই অভিনযত নাট্যকাৰে নিজেও ভাও লৈছিল[৬৪]।

'বঙাল-বঙালনী' নাটৰ ভালেমান সংলাপ আৰু নাট্য ঘটনাৰপৰা সমসাসযিক অসমীযা সমাজখনৰ বিষযে ধাৰণা কৰিব পাৰি। নাটখনৰ স্থানান্তৰত আছে ঃ

> লেখা পড়া সিকাব পাৰা। কিন্তু লেখা পড়াৰে একো গুণ নাহিব, আমাৰ সামান্য মানুহৰ তিৰোতাক কি লেখা-পড়া লাগিছে, বোযা কটা, ঘৰ-পথাৰৰ বন ইযাক্‌হে লাগে। হলে লেখা পড়াও লাগে, কিন্তু এনেকুযা বিধ তিৰোতাৰ লেখা পড়া বিধ বিদ্যা হলে আৰু বেযাহে হব[৬৫]।

নাটৰ মাজে মাজে প্ৰযোগ কৰা খণ্ডবাক্যই তৎকালীন অশিক্ষিত সমাজখনৰ স্বৰূপ পাঠক-দৰ্শকৰ আগত উদঙাই দেখুৱায। যেনে — "বাপ দিযা কন্যা, ৰজা দিযা ভূমী" (পৃ.১০), "ই পৈয়ে এৰিব সি পৈলৈ যাম, নকৈ খাৰু-মণি পিন্ধিবলৈ পাম" (পৃ.১৬) ইত্যাদি। একে প্ৰসংগতে উল্লেখযোগ্য চৰিত্ৰৰ থলুৱা নাম, গাঁৱলীযা তিৰোতাৰ চিত্ৰ, থলুৱা শব্দৰাজিৰ প্ৰযোগ আদিও। "দেশৰ কোনো কোনো অনাচাৰ নিবৃত্তি হ'বৰ উদ্দেশ্যেৰে এই পুস্তিকাখনি ৰচনা কৰা" বুলি কোৱা[৬৬] ৰুদ্ৰৰামৰ 'বঙাল-বঙালনী'ত ঠাযে ঠাযে নিম্নস্তৰৰ ৰুচিবোধ লক্ষ্য কৰা যায় যদিও ই সেই যুগৰ সৰ্বসাধাৰণ লোকৰ জীৱন যাপনৰ এটি দিশ ফুটাই তোলাত সক্ষম হৈছে। "......লিখকৰ ওপৰত

---

৬৪ অতুল চন্দ্ৰ হাজৰিকা ঃ *মঞ্চলেখা*, ১৯৬৭, পৃ. ৯২-৯৩

৬৫ ৰুদ্ৰৰাম বৰদলৈ ঃ *বঙাল-বঙালনী*, প্ৰথম অঙ্ক, প্ৰথম পৰিচ্ছেদ, পৃ.৩

৬৬ *একে গ্ৰন্থ*, "দোষ খণ্ডন" (পাতনি)

সমাজৰ যি প্ৰভাৱ পৰিছে আৰু চৌপাশে যেনে পৰিস্থিতিয়ে তেওঁৰ মনোবৃত্তিত সাঁচ বহুৱাইছে তাৰেই প্ৰতিচ্ছবি নাটখনত পৰিস্ফুট''[৬৭]।

গতিকে 'বঙাল-বঙালনী' নাটত যোৱা শতিকাৰ অসমীয়া সমাজখনৰ ভালেমান দোষ-ত্ৰুটী প্ৰতিফলিত হোৱা বুলি ধৰিব পাৰি।

ওপৰত আলোচনা কৰা সাহিত্যিকসকলৰ বাহিৰেও 'অৰুনোদই'ৰ প্ৰভাৱ-মুক্ত উল্লেখযোগ্য লেখক হ'ল ৰমাকান্ত চৌধুৰী (১৮৪৬-১৮৮৯) আৰু পদ্মহাস গোস্বামী (১৮৪৫-?)। ৰমাকান্ত চৌধুৰীৰ 'অভিমন্যু বধ' (১৮৭৫) কাব্যত অসমীয়া সমাজ বা ইয়াৰ ভাষা-সংস্কৃতিৰ বিষয়ে কোনো তথ্য পোৱা নাযায়। আকৌ তেওঁৰ 'সীতাহৰণ নাট' ব্যাপক অনুসন্ধানৰ মূৰতো পোৱা নহ'ল কাৰণে এই সম্পৰ্কে মন্তব্য দিয়াৰপৰা বিৰত থকা হ'ল। পদ্মহাস গোস্বামীৰ 'পদ্যমালা' (১৮৭২) নামৰ সৰু কবিতা সংকলনখনিতো আমাৰ আলোচ্য বিষয়ৰ তথ্য নথকা হেতু তাক আলোচনাৰ পৰা বাদ দিয়া হৈছে।

---

৬৭ হৰিচন্দ্ৰ ভট্টাচাৰ্য্য : *অসমীয়া নাট্যসাহিত্যৰ জিলিঙনি*, ১৯৯৮, পৃ.১৪৬

নৱম অধ্যায়

# 'অৰুনোদই'ৰ আদৰ্শত প্ৰকাশিত সংবাদ পত্ৰত অসমীয়া সমাজ আৰু সংস্কৃতি

৯.০.০. এই অধ্যায়ত 'অৰুনোদই'ৰ আদৰ্শ বা অনুকৰণত প্ৰকাশ পোৱা সংবাদ পত্ৰসমূহত অসমৰ জনজীৱনে কেনেদৰে ধৰা দিছিল সেই বিষয়ে অধ্যয়ন চলোৱা হ'ব। ঊনবিংশ শতাব্দীৰ দ্বিতীয়াৰ্দ্ধত অসমীয়া ভাষাত প্ৰকাশিত কাকত-আলোচনীত 'অৰুনোদই'ৰ প্ৰত্যক্ষ বা পৰোক্ষ প্ৰভাৱ পৰা সম্পৰ্কত তৰ্কৰ স্থল নাই। অন্ততঃ 'জোনাকী'ৰ আগলৈকে ওলোৱা সংবাদ পত্ৰসমূহত হয় 'অৰুনোদই'ৰ পোনপটীয়া প্ৰভাৱ, নহয় এই কাকতৰ প্ৰভাৱৰ ৰেঙণি দেখিবলৈ পোৱা যায়। প্ৰসংগক্ৰমে তলত উদ্ধৃত কৰা মন্তব্যটো বিশেষ তাৎপৰ্যপূৰ্ণ ঃ

> ('অৰুনোদই'য়ে) অসমীয়া আলোচনী আৰু বাতৰি কাকত প্ৰৱৰ্তনৰ আদৰ্শ দাঙি বাতৰি কাকত ব্যৱসায় তথা সাংবাদিকতাৰ সূচনা কৰে। অৰুণোদয়ক অনুসৰণ কৰি 'আসাম বিলাসিনী' (১৮৭১-৮৩), 'আসাম মিহিৰ' (১৮৭২-৭৩), 'আসাম দৰ্পণ' (১৮৭৪-৭৫) আদি কাকত ওলাই অসমীয়া সাহিত্যৰ উন্নতি আৰু বিস্তাৰত ইন্ধন যোগায়। অৰুণোদয়ে বাট দেখুৱাই নিদিয়াহেঁতেন এই কাকতসমূহৰ সৃষ্টি ইমান সোনকালে নহ'লহেঁতেন[১]।

কিন্তু আলোচ্য কাকতসমূহত অসমৰ সমাজ-সংস্কৃতিৰ চিত্ৰৰ অনুসন্ধান চলোৱাৰ পথত প্ৰধান প্ৰতিবন্ধক হ'ল সংবাদ পত্ৰসমূহৰ দুষ্প্ৰাপ্যতা। দুখনমান পত্ৰিকা পুনৰ সম্পাদিত-মুদ্ৰিত হৈ ওলাইছে যদিও বাকীবোৰ ক'তো পোৱা নাযায়। কাকতসমূহৰ প্ৰকাশ-স্থানতে সেইবোৰ সমূলি নোহোৱা হোৱাটো কম পৰিতাপৰ বিষয় নহয়। তথাপি অধ্যয়নৰ লক্ষ্যত উপনীত হোৱাৰ উদ্দেশ্যে এই অধ্যায়ত থলুৱা লোকৰদ্বাৰা প্ৰকাশিত প্ৰথম কাকত 'আসাম বিলাসিনী'ৰপৰা প্ৰাক্-জোনাকী কাললৈ প্ৰকাশিত পত্ৰ-পত্ৰিকাসমূহ আলোচনাৰ মাজলৈ অনা হ'ব। বিশ্লেষণৰ বাটত অগ্ৰসৰ হওঁতে মুখ্য উৎসৰ অভাৱত ঠায়ে ঠায়ে গৌণ উৎসৰ সহায় ল'বলগীয়া হৈছে।

---

১ সত্যেন্দ্ৰ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২৭৮

৯.১.০ মিছনেৰীসকলে 'অৰুনোদই' কাকত ছপাই উলিওৱাৰ পূৰ্বে অসমীয়া মানুহে কেনেদৰে বঙলা ভাষাৰ কাকত-পত্ৰ পঢ়ি বাতৰি কাকত পঢ়াৰ হেঁপাহ পুৰণ কৰিছিল সেই বিষয়ে ইতিমধ্যে আলোচিত হৈছে। অসমৰ সংবাদসমূহ বংগদেশৰ সংবাদ পত্ৰত প্ৰকাশ পোৱাৰ উপৰিও আমাৰ মানুহে লেখা চিঠি-পত্ৰও কলিকতাৰ কাকততে ওলাইছিল[২]। 'অৰুনোদই' প্ৰকাশৰ লগে লগে অসমৰ বাতৰি অসমীয়া ভাষাতে বিলোৱাৰ পথ প্ৰশস্ত হৈ পৰিল। 'সমাচাৰ দৰ্পণ'কে ধৰি বঙলা ভাষাৰ কাকতসমূহে অসমত পূৰ্বৰ পাঠক সমাজ আৰু বজাৰখন হেৰুৱাবলৈ বাধ্য হ'ল।

বেপ্তিষ্টসকলে অসমীয়া মানুহৰ আগত তেওঁলোকৰ মাতৃভাষাৰ সংবাদ পত্ৰৰ নমুনা দাঙি ধৰিলে। কিন্তু অসমীয়া মানুহ 'অৰুনোদই' প্ৰকাশৰদ্বাৰা কিমানদূৰ অনুপ্ৰাণিত হৈছিল ? ১৮৭১ খ্ৰীষ্টাব্দত 'আসাম বিলাসিনী' প্ৰকাশ পোৱাৰ পূৰ্বে অসমীয়া মানুহে মাজৰ পঁচিশ বছৰীয়া কালছোৱাত কিবা সংবাদপত্ৰ উলিয়াবলৈ যত্নপৰ হৈছিল নে নাই এই বিষয়ে জানিবলৈ এতিয়াও বাকী।

খ্ৰীষ্টান ধৰ্ম-প্ৰচাৰকসকলে কিন্তু এই বিষয়ত উৎসাহ-উদ্দীপনা নোযোগোৱাকৈ থকা নাছিল। সম্প্ৰতি অসমত এচাম সমালোচকে বেপ্তিষ্টসকলৰ অসমীয়া ভাষা-সাহিত্যলৈ বৰঙণিৰ গুৰুত্ব হ্ৰাস কৰিবলৈ চলোৱা প্ৰচেষ্টাৰ বিপৰীতে ক'ব লাগিব যে মিছনেৰীসকলে অসমত প্ৰচুৰ ছপাশাল প্ৰতিষ্ঠা হোৱাটো কামনা কৰিছিল। এইবোৰৰ যোগেদি কিতাপ আৰু সংবাদ-পত্ৰ ওলোৱাৰ অন্তত জ্ঞান বিতৰণ হোৱাটো তেওঁলোকৰ কাম্য আছিল। কথাষাৰৰ প্ৰমাণ এয়া ঃ

> আমেৰিকা, লণ্ডন আদি দেসবোৰত অনেক সংবাদপত্ৰ চপা হৈচে; আৰু সেইবোৰক প্ৰাই আটাই লোকে লই; অচম দেসত হলে কেবল এখনি পত্ৰ মাথোন চপা হৈচে, আৰু তাৰ ধনো নিচেই তাকৰ; তথাপি ইয়াকে লোআ মানুহ কিমান কম। জি কালত অচমিয়া দেসত ঠায়ে ঠায়ে চাপাখানা হব; আৰু তাত অনেক পুথি, সম্বাদ পত্ৰ আদি চপা হৈ দেস গোটেই খনতে বিলোআ জাব, এনে সুমঙ্গল কাল এই দেসত হবলৈ কোনে ইচা নকৰে ?[৩]

প্ৰসংগক্ৰমে উনুকিয়াই থব পাৰি যে 'অৰুনোদই'ৰ সম্পাদকৰ এই ইচ্ছা আনন্দৰাম ঢেকিয়াল ফুকনে 'ইংলণ্ডৰ বিৱৰন' পাঠত অসমৰ উন্নয়নৰ বাবে ভগৱানৰ

---

২ দ্ৰষ্টব্য ঃ শিতান ৪.৪ — 'অসমীয়া ভাষাৰ সংকটকালত 'মিছনেৰীৰ ভূমিকা'।

৩ *অৰুনোদই*, জানুৱাৰী ১৮৫৬, পৃ.৪

ওচৰত জনোৱা প্ৰাৰ্থনাৰ অনুৰূপ। অসমীয়া পাঠকৰ চিৰ পৰিচিত আনন্দৰামে "হে ক্ৰিপামই জগদিশ্বৰ".... সম্বোধনেৰে কৰা প্ৰাৰ্থনাত সেই ভাব ইতিপূৰ্বে প্ৰকাশ পাইছিল।[৪]

৯.২.০ আসাম বিলাসিনী ঃ

'অৰুনোদই'ৰ সম্পাদকৰ আহ্বানেই হওক অথবা সেই কাকতৰ জনপ্ৰিয়তা কিম্বা প্ৰভাৱৰ ফলতেই হওক, যোৱা শতিকাৰ ৮ম দশকত অসমৰ দ্বিতীয়খন সংবাদ পত্ৰ ছপাশাল গৰকি ওলাই আহিল। কাকতখনি হ'ল ১৮৭১ খ্ৰীষ্টাব্দত মাজুলীৰ আউনীআটী সত্ৰৰপৰা প্ৰকাশিত 'আসাম বিলাসিনী'। এই সম্পৰ্কত কোৱা হৈছে ঃ

> ১৭৯৩ শকৰ কথা, দত্তদেৱ প্ৰভুৱে আউনীআটী সত্ৰলৈ কলিকতাৰ পৰা এটা ছপা যন্ত্ৰ অনাই সত্ৰৰ পূৰ্বদিশে এটি ছপাশাল বহুৱালে। ছপাশালৰ নাম দিলে ধৰ্ম-প্ৰকাশ যন্ত্ৰ। নামটোৱেই ছপাশালৰ স্থাপনৰ উদ্দেশ্য খ্যাপন কৰে। খৃষ্টীয় পাদুৰীবিলাকে ছপাশাল পাতি অৰুণোদয় কাকত আৰু বিভিন্ন খ্ৰীষ্ট ধৰ্মীয় পুস্তক প্ৰকাশ কৰি ধৰ্ম প্ৰচাৰ কৰাৰ কৌশল প্ৰভুৱে স্বচক্ষে দেখা পাইছিল। .....বিদেশীয়ে প্ৰকাশ কৰা অৰুণোদয়ৰ পাছতে অসমীয়া লোকে উলিওৱা প্ৰথম সংবাদ-পত্ৰ হ'ল প্ৰভু দত্তদেৱৰ মহনীয় কীৰ্তি আসাম বিলাসিনী[৫]।

আলোচ্যমান কাকত ১৮৭১ খ্ৰীষ্টাব্দৰপৰা ১৮৮৩ লৈ মুঠ ১২ বছৰ কাল চলিছিল[৬]। সংবাদ পত্ৰখন বৰ্তমান ক'তো পাবলৈ নাই। ইয়াৰ প্ৰকাশস্থল আউনীআটী সত্ৰতে 'আসাম বিলাসিনী' নথকাটো দুখৰ কথা। বানপানী, গৰাখহনীয়াৰ বাবে বাৰে বাৰে সত্ৰ স্থানান্তৰিত কৰিব লগা হোৱাটোৱেই ইয়াৰ কাৰণ বুলি জানিব পৰা গৈছে। বুৰঞ্জীবিদ বেণুধৰ শৰ্মাদেৱে লণ্ডনৰ বৃটিছ মিউজিয়ামৰপৰা কাকতখনৰ ফটোপপি কৰাই আনি গুৱাহাটী বিশ্ববিদ্যালয়ত জমা দিয়া বুলি উল্লেখ আছে[৭] যদিও বিস্তৰ অনুসন্ধানৰ পিছতো সেই কপি চাব পৰা নহ'ল।

পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ মতে 'আসাম বিলাসিনী' খাইকৈ ধৰ্মমূলক কাকত আছিল, সাধাৰণ জ্ঞানৰ বাবে ইয়াত তেনেই সীমিত সংখ্যক বিষয়বস্তুহে প্ৰকাশিত

---

৪ *অৰুনোদই*, এপ্ৰিল ১৮৪৭, পৃ. ১৩১

৫ তীৰ্থনাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২৫১

৬ *বেণুধৰ শৰ্মা ঃ প্ৰাগুক্ত গ্ৰন্থ*, পৃ.৫৪

৭ তীৰ্থনাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ.২৫১ (পাদটীকা)

হৈছিল[৮]। গোস্বামীদেৱৰ মতত হয়ভৰ দি পৰবৰ্তী প্ৰায় সকলো পণ্ডিত-সমালোচকে 'আসাম বিলাসিনী'ক সনাতন হিন্দু ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে প্ৰকাশিত কাকত ৰূপে আখ্যা দি আহিছে। 'অৰুনোদই'ৰ লক্ষ্য আছিল খ্ৰীষ্ট ধৰ্মৰ বাণী বিলোৱা আৰু 'আসাম বিলাসিনী'ৰ উদ্দেশ্য আছিল হিন্দু ধৰ্মৰ ধাৰা অক্ষুন্ন ৰখা।

হিন্দু ধৰ্ম প্ৰচাৰ মুখ্য উদ্দেশ্য হ'লেও 'আসাম বিলাসিনী'য়ে সমসাময়িক সংবাদ বা অন্য দুই-এটা বিষয় প্ৰকাশ কৰাৰ বিষয়ে জানিব পৰা গৈছে। ১৭৯৭ শকৰ চ'ত মাহৰ কাকতত প্ৰকাশিত 'আসামৰ মহামহিম চিফ কমিচনৰ'ৰ আউনীআটী সত্ৰ দৰ্শনৰ সংবাদ আৰু 'পদ্যমালা'ৰ কবি পদ্মহাস গোস্বামীৰ 'আসাম দেশ' শীৰ্ষক কবিতা[৯] আদি তাৰ উদাহৰণ। এই বিষয়ৰ আন এটি উল্লেখযোগ্য প্ৰসংগ এয়ে যে অসমীয়া সাহিত্যত অমিত্ৰাক্ষৰ ছন্দসজ্জা প্ৰবৰ্তন কৰা কবি ভোলানাথ দাস (১৮৫৮-১৯২৯) আৰু নিভাঁজ অসমীয়া গদ্যলেখক লম্বোদৰ বৰা (১৮৬০-১৮৯২)ৰ প্ৰতিভাৰ উন্মেষ হৈছিল 'আসাম বিলাসিনী'ৰ পাততে[১০]।

পিছে গোস্বামী প্ৰভুৰ সংবাদ পত্ৰখনত ব্যক্তি বিশেষৰ প্ৰতি বিদ্বেষ বা আক্ৰমণাত্মক লেখা ছপোৱাৰ বিষয়েও সাক্ষ্যৰ অভাৱ নাই। দত্তদেৱ গোস্বামীৰ 'আসাম বিলাসিনী'ক এটা 'সুকীৰ্তি' বুলি অভিহিত কৰিও সাহিত্যৰথী বেজবৰুৱাই ক'বলগীয়াত পৰিছে ঃ

> 'আসাম বিলাসিনী'ৰ বাক্য বিন্যাস প্ৰণালী, বিষয় নিৰ্বাচন আদি কাৰ্যই উঠি অহা শিক্ষিত ডেকা তৰপৰ মন হৰণ কৰিব পাৰিছিল বুলি ক'ব নোৱাৰোঁ। তাত অনেক সময়ত ব্যক্তিগত আক্ৰমণে ঠাই পোৱাত প্ৰাচীনসকলৰ মনতো যে সি যথোচিত সমাদৰৰ ঠাই অধিকাৰ কৰিব পাৰিছিল এনে নহয়[১১]........।

উপৰিউক্ত মন্তব্যৰ সপক্ষে দ্বিতীয় প্ৰমাণ হ'ল 'আসাম বিলাসিনী'ত 'সীতাহৰণ কাব্য' প্ৰকাশ হোৱাৰ পিছত ভোলানাথ দাসে এনেকেখন কাকতৰপৰা অন্তৰ বিদীৰ্ণ হোৱাকৈ

---

৮ H. C. Goswami : 'A Short Account of the Rise and Progress of Journalism in the Assam Valley' in H K. Barpujari. *op-cit.* p.249

৯ তীৰ্থনাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৪৫১-৪৫৩

১০ অতুল চন্দ্ৰ বৰুৱা (সম্পা.) ঃ *ভোলানাথ দাস ৰচনাৱলী*, ১৯৭৭, পৃ. (পাতনি)
নন্দ তালুকদাৰ (সম্পা.) ঃ *লম্বোদৰ বৰা ৰচনাৱলী*, ১৯৮০, পৃ.৯

১১ *বেজবৰুৱা গ্ৰন্থাৱলী*, ১ম খণ্ড, পৃ.৩৯

"তীব্ৰ বাক্যবাণ"ৰ সন্মুখীন হোৱাটো[১২]। কাকতখনৰ দুষ্প্ৰাপ্যতাৰ কাৰণে 'আসাম বিলাসিনী' সম্পৰ্কীয় পৰ্যালোচনা ইমানতে সমৰা হ'ল।

**৯.২.০ আসাম মিহিৰ ঃ**

অসমৰ তৃতীয় সংবাদ পত্ৰ হ'ল 'আসাম মিহিৰ'। গুৱাহাটীৰ চিদানন্দ প্ৰেছৰপৰা ১৮৭২ খ্ৰীষ্টাব্দত ওলোৱা সাপ্তাহিক 'আসাম মিহিৰ'[১৩] কাকতো ক'তো দেখিবলৈ পোৱা নাযায়। আলোচ্যমান পত্ৰিকাখনি প্ৰায় এবছৰ কাল চলিছিল। 'আসাম মিহিৰ' প্ৰথমে বঙলা আৰু পিছলৈ বঙলা আৰু ইংৰাজী ভাষাৰ সংবাদ পত্ৰ হোৱা বাবে অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীত ই বিশেষ স্থান পোৱাৰ যোগ্য নহয়।

**৯.৩.০ আসাম দৰ্পণ ঃ**

তাহানিৰ দৰং জিলাৰ বিশ্বনাথৰপৰা ১৮৭৫ খ্ৰীষ্টাব্দত মাহেকীয়া কাকত 'আসাম দৰ্পণ' প্ৰকাশ হোৱাৰ বিষয়ে জানিব পৰা যায়। 'আসাম দৰ্পণ'ৰ সম্পাদক আছিল লক্ষ্মীকান্ত বৰকাকতী[১৪]। প্ৰায় এবছৰ আয়ুস লৈ অহা 'আসাম দৰ্পণ' সম্পৰ্কীয় তথ্যৰ সমূলি অভাৱ।

**৯.৪.০ চন্দ্ৰোদয় ঃ**

১৮৭৫-৭৬ খ্ৰীষ্টাব্দত পাঠক সমাজৰ হাতত পৰা আৰু এখন সংবাদপত্ৰ আছিল 'চন্দ্ৰোদয়'। নগাঁৱৰপৰা দিহিঙীয়া গোঁসায়ে প্ৰকাশ কৰা 'চন্দ্ৰোদয়'ৰ সম্পাদনাত আছিল জীৱেশ্বৰ বৰুৱা। ধৰ্মমূলক আলোচনী বুলি স্বীকৃত 'চন্দ্ৰোদয়' সম্পৰ্কেও সবিশেষ তথ্য ক'তো পোৱা নাযায়।

**৯.৫.০ জ্ঞানোদয় ঃ**

নগাঁৱৰপৰা ১৮৭৬ খ্ৰীষ্টাব্দত প্ৰকাশিত 'জ্ঞানোদয়'ৰ কাৰ্যাধ্যক্ষ বা সম্পাদক আছিল পদ্মহাস গোস্বামী। বিজ্ঞান আৰু সাহিত্যৰ সেৱা কৰা 'জ্ঞানোদয়'এ অসমত ব্ৰাহ্মধৰ্ম প্ৰচাৰৰ প্ৰচেষ্টাও চলাইছিল বুলি কোৱা হৈছে[১৫]। 'জ্ঞানোদয়' কিমান দিনৰ ব্যৱধানত ওলাইছিল সেইটো খাটাংকৈ কোৱা টান।

**৯.৬.০ আসাম দীপক ঃ**

অসমৰ পণ্ডিত-সমালোচকসকলে তথ্যৰ যোগান ধৰিব নোৱাৰা আন এখন সংবাদ পত্ৰ হৈছে 'আসাম দীপক'। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰপৰা জানিব পৰা মতে

---

১২ অতুল চন্দ্ৰ বৰুৱা ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. (পাতনি) ৩২

১৩ H. C. Goswami : *op-cit*. p.250

১৪ নন্দ তালুকদাৰ ঃ *সংবাদপত্ৰৰ ব'দ কাচলিত অসমীয়া সাহিত্য, প্ৰাগুক্ত*, পৃ. ৬৭

১৫ যোগেন্দ্ৰ নাৰায়ণ ভূঞা ঃ *উৰলি যোৱা নথিৰ পৰা*, প্ৰাগুক্ত, পৃ. ৮৬,

১৮৭৬ খ্ৰীষ্টাব্দত আউনীআটীৰ ধৰ্ম প্ৰকাশ যন্ত্ৰৰপৰা প্ৰকাশিত 'আসাম দীপক' এখন মাহেকীয়া পত্ৰিকা আছিল আৰু ই মাত্ৰ একছৰ চলিছিল[১৬]। আনহাতে নন্দ তালুকদাৰে ইয়াক গুৱাহাটীৰপৰা প্ৰকাশিত প্ৰথম বাতৰি কাকত বুলি দেখুৱাই গুৱাহাটীৰে চিদানন্দ প্ৰেছৰপৰা ওলোৱা বুলি অভিমত দিছে[১৭]।

## ৯.৭.০ গোৱালপাৰা হিতসাধিনী ঃ

১৮৭৬ খ্ৰীষ্টাব্দত জন্ম লাভ কৰি ১৮৭৮ খ্ৰীষ্টাব্দলৈ আয়ুস ভোগ কৰা, গোৱালপাৰাৰ পৰা প্ৰকাশিত 'গোৱালপাৰা হিতসাধিনী' বঙলা ভাষাৰ সাপ্তাহিক পত্ৰিকা আছিল বুলি জানিব পৰা গৈছে[১৮]।

## ৯.৮.০ আসাম নিউচ ঃ

প্ৰাক্-জোনাকী যুগৰ এখন উল্লেখযোগ্য বাতৰি কাকত হ'ল 'আসাম নিউচ'। গুৱাহাটীৰ বৰুৱা ফুকন ব্ৰাদাৰ্ছৰদ্বাৰা প্ৰকাশিত, অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা-সম্পাদিত 'আসাম নিউচ'এ ভাষা-সাহিত্যৰ বুৰঞ্জীত সৰু হ'লেও এখনি সুদৃঢ় স্থান দখল কৰি আছে। ১৮৮২ খ্ৰীষ্টাব্দত ওলাই ১৮৮৫ খ্ৰীষ্টাব্দত বন্ধ হোৱা[১৯] 'আসাম নিউচ' নামৰ সাপ্তাহিক কাকতখন অসমীয়া আৰু ইংৰাজী দুয়োটা ভাষাতে চলাৰ বিষয়ে আলোচকসকল একমত।

ঊনবিংশ শতাব্দীৰ অধিকাংশ সংবাদ পত্ৰৰ লেখিয়াকৈ 'আসাম নিউচ'ও সম্প্ৰতি দুষ্প্ৰাপ্য। এই পত্ৰিকা সম্পৰ্কে মাজে সময়ে দু এটা আলোচনা-সমালোচনা দেখা যায় যদিও এইবোৰ প্ৰায়ে গৌণ উৎৰ ওপৰত প্ৰতিষ্ঠিত। প্ৰকৃততে কাকতখন নেদেখাকৈ এই সম্পৰ্কে চূড়ান্ত মন্তব্য দিয়াটো সমীচিন নহয়। তৎসত্বেও সাহিত্যৰথী বেজবৰুৱাৰ এটি উক্তিৰপৰা অসমৰ জাতীয় জীৱনৰ লগত 'আসাম নিউচ'ৰ সম্পৰ্কৰ বিষয়ে ধাৰণা কৰিব পাৰি। বেজবৰুৱাৰ নিজৰ কথাত ঃ

> "আসাম নিউচ"খন ভালকৈ পঢ়া ৰোগে মোক বৰকৈ ধৰিছিল। কেতিয়া 'আসাম নিউচ' আহিব মই বাটলৈ চাই থাঁকো আৰু এটাইৰে আগেয়ে মই কাকতখন মেলি পঢ়োঁ বুলিলে ঠিক কোৱা নহয়, গিলোঁ বুলিলেহে ঠিক হব। বাস্তৱিকতে 'আসাম নিউচ' পঢ়ি তাৰ অসমীয়া লিখাৰ গঢ়ৰ

---

১৬ H. C. Goswami : *op-cit*. p.250

১৭ নন্দ তালুকদাৰ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৬৭

১৮ H. C. Goswami : *op-cit*. p.250

১৯ *মহেশ্বৰ নেওগ ঃ প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২৯৭

যাতে ভালকৈ মন দিহে প্ৰথমতে মই অসমীয়া ভাষাত ৰচনা লিখিবলৈ শিকোঁ। 'আসাম নিউচে' নিশ্চয় অসমীয়া ভাষাৰ যুগান্তৰ উপস্থিত কৰিলে। বৰ দুখৰ কথা, কাকতখন ঘাইকৈ হেমচন্দ্ৰ বৰুৱাৰ শাৰীৰিক অসুস্থতাৰ নিমিত্তে দীৰ্ঘকাল স্থায়ী নহল। আজিলৈকে* 'আসাম নিউচ'ৰ নিচিনা কাকত এখন অসমত নোলাল[২০]।

অসমীয়া ৰাইজৰ বিশেষ আদৰৰ সম্পদ মহাপুৰুষ শঙ্কৰদেৱৰ 'কীৰ্তন' পুথি হৰিবিলাস আগৰৱালাই দ্বিতীয়বাৰ প্ৰকাশ কৰি উলিওৱাৰ পিছত 'আসাম নিউচ'ত এটা দীঘলীয়া পৰ্যালোচনা প্ৰকাশ পাইছিল। উক্ত আলোচনাৰ সামৰণিত আছে ঃ

হৰিবিলাস বাবুয়ে কীৰ্তন পুথি আগেয়ে এবাৰ ছপাইছিল। এই দ্বিতীয় বাৰ। দুইও বাৰৰ পুথি আমি দেখিছোঁ আৰু তেওঁ যে শুদ্ধৰূপে ছপাবৰ নিমিত্তে প্ৰচুৰ পৰিশ্ৰম কৰিছে তাকো আমি বুজিছো। তাত যে কোনো এজন বোধ থকা মানুহৰ হাত লাগিছে সেই পুথিয়েই তাৰ প্ৰমাণ[২১]।

'আসাম নিউচ'ৰ সম্পাদকৰ এনে মন্তব্যৰপৰা ধাৰণা কৰিব পাৰি যে অসমৰ ভাষা-সাহিত্য-ধৰ্ম অথবা সামাজিক জীৱনৰ লগত এই কাকত সম্পৰ্কৰহিত নাছিল।

৯.৯.০ আসাম বন্ধু ঃ

'অৰুনোদই'ৰ প্ৰভাৱ অথবা আদৰ্শত প্ৰকাশিত সংবাদ পত্ৰসমূহৰ ভিতৰত 'আসাম বন্ধু' বিশেষ উল্লেখযোগ্য। আধুনিক অসমীয়া সমাজৰ ভেটি স্থাপন কৰা ত্ৰিমূৰ্তিৰ অন্যতম ব্যক্তি গুণাভিৰাম বৰুৱা আছিল এই কাকতৰ সম্পাদক। মাহিলি কাকত 'আসাম বন্ধু' ১৮৮৫ খ্ৰীষ্টাব্দৰ জানুৱাৰীৰপৰা ওলাবলৈ ধৰে। বিজ্ঞান, কলা আৰু সাহিত্য বিষয়ক প্ৰবন্ধপাতি প্ৰকাশ কৰা 'আসাম বন্ধু'ৰ মুদ্ৰণ আৰু প্ৰকাশ-স্থল কলিকতা[২২]। ১৮৮৬ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহলৈকে মুঠ ১৬ মাহত ১৪টা সংখ্যা ওলোৱাৰ পিছত 'আসাম বন্ধু'ৰ প্ৰকাশ বন্ধ হোৱাটো অসমীয়া ভাষা সাহিত্যৰ বাবে দুৰ্ভাগ্যজনক। কাকতখনৰ গুৰুত্ব ইয়াতে নিহিত আছে যে, "হেমচন্দ্ৰ বৰুৱাৰ 'আসাম নিউচ'ৰ দৰে গুণাভিৰাম বৰুৱাৰ পত্ৰিকা 'আসাম বন্ধু'ৱে ডেকা শিক্ষিতসকলৰ মাজত সাহিত্যিক ৰুচি সৃষ্টি

---

* বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ'ৰ অন্তৰ্গত এই মন্তব্যৰ সময় ১৮৪৪ ৰ পৰা ১৮৪৬ শক, অৰ্থাৎ ১৯২২ৰ পৰা ১৯২৪ খ্ৰীষ্টাব্দ।

২০ *বেজবৰুৱা গ্ৰন্থাৱলী*, প্ৰাগুক্ত

২১ *বেণুধৰ শৰ্মা ৰচনাৱলী*, ৪ৰ্থ খণ্ড, ১৯৬৭, পৃ. ১৮৫

২২ H. C. Goswami : *op-cit.*, p. 251

কৰিছিল, সাহিত্যৰ অভ্ৰান্ত পথ প্ৰদৰ্শন কৰিছিল"[২৩]।

'আসাম বন্ধু'ৰ ওপৰত 'অৰুনোদই' কাকতৰ প্ৰভাৱ একাধিক তথ্যই প্ৰমাণ কৰে। ইয়াৰে এটা চকুত লগা দিশ হ'ল লেখকসকলৰ নামৰ সংক্ষিপ্ত কিম্বা সাংকেতিক ৰূপ। লেখকৰ সম্পূৰ্ণ নাম নিদি নাম আৰু উপাধিৰ আদ্যাক্ষৰৰ জৰিয়তে লেখকক বুজোৱাৰ প্ৰচেষ্টা ইয়াত লক্ষ্যণীয়। উনবিংশ শতিকাৰ অন্যান্য কাকত-পত্ৰৰ দৰে 'আসাম বন্ধু'ও "দেৱৰ দুৰ্লভ" হৈ পৰিছিল। অসম প্ৰকাশন পৰিষদে পত্ৰিকাখনি পুনৰ মুদ্ৰণ কৰি উলিওৱাত[২৪] ছাত্ৰ-গৱেষক প্ৰমুখ্যে সকলো উপকৃত হৈছে। তলৰ আলোচনা পুনৰ মুদ্ৰিত 'আসাম বন্ধু'ৰ ওপৰত ভেটি কৰি গঢ় লৈ উঠিছে। ইয়াত অসমীয়া সমাজ-সংস্কৃতিৰ প্ৰকাশ নিদৰ্শন স্বৰূপেহে দেখুওৱা হ'ব।

**৯.৯.১ সামাজিক দিশ ঃ**

(ক) স্ত্ৰী-শিক্ষা ঃ

প্ৰাচীন অসমত তিৰোতাৰ বাবে আনুষ্ঠানিক শিক্ষা নাথাকিলেও সাংসাৰিক জীৱনৰ সকলো অভিজ্ঞতা যে তেওঁলোকে নিজৰ ঘৰখনৰপৰা লাভ কৰিছিল এই বিষয়ে পাই অহা হৈছে[২৫]। 'আসাম বন্ধু'ৰ লেখক ৰ মহন্ত অৰ্থাৎ ৰত্নেশ্বৰ মহন্তই "স্বাধীনতা নে স্বেচ্ছাচাৰ" শীৰ্ষক প্ৰবন্ধত তিৰোতাৰ বাবে আনুষ্ঠানিক শিক্ষাৰ সমালোচনা কৰিছে। লেখকৰ মতে তেওঁলোকে ঘৰৰ চাৰিবেৰৰ মাজতে থাকি প্ৰয়োজনীয় সাংসাৰিক জ্ঞান লাভ কৰক। প্ৰবন্ধকাৰৰ মন্তব্যত তৎকালীন অসমৰ সামাজিক প্ৰতিচ্ছবি স্পষ্টভাৱে প্ৰতিফলিত হোৱা দেখা যায় ঃ

> আমাৰ এনে বোৱাৰীবিলাকে কোনো স্কুলৰ শিক্ষা নেপায়, তথাপি তেওঁলোকে সংসাৰাশ্ৰমৰ অতি লাগতিয়াল সকলো বিষয়তে আজিকালিৰ স্কুলৰ শিক্ষা পোৱা বোৱাৰী-জিয়াৰী বিলাকতকৈও বহুত গুণে শ্ৰেষ্ঠ ৰূপে শিক্ষিতা হই উঠে। আহা !! তেওঁলোকৰ গুৰুজনত ভক্তি, ধৰ্মত মতি, কাৰ্যত ৰতি আৰু সংসাৰত প্ৰীতি দেখিলে মনত কেনে বিমল আনন্দ ওপজে[২৬]।

আধুনিক যুগ পত্তনৰ পূৰ্বে অৰ্থাৎ উনবিংশ শতাব্দীত অসমীয়া তিৰোতাৰ ক্ষেত্ৰত এয়ে আছিল বাস্তৱ সত্য।

---

২৩ মহেশ্বৰ নেওগ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ২৯৯

২৪ নগেন শইকীয়া (পুনঃ সম্পাদনা) ঃ *আসাম বন্ধু*, ১৯৮৪

২৫ দ্ৰষ্টব্য ঃ পিতান ২.৬ – 'শৈক্ষিক-সাংস্কৃতিক পটভূমি'।

২৬ *আসাম বন্ধু*, ১ম ভাগ, ৪ৰ্থ সংখ্যা, পৃ. ১৪২

৯.৯.২ সাংস্কৃতিক ক্ষেত্ৰ ঃ

(ক) উৎসৱ পাৰ্বণ ঃ

আজিৰ অসমৰ জাতীয় উৎসৱ বিহুৰ উনবিংশ শতিকাত চৰিত্ৰ কেনে আছিল তাৰ সহজ-সৰল বৰ্ণনা সন্নিবিষ্ট হৈছে "বি. ব." ৰচিত 'বিহু' নামধেয় ৰচনাখনত। ঋতু-মাহ অনুসৰি প্ৰাকৃতিক জগতৰ পৰিবৰ্তনৰ প্ৰসংগই ইয়াত মুখ্য স্থান পালেও অসমীয়া মানুহে পালন কৰা আচাৰ-নীতিসমূহৰ কথা লেখকে উল্লেখ নকৰাকৈ থকা নাই। বিহুৰ দুই এটা উপাদান সম্পৰ্কত হলিৰাম ঢেকিয়াল ফুকন, আনকি গুণাভিৰাম বৰুৱাই পোষণ কৰা বিৰূপ মনোভাৱ ইয়াত দেখা নাযায়। অসমৰ বিহু কেইটাৰ "ভোগালী", "ৰঙ্গালী" আৰু "কাঙালি" ৰূপে নামকৰণ সম্ভৱতঃ এই ৰচনাতে প্ৰথমবাৰৰ বাবে হৈছে। তিনিওটা বিহুত পালনীয় আচাৰ-নীতিৰ কথা বৰ্ণনা কৰাৰ অন্তত লেখকৰ সামৰণি মন্তব্য ঃ

> বৈজ্ঞানিক অথবা সমাজিক (প্ৰামাদিক) যি ভাবে চোৱা সেই ভাৱেই "বিহু" চিন্তাৰ বিষয়। প্ৰকৃতিৰে সইতে উল্লসিত হই আমি 'বিহু' প্ৰতিপালন কৰোঁ। সকলো অনুষ্ঠানৰে প্ৰথম অৱস্থা সামান্য আৰু ভাল। ক্ৰমে কালৰ গতিত কেতো বিলাক অকামিলা কথা যোগ হই অনুষ্ঠানবোৰ দুষিত কৰে। এতেকে সমাজ সংস্কাৰকসকলে বিহুৰ সাৰ ভাগ ৰাখি অসাৰ ভাগ পৰিত্যাগ কৰিবলৈ যত্নবান হোৱা উচিত[২৭]।

প্ৰবন্ধ লেখকৰ এই মন্তব্য, বিশেষকৈ তেওঁৰ শেষৰ বাক্যটিৰ প্ৰাসংগিকতা বৰ্তমানৰ উপৰি ভৱিষ্যত অসমীয়া সমাজৰ বাবেও অটুট থাকিব।

(খ) সাজ-পাৰ ঃ

অজ্ঞাত লেখকৰ "দেশীয় পৰিচ্ছদ" শীৰ্ষক লেখাত অসমীয়া মানুহে থলুৱা পোছাক-পৰিচ্ছদ পিন্ধাৰ ওপৰত গুৰুত্ব দান কৰিছে। পশ্চিমীয়া শিক্ষা পদ্ধতি প্ৰবৰ্তনৰ পিছত 'মেখেলা আৰু ৰিহাৰ পৰিবৰ্তে কোনো কোনোএ তিৰুতাৰ অনিচ্ছা থকাতো শাড়িৰ ব্যৱহাৰ কৰাত' লেখকে অসন্তুষ্টি প্ৰকাশ কৰাটো মন কৰিবলগীয়া[২৮]।

উপৰি উক্ত প্ৰবন্ধৰ সমৰ্থনত "ৰ. মহন্ত"ই লেখা "অসমীয়া আৰু বিদেশী সাজ" নামৰ ৰচনাত অসমীয়া মানুহে নিজা সাজ-পাৰ পৰিধান কৰাৰ সপক্ষে মত

---

২৭ *একে*, ৫ম সংখ্যা, পৃ. ১৫৬-৫৭

২৮ *একে*, পৃ. ১৯

পোষণ কৰা হৈছে[২৯]। পাঠকে ইয়াত পঢ়িবলৈ পাব লেখকৰ গভীৰ ঐতিহ্যপ্ৰীতি তথা অসমীয়া সংস্কৃতি সম্পৰ্কে ধাৰণাৰ বিষয়ে। বিশেষকৈ "আসামৰ সাধাৰণ পোষাকী কাপোৰ" আৰু "তিৰোতা-পোষাক" শিতানত কোৱা কথাখিনিত অসমীয়া মানুহে পৰম্পৰাক্ৰমে পিন্ধি অহা সাজ-পাৰৰ বিৱৰণ পোৱা যায়[৩০]।

(গ) আ-অলংকাৰ, আসন, বাহন ইত্যাদি ঃ

'আসাম বন্ধু'ৰ প্ৰত্যেক সংখ্যাত গুণাভিৰাম বৰুৱাই 'আগৰ দিন এতিয়াৰ দিন' নামৰ এলানি প্ৰবন্ধ লেখি অসমৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱনৰ অনেক তথ্য সদৰি কৰিছে। অসমৰ পূৰ্ণাঙ্গ ইতিহাস ৰচনাত এইবোৰৰ গুৰুত্ব অস্বীকাৰ কৰাৰ উপায় নাই।

অসমীয়া মানুহৰ সাজ-পোছাক, আ-অলঙ্কাৰ, বহা আসন আদিৰ বিস্তৃত বৰ্ণনা পোৱা যায় 'আগৰ দিন এতিয়াৰ দিন' প্ৰবন্ধমালাৰ "পিন্ধা অলঙ্কাৰ" শিতানৰ আলচটিত[৩১]। ইয়াত আগৰ দিনৰ অসমীয়া মানুহে পিন্ধা সাজ-পাৰৰ লগতে চুলি ৰখা পদ্ধতি, বহা আসন, উঠি ফুৰা বাহন, মতা-তিৰোতা সকলোৱে ব্যৱহাৰ কৰা অলঙ্কাৰ আৰু উচ্চ নীচ সকলোৰে লাগতিয়াল বাচন-বৰ্তন আৰু আহিলা-পাতিৰ সবিশেষ বৰ্ণনা দিছে।

(ঘ) খাদ্য সামগ্ৰী ঃ

এটা জাতিয়ে খোৱা খাদ্যৰপৰা সেই মানুহখিনি তথা অঞ্চলটোৰ জলবায়ু, প্ৰাকৃতিক পৰিৱেশ, মানুহৰ ৰুচিবোধ, স্বাস্থ্য আদিৰ আভাস পাব পাৰি। 'আসাম বন্ধু'ৰ সম্পাদকে 'আগৰ দিন এতিয়াৰ দিন' প্ৰবন্ধলানিৰ "খোৱা" শিতানত লেখা ৰচনাৰাজিৰ দ্বাৰা অসমীয়া মানুহৰ খাদ্য অভ্যাস ফুটাই তোলাত সফল হৈছে। তাহানিৰ অসমীয়া মানুহৰ নানাবিধ জুতিকাৰক খাদ্যৰ তালিকাত আছে ঃ

> সিজোৱা, পাতত দি সিজোৱা, পোড়া, খড়িকাত দিয়া, ভজা আৰু সোঁকা এই কেই উপায়েৰে খোৱা বস্তু প্ৰস্তুত হয়। শাক, আদক্ষৰীয়া, ক্ষাৰ, টেঙ্গা, খৰলি, ভজা, পোড়া, পাতত দিয়া বা ভাতত দিয়া, খড়িকাত দিয়া আৰু উসুৱা আমাৰ আঞ্জা। মগুমাহ, মাটিমাহ, কলামাহ আৰু কথাঞ্চিৎ সমূৰ মাহ আৰু অড়হড় বা মিৰী মাহ আমাৰ সাধাৰণ "ডালি" বা "মাহ"[৩২]।

---

২৯ *একে*, ৮ম সংখ্যা, পৃ. ২৮২-৮৮

৩০ *একে*, পৃ. ২৮৩, ২৮৫

৩১ *একে*, পৃ. ৪৩৬-৪১

৩২ *একে*, পৃ. ৪২৭

(ঙ) সংগীত আৰু বাদ্য ঃ

অসমীয়া সমাজত প্ৰচলিত গীত-মাত আৰু বাদ্য সম্পৰ্কীয় সংবাদ 'আসাম বন্ধু'ৰ বিশেষকৈ দুটা লেখাত পোৱা যায়। এই দুটা হ'ল "গীত" আৰু "বাজনা"[৩৩]। প্ৰথম লেখাত মহাপুৰুষ শংকৰদেৱ-মাধৱদেৱৰ দিনৰপৰা প্ৰচলিত গীত-মাতৰ লগতে জনসমাজত সমাদৃত বিয়াগীত আদিৰো উল্লেখ কৰা হৈছে। তেনেই চমু পৰিসৰৰ "বাজনা" শীৰ্ষক টোকাই মধ্যযুগৰপৰা অসমত প্ৰচলিত বাদ্য সামগ্ৰীৰ বিষয়ে সাধাৰণ আভাস দিছে।

(চ) খেল-ধেমালি ঃ

"ক্ৰীড়া-কৌতুক" অতীত অসমৰ খেল-ধেমালি বিষয়ক উল্লেখযোগ্য প্ৰবন্ধ। বিগত কালত এই ভূখণ্ডত চলা খেল-ধেমালিৰ স্বৰূপ জানিবলৈ হ'লে আলোচ্যমান প্ৰবন্ধই প্ৰচুৰ তথ্যৰ যোগান ধৰিব। লেখাটিয়ে অসমীয়া মানুহৰ খেলা-ধূলাৰ বিষয়ে জনোৱাৰ উপৰিও ৰীতি-নীতি, উৎসৱ-পাৰ্বণ সম্পৰ্কে কিছু ইংগিত দিছে[৩৪]।

৯.৯.৩ অৰ্থনৈতিক দিশ ঃ

(ক) কুটিৰ শিল্প ঃ

"আমাৰ শিল্প" নামৰ প্ৰবন্ধটো অসমৰ কুটিৰ শিল্প সম্পৰ্কে এটি চমু অথচ মূল্যবান টোকা। লেখকৰ মতে ঃ

> আমাৰ দেশৰ যি শিল্প বিদ্যাৰ অনুশীলন আছিল সি ভাৰতবৰ্ষৰ আন দেশৰ দৰে নহলেও একেবাৰেই পেলনীয়া নাছিল। কাহৰ বাসন, মুগা-পাটৰ কাপড়, সোন-ৰূপৰ কিছুমান অলংকাৰ, বৰ ভাল সৰাই বা বটা প্ৰভৃতি বস্তু আমাৰ ভাল আছিল।[৩৫]

অতীত অসমৰ অৰ্থ-সামাজিক জীৱন সম্পৰ্কে তথ্য আহৰণকাৰীক এনে লেখাবোৰে ন ন সমল যোগান ধৰাৰ স্থল আছে।

৯.১০.০ মৌ ঃ

উনবিংশ শতাব্দীৰ শেষ ছোৱাত প্ৰকাশিত আন এখনি লেখৰ কাকত হ'ল হৰ নাৰায়ণ বা হৰি নাৰায়ণ বৰা সম্পাদিত 'মৌ'। হৰি নাৰায়ণ বৰা নামত সম্পাদক

---

৩৩ *একে*, পৃ. ৪১৫-২০ আৰু ৫৫৫-৫৬

৩৪ *একে*, পৃ. ৫০৫-০৯

৩৫ *একে*, পৃ. ১৭৫-৭৬

আছিল যদিও প্ৰকৃততে সম্পাদনা কাৰ্য কৰিছিল তেওঁৰ জ্যেষ্ঠ ভ্ৰাতৃ বিলাতফেৰং ইঞ্জিনীয়াৰ বলি নাৰায়ণ বৰাই। আন কথাত, "হৰি নাৰায়ণ বৰা উঠি সম্পাদক আৰু বলি নাৰায়ণ বৰা বহি সম্পাদক"[৩৬]। ঊনবিংশ শতাব্দীৰ দ্বিতীয়াৰ্দ্ধৰ আন কেবাখনো কাকতৰ দৰে 'মৌ' তেনেই চুটি পৰমায়ুসম্পন্ন। ১৮৮৬ খ্ৰীষ্টাব্দৰ ডিচেম্বৰত প্ৰথম সংখ্যা প্ৰকাশ হোৱাৰ পিছত পৰৱৰ্তী বছৰৰ মাৰ্চ মাহত চতুৰ্থ সংখ্যা প্ৰকাশৰ লগে লগে 'মৌ'ৰ মৃত্যু হয়। বিগত শতাব্দীৰ অন্যান্য কাকতৰ দৰে এই কাকতো দুষ্প্ৰাপ্য হৈ পৰিছিল যদিও ইয়াক কিছু বছৰ পূৰ্বে পুনৰ সম্পাদনা কৰি প্ৰকাশ কৰা হৈছে।[৩৭]

'মৌ'ৰ পাতত ঠাই পোৱা ৰচনাসমূহলৈ চালে ধৰিব পাৰি যে এইখন গতানুগতিক ভাষা-সাহিত্য বিষয়ক সংবাদ পত্ৰ নাছিল। তাৰ বিপৰীতে ইয়াত ঠাই পাইছিল তৎকালীন অসমৰ ৰাজনৈতিক, সামাজিক, আৰ্থিক আৰু শৈক্ষিক সমস্যাৰাজিৰ কথা। বিলাতত উচ্চ শিক্ষাপ্ৰাপ্ত বলি নাৰায়ণ বৰাৰ চিন্তা-চৰ্চা এইবোৰক কেন্দ্ৰ কৰিয়ে পৰিচালিত হৈছিল। গতিকে তেনে এখন কাকতত অসমৰ সমাজ-জীৱন কিম্বা ইয়াৰ ভাষিক-সাংস্কৃতিক চিত্ৰৰ প্ৰতিফলন প্ৰায় নোহোৱাৰ নিচিনা। তথাপি অসমৰ জাতীয় জীৱনৰ মূল সূতিৰ লগত 'মৌ'ৰ আঁৰ কাপোৰৰ আঁৰত থকা সম্পাদকজনৰ পৰিচয় একেবাৰে নাই বুলিব নোৱাৰি। পত্ৰিকাখনৰ প্ৰথম ৰচনা "তিৰুতাৰ বন কি ?"ৰ স্থানান্তৰত লেখকে কৈছে ঃ

> আসামত আগর দিনর তিরোতাবোরে যেনে ধুনীয়াকৈ বুৰলৈ কাটিবলৈ জানিছিল, এতিয়ার ডেকেৰীবিলাকে তার আধাআধিও নাজানে। বঙ্গালি পাট আরু সুতার কাপোর আসাম দেশত সোমালত অসমীয়া তিরুতার কেতোয়ে বুৰলৈ কাটিবলৈ এরিলে কিন্তু সুখর বিষয় এই যে সরহীয়া ভাগে এতিয়াও এরা নাই। আরু যেতিয়ালৈকে মুগা, এরিয়া কি পাটর রিহা-মেখেলার মুরে দুৰ্ভাগ্যক্রমে বিলাতি কাপোরর রিহা-মেখেলা দেশত চলিত নহয় তেতিয়ালৈকে তিরুতার বোয়া-কাটা বন এই দেশত চলিত থাকিব[৩৮]।

মাত্ৰ চাৰিটা সংখ্যা প্ৰকাশ পোৱা 'মৌ'ৰ অন্য ৰচনাৰাজিত এনে বৰ্ণনা সমূলি অনুপস্থিত।

## ৯.১১.০ আসাম তৰা ঃ

---

৩৬ নন্দ তালুকদাৰ ঃ *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ১০৭
৩৭ সত্যেন্দ্ৰ নাথ শৰ্মা (পুনঃ সম্পা.) ঃ *মৌ*, ১৯৮০
৩৮ *মৌ*, ১ম সংখ্যা, ডিচেম্বৰ ১৮৮৬, পৃ. ৩

'আসাম বিলাসিনী' আৰু 'আসাম দীপক'ৰ পিছত আউনীআটী সত্ৰৰপৰা প্ৰকাশিত সংবাদ পত্ৰৰ তৃতীয় নিদৰ্শন হ'ল 'আসাম তৰা'। দুৰ্ভাগ্যবশতঃ এই আলোচনীও কালৰ বুকুত সম্পূৰ্ণ জাহ গ'ল। ভাষা-সাহিত্যৰ বুৰঞ্জীবিলাকো 'আসাম তৰা' ৰ ক্ষেত্ৰত প্ৰায় নিমাত। যি দুই এফাঁকি কথা পোৱা যায় তাতো কাকতখনৰ জন্ম-মৃত্যু সম্পৰ্কীয় তাৰিখবোৰ পৰস্পৰ সামঞ্জস্যবিহীন। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ বক্তব্যৰপৰা জানিব পৰা যায় যে ধৰ্মীয়, ঐতিহাসিক আৰু সাহিত্যৰ বিষয় প্ৰকাশ কৰা 'আসাম তৰা' ১৮৮৮ খ্ৰীষ্টাব্দত ওলাই ১৮৯০ খ্ৰীষ্টাব্দৰ চেপ্তেম্বৰত বন্ধ হয়[৩৯]। অসমীয়া সাহিত্যৰ বুৰঞ্জী ৰচকৰ পথ প্ৰদৰ্শক স্বৰূপ ডিম্বেশ্বৰ নেওগৰ মতে "১৮৮৬ত আউনিআটি সত্ৰৰ শ্ৰীধৰ বৰুৱা সম্পাদিত 'আসাম তৰা' ওলাই ১৮৯০ৰ ছেপ্তেম্বৰত লুপ্ত হয়[৪০]।" ঊনবিংশ শতাব্দীৰ অসমীয়া সংবাদ-পত্ৰ সম্পৰ্কে গভীৰভাৱে চিন্তা-চৰ্চা কৰা নন্দ তালুকদাৰৰ ভাষ্য এনেধৰণৰ ঃ

> ১৮৮৬ খৃঃত আউনীআটি সত্ৰৰপৰা শ্ৰীধৰ বৰুৱা সম্পাদিত 'আসাম তৰা' নামৰ মহেকীয়া আলোচনী এখন প্ৰকাশ হয়। ১৮৯০ খৃঃত 'আসাম তৰা'ৰ প্ৰকাশ বন্ধ হয়। হেমচন্দ্ৰ গোস্বামীৰ 'পেট' কবিতা আৰু অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ উদ্দেশ্যৰ কথা প্ৰথমতে 'আসাম তৰা'তে ওলায়[৪১]।

আনহাতে আউনীআটী সত্ৰৰ বুৰঞ্জী ৰচোঁতা তীৰ্থনাথ শৰ্মাই কাকতখনৰ সম্পৰ্কে মাত্ৰ এইখিনিকে জনাইছে যে "১৮০৬ শকৰ পৰা ১৮১০ শকলৈ শ্ৰীধৰ বৰুৱা ওজাৰ সম্পাদনাত 'আসাম তৰা'ও এই সত্ৰৰপৰাই ওলাইছিল"[৪২]। এই হিচাপে চাবলৈ গ'লে সংবাদ পত্ৰখনৰ সময় হ'বগৈ ১৮৮৪ৰ পৰা ১৮৮৮ খ্ৰীষ্টাব্দ।

যি নহওক, নিৰ্ভৰযোগ্য তথ্যৰ অভাৱত 'আসাম তৰা' সম্পৰ্কীয় বিচাৰ বিশ্লেষণ ইমানতে সামৰা হ'ল।

**৯.১২.০ লৰা বন্ধু ঃ**

অসমীয়া ভাষাৰ প্ৰথম শিশু আলোচনী 'লৰা বন্ধু' (১৮৮৮)ৰ সম্পৰ্কতো তথ্যৰ অভাৱ একে ধৰণৰ। সংগৃহীত তথ্যানুযায়ী "গুণাভিৰামৰ বৰ পুতেক যোগ

---

৩৯ H. C. Goswami, *op-cit.*, p. 251

৪০ ডিম্বেশ্বৰ নেওগ ঃ *প্ৰাগুক্ত গ্ৰন্থ,* পৃ. ৬৬৮। লেখকভেদে সত্ৰখনৰ নামটো বেলেগ বেলেগ বানানেৰে লেখা দেখা যায়। নামৰ বৰ্তমান গৃহীত ৰূপটো হ'ল 'আউনীআটী'।

৪১ নন্দ তালুকদাৰ ঃ *প্ৰাগুক্ত গ্ৰন্থ,* পৃ. ৭০

৪২ তীৰ্থ নাথ শৰ্মা ঃ *প্ৰাগুক্ত গ্ৰন্থ,* পৃ. ৪৫১

বছৰ বয়সীয়া কৰুণাভিৰাম বৰুৱাই প্ৰথম অসমীয়া শিশুপাঠ্য আলোচনী 'লৰা বন্ধু' ১৮৮৩ (প্ৰামাদিক)ত উলিয়ায় আৰু দুসংখ্যাৰ পাছতে ই লুপ্ত হয়''[৪৩]। ইয়াতকৈ অধিক সংবাদ নাই বুলিব পাৰি। সেয়েহে এই কাকতত প্ৰকাশিত সাহিত্য সম্ভাৰ সম্পৰ্কে মন্তব্য দিবলৈ যোৱাটো নিৰাপদ নহয়।

৯.১৩.০ 'লৰা বন্ধু'য়ে হ'ল প্ৰাক্-জোনাকী যুগৰ শেষ সংবাদ পত্ৰ। ইয়াৰ পিছত ১৮৮৯ খ্ৰীষ্টাব্দৰ আৰম্ভণিতে চন্দ্ৰ কুমাৰ আগৰৱালাৰ সম্পাদনাত কলিকতাৰ অঃভাঃউঃসাঃ সভাৰ মুখপত্ৰ 'জোনাকী' ওলাই অসমীয়া ভাষা-সাহিত্যলৈ যুগান্তৰৰ বাৰ্তা বহন কৰি আনে। ভাষা-সাহিত্যৰ বেদীলৈ 'জোনাকী' কাকতৰ বৰঙণি বাবে-বৰণীয়া। সেই গৌৰৱমণ্ডিত অধ্যায় বৰ্তমান অধ্যয়নত নপৰা বাবে তাত প্ৰবেশ কৰাৰপৰা

---

৪৩ ডিম্বেশ্বৰ নেওগ : *প্ৰাগুক্ত গ্ৰন্থ*, পৃ. ৬৬৮

## দশম অধ্যায়

# উপসংহাৰ

১০.০ বৰ্তমান গ্ৰন্থৰ পূৰ্ববৰ্তী অধ্যায়কেইটাত অৰুণোদয় যুগৰ অসমীয়া সাহিত্যত প্ৰতিবিম্বিত অসমীয়া সমাজ আৰু সংস্কৃতিৰ স্বৰূপ অংকন কৰা হ'ল। ঊনবিংশ শতাব্দীৰ দ্বিতীয় দশকৰ মাজভাগৰেপৰা অষ্টম দশকৰ ভিতৰত প্ৰকাশিত সাহিত্যৰ বহুলাংশ ইয়াত সামৰি লোৱাৰ প্ৰয়াস কৰা হৈছে। আলোচনা প্ৰসংগত উদ্ঘাটিত গ্ৰন্থসমূহৰ মাজত অসমৰ বৈচিত্ৰ্যপূৰ্ণ সমাজ-সংস্কৃতিৰ চিত্ৰ বিচৰাটোৱে আছিল মূল লক্ষ্য। অৰুণোদয় যুগৰ সাহিত্যৰাজিৰ মূল্যায়ন বৰ্তমান অধ্যয়নৰ প্ৰধান লক্ষ্য নহ'লেও স্বাভাৱিকতে সমাজ-সংস্কৃতিৰ পুংখানুপুংখ আলোচনা প্ৰসংগত সাহিত্যিক বৈশিষ্ট্যইও পৰোক্ষভাৱে ভুমুকি নমৰাকৈ থকা নাই। মূলতঃ সামাজিক-ঐতিহাসিক দৃষ্টিভংগীৰেহে সকলো দিশ বিশ্লেষণ কৰিবলৈ লোৱা হৈছে।

১০.১ 'উপক্ৰমণিকা'ত অধ্যযনৰ প্ৰাসংগিক দিশকেইটাৰ বিষয়ে বিচাৰ-বিশ্লেষণ কৰাৰ লগতে সাহিত্যৰ বুৰঞ্জীৰ এছোৱা সময়ক কিয় 'অৰুণোদয় যুগ' বোলা হয় আলোচনা কৰা হৈছে। 'অৰুণোদয় যুগ'ৰ সাহিত্য কৰ্মৰ লগতে অসমীয়া সমাজ-সংস্কৃতিৰ চমু আভাস এই অধ্যায়ৰ অপৰিহাৰ্য বিষয়। সেইদৰে বৰ্তমান অধ্যয়নৰ গুৰুত্ব, প্ৰয়োজনীয়তা, লক্ষ্য, উৎস আৰু অধ্যয়নৰ পৰিকল্পনাৰ বিষয়েও ইয়াত ইংগিত দিয়া হৈছে।

১০.২ মোৱামৰীয়া বিদ্ৰোহৰপৰা আৰম্ভ কৰি মানৰ আক্ৰমণলৈকে কালছোৱা জাতীয় জীৱনৰ বাবে কেনে দুৰ্যোগপূৰ্ণ আছিল তাৰ বিশদ বিৱৰণ আৰু বিশ্লেষণ দ্বিতীয় অধ্যায়ত উপস্থাপন কৰা হৈছে। উক্ত সংকটকালত জনসাধাৰণে ভাষা-সাহিত্যৰ চৰ্চা অথবা মানসিক উৎকৰ্ষ সাধনৰ আন সমস্ত কৰ্ম পৰিহাৰ কৰি 'অন্নচিন্তাচমৎকাৰ' মনোবৃত্তিৰে কেনেদৰে কাল কটাব লগাত পৰিছিল সিও এই অধ্যায়ৰে আলোচ্য বিষয়। বিগত শতাব্দীৰ তৃতীয় দশকলৈকে অশান্তি-অস্থিৰতাৰ মাজত দোদুল্যমান অসমীয়া সমাজৰ সামগ্ৰিক পৰিচয় দাঙি ধৰাৰ লগতে পাশ্চাত্য ভাৱধাৰাৰ সংস্পৰ্শলৈ অহাত জাতীয় জীৱনে কেনেদৰে গঢ় লৈছিল সেয়াও একেটা অধ্যায়তে প্ৰদৰ্শিত হৈছে।

১০.৩ তৃতীয় অধ্যায়ৰ উপজীব্য 'প্ৰাক্-অৰুণোদয় যুগৰ সাহিত্য'। আমেৰিকান বেপ্টিষ্ট মিছনেৰীৰদ্বাৰা 'অৰুনোদই সম্বাদ পত্ৰ' প্ৰকাশৰ পূৰ্বে যোৱা শতিকাৰ অসমত সাহিত্য সৃষ্টিৰ বাতাবৰণ কেনে আছিল তাৰ পৰ্যালোচনা ইয়াত আছে। কলিকতাৰ ওচৰৰ শ্ৰীৰামপুৰ মিছনৰদ্বাৰা নিউ টেষ্টামেণ্টৰ অনুবাদ স্বৰূপে প্ৰকাশিত অসমীয়া ভাষাৰ প্ৰথম মুদ্ৰিত গ্ৰন্থ 'ধৰ্ম পুস্তক'এ আধুনিক অসমীয়া সাহিত্যৰ পাতনি মেলে। এই গ্ৰন্থৰ পূৰ্বেও অসমীয়া ভাষাত পুথি প্ৰকাশৰ সম্ভাৱনাৰ বিষয়ে চালিজাৰি চোৱাৰ লগতে 'ধৰ্ম পুস্তক'ৰ নাতিদীৰ্ঘ পৰিচয় দি উঠি 'অৰুনোদই' প্ৰকাশৰ আগৰ কালছোৱাৰ সাহিত্য কৰ্ম কেবাটাও শিতানত ভগাই এইবিলাকৰ ৰূপগত বিভিন্নতা বিশ্লেষণ কৰি চোৱা হৈছে।

১০.৪ তিনিবাৰকৈ অসম আক্ৰমণ কৰা ব্ৰহ্মদেশীয় সৈন্যক অসমৰপৰা বহিষ্কাৰ কৰাৰ বিনিময়ত কোম্পানীৰ শাসনকৰ্তাসকল অসমৰ ভাগ্যবিধাতা হৈ পৰাটো অসম বুৰঞ্জীৰ অবিস্মৰণীয় ঘটনা। ভূতৰ ওপৰত দানহৰ দৰে তৎকালীন অসমলৈ চাকৰি কৰিবলৈ অহা বঙালী আমোলা-মহৰীসকলৰ নিজ স্বাৰ্থ সিদ্ধিৰ অৰ্থে দিয়া ভুল বুজনিৰ প্ৰতিক্ৰিয়া আৰু কোম্পানী চৰকাৰৰ বিভেদসূচক শাসন-নীতিৰ পৰা উদ্ভূত ভুল ভাষা-নীতি প্ৰবৰ্তনৰ ফলত অসমৰ স্কুল আৰু আদালতৰপৰা অসমীয়া ভাষা বিতাৰিত হ'ল আৰু তাৰ স্থান পালে বঙলা ভাষাই। বৰ্তমান অধ্যয়নৰ চতুৰ্থ অধ্যায়ত এই বিষয়ে বিচাৰ কৰা হৈছে। খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে সুদূৰ আমেৰিকাৰপৰা চতুৰ্থ দশকৰ মাজভাগত অহা মিছনেৰীসকলে অসমীয়া ভাষাৰ স্বতন্ত্ৰতাৰ পৰিচয় পাই ইয়াৰ সুকীয়া অস্তিত্ব প্ৰমাণ কৰাৰ অৰ্থে অহোপুৰুষাৰ্থ কৰা কথাও একেটা অধ্যায়ৰে বিষয় বস্তু। সামাজিক, ৰাজনৈতিক, আৰ্থিক ক্ষেত্ৰত আত্মপ্ৰতিষ্ঠাৰ বাবে হাঁ-হাঁ-কা-কা কৰি থকা অসমীয়া জাতিয়ে মিছনেৰীসকলৰ নেতৃত্বত আৰু অসম মাতৃৰ সুযোগ্য সন্তান আনন্দৰাম ঢেকিয়াল ফুকনৰ সহযোগত ভাষিক আত্মপ্ৰতিষ্ঠাৰ বাবেও সংগ্ৰামত অৱতীৰ্ণ হৈছিল। ভাষাৰ অস্তিত্ব ৰক্ষাৰ এই সংগ্ৰামৰ সময় প্ৰায় দুকুৰি বছৰ কাল। ১৮৩৬ খ্ৰীষ্টাব্দত স্থানচ্যুত হোৱা অসমীয়া ভাষা পুনৰ ১৮৭৩ খ্ৰীষ্টাব্দৰ ২৫ জুলাইৰপৰা নায্যস্থানত অধিষ্ঠিত হ'ল।

১০.৫ পঞ্চম অধ্যায়ৰ আলোচ্য বিষয় 'অৰুনোদইৰ আলোকত অসমীয়া সমাজ আৰু সংস্কৃতি'। অসমীয়া ভাষা-সাহিত্যলৈ 'অৰুনোদই' কাকতৰ বৰঙণি বহুৰঙী। প্ৰকৃততে 'অৰুনোদই'ৰ আলোচনা অবিহনে অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জী সম্পূৰ্ণ নহয়। অসমত সাংবাদিকতাৰ আদৰ্শ প্ৰতিষ্ঠা কৰা, এই ভূখণ্ডৰ ভাষা-সাহিত্য-সমাজলৈ আধুনিকতাৰ বাৰ্তা বহন কৰি অনা 'অৰুনোদই'ৰ পাতে পাতে পৰিস্ফুট অসমৰ সমাজ আৰু সংস্কৃতিৰ বিশ্লেষণ ইয়াত দাঙি ধৰা হৈছে। খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ মুখপত্ৰ

'অৰুনোদই' অসমত ধৰ্মব্যতিৰিক্ত ভাবধাৰা বিলোৱাৰ প্ৰথম সোপান হ'লেও বৰ্তমান অধ্যায়ত এনে গুৰুত্বপূৰ্ণ বিষয়টোৱে গৌণস্থানহে পাইছে। ওপৰৰ পৰ্যালোচনাৰপৰা এই কথা প্ৰতীয়মান হয় যে প্ৰথম অসমীয়া সংবাদ পত্ৰখনৰ ভিন্নধৰ্মী সৃষ্টিসমূহৰ মাজত প্ৰচ্ছন্ন হৈ আছে অসমীয়া মানুহৰ জীৱন প্ৰবাহৰ নিটোল ৰূপ। এই কাকতত প্ৰকাশিত ভালেমান ৰচনা, সংবাদ, কাহিনী, উপ-কাহিনীৰ ফাকে ফাকে আমাৰ পূৰ্বপুৰুষসকলৰ সামাজিক-সাংস্কৃতিক জীৱনে ভুমুকি মাৰিছে। সাত সাগৰ তেৰ নদীৰ সিপাৰৰ অনুসন্ধিৎসু মিছনেৰীসকলৰদ্বাৰা সম্পাদিত-প্ৰকাশিত 'অৰুনোদই'ৰ ৰচনাৰাজিৰ মাজত অসমৰ মাটি আৰু মানুহৰ গোন্ধ পোৱা যায়।

১০.৬ মিছনেৰীসকলৰ 'অৰুনোদই' ভিন্ন ৰচনা তেনেই সীমিত। এই শ্ৰেণীৰ লেখন কৰ্মৰ ভিতৰত প্ৰচাৰ পুস্তিকা, পাঠ্যপুথি আদিয়েই প্ৰধান। এনে পুথি-পত্ৰবোৰত তৎকালীন অসমীয়া সমাজ আৰু সংস্কৃতিৰ ৰেঙনি কিমানখিনি পোৱা যায় তাৰ এটি চমু আভাস 'আমেৰিকান মিছনেৰীৰ অৰুনোদই-ভিন্ন ৰচনা' শীৰ্ষক নাতিদীৰ্ঘ অধ্যায়টোত উপস্থাপন কৰা হৈছে।

১০.৭ সপ্তম অধ্যায়ত 'অৰুনোদই' গোষ্ঠীৰ অন্তৰ্ভুক্ত অনা-খ্ৰীষ্টান লেখকসকলৰ উক্ত কাকতৰ বাহিৰৰ ৰচনাৰাজিত অসমীয়া সমাজ-সংস্কৃতিৰ ৰূপৰ অনুসন্ধান কৰা হৈছে। এই শ্ৰেণীৰ সাহিত্যিকসকলৰ উক্ত সংবাদপত্ৰ বহিৰ্ভূত ৰচনাসমূহৰ অধ্যয়নো এটা আকৰ্ষণীয় বিষয়। তাৰ নিদৰ্শন আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ সাহিত্যিক অৱদানসমূহ। আধুনিক শিক্ষা-দীক্ষাৰ সংস্পৰ্শলৈ অহা এই তিনিজন লেখকে প্ৰথমবাৰৰ বাবে কু-সংস্কাৰ আৰু অন্ধবিশ্বাসৰ মাজত বুৰ গৈ থকা অসমীয়া সমাজখনৰ সংস্কাৰ সাধন কৰি তাক প্ৰগতিৰ পথত আগুৱাই নিয়াৰ প্ৰচেষ্টা চলাইছিল। অধ্যায়টোত এই বিষয়ে বিশদভাৱে আলোচনা কৰা হৈছে।

নিজৰ সমাজখনৰ সৰ্বাংগীণ মংগল সাধন কৰাই আছিল উপৰি উক্ত সাহিত্যিকত্ৰয়ৰ মূল লক্ষ্য। এনে সংস্কাৰকামী ৰচনাৰ মাজতো অসমীয়া সমাজ-সংস্কৃতিৰ আলোক-উজ্জ্বল ছবি বিদ্যমান।

১০.৮ 'অৰুনোদই' কাকতৰ জীৱনকালৰ ভিতৰতে সাহিত্য সৃষ্টিত প্ৰবৃত্ত হোৱা অথচ সেই সংবাদ পত্ৰৰ সংস্পৰ্শলৈ অহাৰপৰা বিৰত থকা এচাম লেখকে তৎকালীন অসমীয়া সমাজখন নিজৰ নিজৰ লেখাত ফুটাই তুলিছে। অৱশ্যে এনে সাহিত্য সাধক সংখ্যাত তেনেই কম। হৰকান্ত বৰুৱা সদৰামীন এই শ্ৰেণীৰ লেখক। তেওঁৰ দিনলিপিৰ আৰ্হিত ৰচিত, পৰৱৰ্তীকালত 'সদৰামীনৰ আত্মজীৱনী' নামে প্ৰকাশিত গ্ৰন্থখন অসমত বৃটিছ শাসনৰ প্ৰথম পৰ্বৰ অতি গুৰুত্বপূৰ্ণ দলিল স্বৰূপ।

উপযুক্ত স্থানত এই বিষয়ৰ সমীক্ষা সন্নিবিষ্ট হৈছে। আধুনিক অসমীয়া সমাজৰ গঠন সম্পৰ্কে বিস্তৃত অধ্যয়ন কিম্বা গৱেষণা কৰিবলৈ হ'লে 'সদঁৰামীনৰ আত্মজীৱনী' হ'ব আগশাৰীৰ মুখ্য উৎস। এনে অধ্যয়নৰ বেলিকা ই যেনিবা 'অনাবদী ক্ষেত্ৰ'হে। ভৱিষ্যতে কোনো কষ্টসহিষ্ণু তথা তত্ত্বান্বেষী গৱেষকে এই কামত আত্মনিয়োগ কৰিলে অতীত অসমৰ বহু তথ্য পোহৰলৈ আহিব।

১০.৯ ইতিমধ্যে পাৰ হৈ যোৱা শতিকাটোৰ দ্বিতীয়াৰ্দ্ধত 'অৰুনোদই'ৰ আদৰ্শ বা আৰ্হি লৈ অসমত ভালেমান সংবাদ পত্ৰই পোহৰৰ মুখ দেখাটো ইতিহাস সমৰ্থিত। এইবোৰত অসমীয়া সমাজৰ স্বৰূপ অনুসন্ধান কৌতূহলোদ্দীপক যদিও তথ্যৰ অভাৱত বিষয়টোৰ বহল বিশ্লেষণ সম্ভৱপৰ নহ'ল। উত্থাপিত সূত্ৰসমূহ অসমৰ সাংবাদিকতাৰ ইতিহাস প্ৰণয়নত কেনেদৰে সহায়ক হ'ব, তাৰ সাক্ষ্য হ'ল বৰ্তমান অধ্যয়নৰ 'অৰুনোদইৰ আদৰ্শত প্ৰকাশিত সংবাদ পত্ৰত অসমীয়া সমাজ আৰু সংস্কৃতি' শীৰ্ষক নৱম অধ্যায়টি।

সৰ্বশেষত থুলমূলভাৱে ক'ব পাৰি যে এই গৱেষণা গ্ৰন্থখনে সাহিত্যৰ ইতিহাসৰ এটা বিশেষ যুগৰ অনুদ্ঘাটিত দিশত আলোকপাত কৰা হেতুকে ই ভৱিষ্যৎ বংশধৰ আৰু গৱেষক-পণ্ডিতসকলক কিছু পৰিমাণে সহায় কৰিব পাৰিব। গৱেষণাৰ মুখ্য উদ্দেশ্য হ'ল জ্ঞানৰ নতুন নতুন দিশ আলোকিত কৰা। গতিকে এই প্ৰচেষ্টা ভৱিষ্যতৰ ছাত্ৰ-গৱেষকৰ ক্ষুদ্ৰ পাথেয় হ'ব বুলি আশা পোষণ কৰা হ'ল।

## পৰিশিষ্ট - ক

# আমেৰিকান বেপ্টিষ্ট মিছনৰদ্বাৰা প্ৰকাশিত পুথি-পত্ৰসমূহ

আমেৰিকান বেপ্টিষ্ট মিছনৰ শিৱসাগৰত অৱস্থিত ছপাশালটোৱে বিগত শতাব্দীত অসমীয়া ভাষাত পুথি-পত্ৰ প্ৰকাশৰ ক্ষেত্ৰত গ্ৰহণ কৰা ভূমিকাৰ বিষয়ে ইতিপূৰ্বে উল্লেখ কৰা হৈছে। এনে পুথি-পত্ৰবোৰৰ বহুখিনি ইতিমধ্যে কালৰ গ্ৰাসত পৰাটো দুৰ্ভাগ্যজনক। তথাপি ভালদৰে অনুসন্ধান কৰিলে ৰাজ্যখনৰ অ'ত ত'ত অৱস্থিত মিছনৰ কেন্দ্ৰ, দুই-চাৰিটা পুৰণি পুথিভঁৰাল আৰু ৰাজ্যৰ বাহিৰৰ দুই-এটা গ্ৰন্থাগাৰত ধ্বংসৰ গ্ৰাসৰপৰা ৰক্ষা পৰা কিছু সংখ্যক পুথি এতিয়াও দেখিবলৈ পোৱা যায়। নিম্নলিখিত তালিকাই সেই কথাৰে ইংগিত দিছে।

"এইখিনিতে আনন্দৰাম ঢেকিয়াল ফুকন-প্ৰদত্ত তালিকাখনৰ প্ৰসংগ উত্থাপিত হোৱা স্বাভাৱিক। ফুকনদেৱে মিছনেৰীসকলৰ অসম আগমন (১৮৩৬)ৰ পৰা ১৮৫৫ খ্ৰীষ্টাব্দ পৰ্যন্ত প্ৰায় উনৈশ বছৰীয়া কালছোৱাত প্ৰকাশিত পুথিসমূহ তালিকাবদ্ধ কৰিছে। এই পুথিসমূহ তেখেতে 'এজন দেশীয় লোক' ছদ্মনামত লেখা পুস্তকত "পঢ়াশলীয়া পাঠ্য", "বিবিধ", "ধৰ্মপুথি", "ক্ষুদ্ৰ পুথি", "ল'ৰা-ছোৱালীৰ উপযোগী পুথি" আৰু "পৰ্বতীয়া জাতিবিলাকৰ উদ্দেশ্যে ৰচিত পুথি" আদি ছটা ভাগত বিভক্ত কৰি মুঠ ৫৪ খন পুথিৰ নাম অন্তৰ্ভুক্ত কৰিছে[1]। এই তালিকাৰ অন্তৰ্গত পুস্তক-পুস্তিকাসমূহ বৰ্তমানলৈ সংৰক্ষিত হৈ থকাৰ আশা কম । তদুপৰি ফুকনদেৱে পুথিৰ লেখক বা অনুবাদক আৰু প্ৰকাশৰ সময় উল্লেখ নকৰাত সেই তালিকা ইয়াত হুবহু গ্ৰহণ কৰিব পৰা নহ'ল। সবাতোকৈ উল্লেখযোগ্য বিষয়, কিবা অজ্ঞাত কাৰণত মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকনৰ লেখাতো দুই-এখন কিতাপ-পত্ৰৰ নাম ভুলকৈ প্ৰকাশ পাইছে। তাৰ স্পষ্ট নিদৰ্শন C.G. Barth-ৰ Bible Stories পুথিৰ C. H. Hesselmeyer কৃত অনুবাদখনি। পুথিখনৰ নাম যদিও 'বাইবেলৰ কাহিনী' ৰূপে প্ৰদৰ্শিত হৈছে[2] ইয়াৰ প্ৰকৃত নাম 'ধৰম পুথিৰ বিবৰন'হে[3]। সেইদৰে অসমীয়া ভাষাৰ প্ৰথম মুদ্ৰিত বুৰঞ্জী

---

১ মহেশ্বৰ নেওগ : *আনন্দৰাম ঢেকিয়াল ফুকনৰ অসমীয়া ভাষা*, প্ৰাগুক্ত পৃ. ৪০-৪২

২ একে, পৃ. ৪১

৩ পুথিৰ নাম-পাতৰ একেবাৰে ওপৰত 'ধৰম পুথিৰ বিবৰন' নামটো আছে। তাৰ বাহিৰে বাকী সকলো তথ্য দিয়া হৈছে ইংৰাজীত।

ৰূপে স্বীকৃত কাশীনাথ তামুলী ফুকনৰ 'আসাম বুৰন্‌জি পুথি'[৪]ৰ নামো এই তালিকাত অনুপস্থিত। যি নহওক, এই যুক্তিৰদ্বাৰা আনন্দৰামে প্ৰায় ডেৰ শ বছৰ পূৰ্বে যুগুতোৱা তালিকাখনৰ যথাৰ্থতা অস্বীকাৰ কৰিব খোজা হোৱা নাই।

প্ৰমাদৰ এনে আশংকা পদে পদে বিদ্যমান। তথাপি প্ৰকাশিত পুথি-পত্ৰগুচ্ছৰ লেখক-অনুবাদকৰ সময়ানুক্ৰমিক সূচী এখন প্ৰস্তুত কৰাৰ প্ৰয়াস কৰা হৈছে। ইয়াত অন্তৰ্ভুক্ত অধিকাংশ পুথি প্ৰত্যক্ষ অনুসন্ধানলব্ধ। অৱশিষ্ট দুই-এখনৰ নাম আন ভালেমান তথ্য চালি-জাৰি চাই গ্ৰহণ কৰা হৈছে। তালিকাখনৰপৰা দেখা যায় যে প্ৰায় সকলোখিনি পুথি বা প্ৰচাৰ-পুস্তিকা মিছনৰ শিৱসাগৰ প্ৰেছৰদ্বাৰা মুদ্ৰিত। আকৌ প্ৰকাশিত পুথি-পত্ৰৰ ভিতৰত খ্ৰীষ্ট ধৰ্মীয় প্ৰচাৰ-পুস্তিকাই সৰ্বাধিক। তাৰ পিছতে মিছনেৰী স্কুলত চলোৱাৰ উদ্দেশ্যে ৰচিত কিতাপসমূহৰ প্ৰসংগ উল্লেখযোগ্য। ভাষা-সাহিত্য বা আইন-কানুন সম্বন্ধীয় পুথি দুই-চাৰিখন আছে যদিও সংখ্যাত তেনেই সীমিত।

| ক্ৰমিক নং | পুথিৰ নাম | লেখক | বিষয়বস্তু | প্ৰকাশ-স্থল আৰু কাল |
|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ |
| ১। | আসাম বুৰন্‌জি পুথি | কাশীনাথ তামুলী-ফুকন | ভাষা-সাহিত্য (বুৰঞ্জী) | শিৱসাগৰ, ১৮৪৪ |
| ২। | প্ৰথম গননা | ৰেঃ নাথান ব্ৰাউন | পাঠ্যপুথি | একে, ১৮৪৫ |
| ৩। | গননৰ কিতাপ ঃ ১ম ভাগ | ই. ডব্লিউ. ব্ৰাউন | একে | একে, ১৮৪৫ |
| ৪। | কিতাবত মঞ্জৰী | বকুল কায়স্থ | একে | একে, ১৮৪৫ |
| ৫। | বাইবেলৰ সুভবাৰ্তা | — | প্ৰচাৰ-পুস্তিকা | একে, ১৮৪৬ |
| ৬। | যিচু খ্ৰীষ্টৰ নতুন নিযম | ৰেঃ নাথান ব্ৰাউন | একে | একে, ১৮৪৮ |
| ৭। | একে | একে, ৪ৰ্থ সংস্কৰণ | একে | একে, ১৮৭৩ |
| ৮। | চুটীয়া বুৰঞ্জী | — | ভাষা-সাহিত্য | একে, ১৮৫০ |
| ৯। | ভুগোলৰ বিবৰন | শ্ৰীমতী ব্ৰাউন | পাঠ্যপুথি | একে, ১৮৫১ |
| ১০। | খ্ৰিষ্টৰ বিবৰন আৰু সুভ যাত্ৰা | ৰেঃ নাথান ব্ৰাউন | প্ৰচাৰ পুস্তিকা | একে, ১৮৫৪ |
| ১১। | দুতিয় গননা | ৰেঃ নাথান ব্ৰাউন | পাঠ্যপুথি | একে, ১৮৫৫ |

৪ তৃতীয় অধ্যায়ত পুথিখনৰ পৰ্যালোচনা সন্নিবিষ্ট কৰা হৈছে।

| ক্ৰমিক নং | পুথিৰ নাম | লেখক | বিষয়বস্তু | প্ৰকাশ-স্থল আৰু কাল |
|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ |
| ১২। | য়োচেফৰ বিবৰন আৰু ইস্ৰায়েল লোকৰ যাত্ৰা | — | প্ৰচাৰ পুস্তিকা | একে, ১৮৫৫ |
| ১৩। | ধৰম পুথিৰ বিবৰন | মূল পুথি : Bible Stories by C.G. Barth D.D., অনুবাদ : C.H. Hesselmeyer | একে | একে, ১৮৫৫ |
| ১৪। | পদাৰ্থ বিদ্যাৰ সাৰ | নিধি লেভি ফাৰৱেল | পাঠ্যপুথি | একে, ১৮৫৫ |
| ১৫। | যাত্ৰিকৰ যাত্ৰা | মূল পুথি : The Pilgrim's Progress by John Bunyan অনুবাদক : অজ্ঞাত | ধৰ্ম পুথি | একে (প্ৰথমতে 'অৰুনোদই'ত প্ৰকাশিত, ১৮৫৭) ৪ৰ্থ সংস্কৰণ, ১৯২৮ চন, যোৰহাট |
| ১৬। | অসমীয়া ভাষাৰ ব্যাকৰণ | হেমচন্দ্ৰ বৰুৱা | পাঠ্যপুথি | শিৱসাগৰ, ১৮৫৯ |
| ১৭। | খৃষ্টিয়ান মণ্ডলীৰ সংক্ষেপ বিবৰন | — | — | একে, ১৮৬১ |
| ১৮। | সুবৰ্নৰ তুল | মূল পুথি : Golden Balance অনুবাদ : মাইল্‌ছ ব্ৰন্সন | প্ৰচাৰ পুস্তিকা | একে, ১৮৬৩ |
| ১৯। | একে | একে ২য় সংস্কৰণ | একে | একে, ১৮৭৬ |
| ২০। | ইংৰাজী-অসমীয়া শব্দকোষ | শ্ৰীমতী এছ. আৰ. বাৰ্ড | পাঠ্যপুথি | একে, ১৮৬৪ |
| ২১। | ভাৰতীয় দণ্ডবিধি-আইন | নিধি লেভি ফাৰৱেল | আইন বিষয়ক | একে, ১৮৬৫ |

| | | | | |
|---|---|---|---|---|
| ২২। | অসমিয়া আৰু ইংৰাজি অভিধান (A Dictionary in Assamese and English) | ৰেঃ মাইলছ্ ব্ৰন্সন | অভিধান | একে, ১৮৬৭ |
| ২৩। | হৰ্ষ বিসাদ বিসয়ক ৰচনা | বলৰাম ফুকন | ভাষা-সাহিত্য | আচাম বেপ্টিষ্ট মিছন প্ৰেছ, গুৱাহাটী ১৮৬৯ |
| ২৪। | আপত্তি নাসক | মূল পুথি ঃ Hindu Objections to Christian Religion Answered অনুবাদক ঃ এ. এইচ. ডেনফোৰ্থ | প্ৰচাৰ পুস্তিকা | শিৱসাগৰ, ১৮৭০ |
| ২৫। | পুৰাতন কাহিনী | মূল পুথি ঃ The Old Old Story অনুবাদক ঃ অজ্ঞাত | প্ৰচাৰ পুস্তিকা | শিৱসাগৰ, ১৮৭১ |
| ২৬। | স্বৰূপ আশ্ৰয় | মূল পুথি ঃ The True Refuge অনুবাদক ঃ ? | একে | একে, ১৮৭১ ৬ষ্ঠ সংস্কৰণ |
| ২৭। | বঙাল-বঙালনী | বুদ্ৰৰাম বৰদলৈ | ভাষা-সাহিত্য | একে, ১৮৭১ |
| ২৮। | ধৰমৰ শিকনী | শ্ৰীমতী এফ. ডেনফোৰ্থ | প্ৰচাৰ পুস্তিকা | একে, পুনৰ মুদ্ৰণ ১৮৭২ |
| ২৯। | গননৰ কিতাপ ২য় ভাগ | নাথান ব্ৰাউন আৰু ই. ডব্লিউ ব্ৰাউন | পাঠ্যপুথি | একে, ১৮৭৪ (৩য় সংস্কৰণ) |
| ৩০। | নীতি কথা | — | ধৰ্ম বিষয়ক | একে, ১৮৭৬ (২য় সংস্কৰণ) |
| ৩১। | এলোকেশী বেশ্যাৰ বিষয় | এম. ই. লেছলী | একে | একে, ১৮৭৭ |

| | | | | |
|---|---|---|---|---|
| ৩২। | ফুলমণি আৰু কৰুণা | গাৰ্ণী পত্নী মেৰী এফ্. লৰেঞ্চ | একে | একে, ১৮৭৭ |
| ৩৩। | কামিনীকান্ত* | এ. কে. গাৰ্ণী | একে | একে, ১৮৭৭ |
| ৩৪। | কণী বেহেৰুৱাৰ বিষয় | একে | একে | একে, ১৮৭৮ |
| ৩৫। | পাপ ক্ষেমা পোৱা এজনী | শ্ৰীমতী এছ. আৰ. ৱাৰ্ড | একে | একে, ১৮৭৯ |
| ৩৬। | গুৰু আহিল তোমাক মাতিচে | একে | একে | একে, ১৮৭৯ |
| ৩৭। | বাৰীৰ মিত্ৰ | একে | একে | একে, ১৮৭৯ |
| ৩৮। | কথৰ বিবৰন | এ. কে. গাৰ্ণী | একে | একে, ১৮৮০ |
| ৩৯। | য়িহুছুৱাৰ আৰু বিচাৰ কৰ্ত্তাৰ পুথি আৰু কথৰ বিবৰন | একে | একে | একে, ১৮৮০ |
| ৪০। | য়োছেফৰ বিবৰন | মূল পুথি ঃ The Story of Joseph অনুবাদক ঃ এ. কে. গাৰ্ণী | একে | একে, ১৮৮১ |
| ৪১। | খ্ৰীষ্টীয় স্তুতি গীত (Hymns in Assamese) | — | ধৰ্ম বিষয়ক | গুৱাহাটী মিছন প্ৰেছ, গুৱাহাটী, ১৮৯০, ৪ৰ্থ সংস্কৰণ |
| ৪২। | অসমীয়া ভাষাৰ বাৰেমতৰা (পথিলা কিতাপ) | অজ্ঞাত | পাঠ্যপুথি | নগাঁও মিছন কেন্দ্ৰ, ১৮৯১, ৬ষ্ঠ সংস্কৰণ |
| ৪৩। | অসমীয়া ভাষাৰ পুথি নং - ১ | অজ্ঞাত | একে | বেপ্টিষ্ট মিছনেৰী সন্থা, নগাঁও, ১৮৯২ |
| ৪৪। | সাধুৰ পুথি | ই. ডব্লিউ ব্ৰাউন | একে | ? ? |

* শিৱসাগৰ মিছন প্ৰেছত ১৫০০ কপি মুদ্ৰিত হোৱা পুথিখনৰ বেটুপাত আৰু নামপাতত 'কামিনীকান্ত' নাম আছে। ভিতৰৰ পৃষ্ঠাতহে 'কামিনীকান্তৰ চৰিত্ৰ' নামটো দৃষ্টিগোচৰ হয়। অসমীয়া পঢ়ুৱৈৰ মাজত পুথিখন 'কামিনীকান্তৰ চৰিত্ৰ' নামেৰে সুপৰিচিত।

ইংৰাজী নাম দি ৰচিত হ'লেও অথবা ইংৰাজী ভাষাত ৰচিত যদিও আমেৰিকান বেপ্টিষ্ট মিছনেৰীৰদ্বাৰা প্ৰকাশিত নিম্নলিখিত পুথিখিনিও অসমীয়া ভাষা-সাহিত্যক কেন্দ্ৰ কৰি সৃষ্টি হৈছিল।

| ক্ৰমিক নং | পুথিৰ নাম | লেখক | বিষয়বস্তু | প্ৰকাশ-স্থল আৰু কাল |
|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ |
| ১। | Vocabulary and Phrases in English and Assamese | এইচ. বি. এল. কাটাৰ | ভাষা-সাহিত্য | জয়পুৰ, ১৮৪০ |
| ২। | উক্ত পুথিৰ সংশোধিত ৰূপ Phrases in English and Assamese | ই. ডব্লিউ ক্লাৰ্ক | একে | শিৱসাগৰ, ১৮৭৭ |
| ৩। | Grammatical Notices on the Assamese Language | ৰেঃ নাথান ব্ৰাউন | একে | একে, ১৮৪৮ |
| ৪। | উক্ত পুথিৰ সংশোধিত ৰূপ Grammatical notes of the Assamese Language | পি. এইচ. মোৰে | একে | নগাঁও, ১৮৯৩ |
| ৫। | A Few Remarks on the Assamese Language and on Vernacular Education in Assam | 'এজন দেশীয় লোক' (আনন্দৰাম ঢেকিয়াল ফুকন) | একে | শিৱসাগৰ, ১৮৫৫ |

# পৰিশিষ্ট - খ

## ঊনবিংশ শতাব্দীত প্ৰকাশিত অসমৰ সংবাদ পত্ৰ

| ক্ৰমিক নং | সংবাদ পত্ৰৰ নাম | সম্পাদক | প্ৰকাশক আৰু প্ৰকাশ স্থল | প্ৰকাশৰ ধৰণ | প্ৰকাশৰ তাৰিখ | জীয়াই থকা কাল | ভাষা | কাকতখনৰ বিষয়ে গুৰুত্বপূৰ্ণ সংবাদ |
|---|---|---|---|---|---|---|---|---|
| ১ | ২ | ৩ | ৪ | ৫ | ৬ | ৭ | ৮ | ৯ |
| ১। | অৰুনোদই | নাথান ব্ৰাউন, এ.এইচ. ডেনফোৰ্থ, এছ. এম. হুইটিং উইলিয়াম ৱাৰ্ড, ই. ডব্লিউ ক্লাৰ্ক আৰু এ. কে. গাৰ্ণী | আমেৰিকান বেপ্টিষ্ট বেপ্টিষ্ট মিছন, মিছন প্ৰেছ, শিৱসাগৰ | মাহিলি | জানুৱাৰী, ১৮৪৬ খ্ৰীঃ | ১৮৪৬—১৮৮০ | অসমীয়া | ১। খ্ৰীষ্ট ধৰ্মৰ লগতে বিজ্ঞান আৰু সাধাৰণ জ্ঞান প্ৰচাৰৰ লক্ষ্য। ২। একে নামেৰে আলোচনী, বাতৰি কাকত দুটা ৰূপ। |
| ২। | আসাম বিলাসিনী | দত্তদেৱ গোস্বামী | দত্তদেৱ গোস্বামী ধৰ্ম প্ৰকাশ যন্ত্ৰ আউনীআটী সত্ৰ মাজুলী | প্ৰথমে মাহিলি পিছলৈ সাপ্তাহিক | ১৮৭১ | ১৮৭১-১৮৮৩ আৰু ১৯১৩ খ্ৰীঃৰ পৰা ৫ বছৰমান | অসমীয়া | ১। প্ৰধান উদ্দেশ্য সনাতন হিন্দু ধৰ্ম প্ৰচাৰ। ২। অসমীয়া লোকে প্ৰকাশ কৰা প্ৰথম সংবাদ পত্ৰ। |

| | | | | | | | | |
|---|---|---|---|---|---|---|---|---|
| ৩। | আসাম মিহিৰ | যদুনাথ চক্ৰবৰ্তী | চিদানন্দ প্ৰেছ, গুৱাহাটী | সাপ্তাহিক | ১৮৭২ খ্ৰীঃ | ১৮৭২-১৮৭৩ | প্ৰথমে বঙলা, পিছত বঙলা আৰু ইংৰাজী | বন্ধ হোৱাৰ ঘাই কাৰণ উপযুক্ত পৃষ্ঠপোষকৰ অভাৱ। |
| ৪। | আসাম দৰ্পণ | লক্ষ্মীকান্ত বৰকাকাতী | বিশ্বনাথ, দৰং (বৰ্তমান শোণিতপুৰ) | মাহিলি | ১৮৭৪ খ্ৰীঃ | ১৮৭৪-১৮৭৫ | অসমীয়া | বন্ধ হোৱাৰ ঘাই কাৰণ ঃ কলিকতাত ছপা, বিশ্বনাথত প্ৰকাশ। |
| ৫। | চন্দ্ৰোদয় | জীৱেশ্বৰ বৰুৱা | দিহিঙীয়া গোঁসাই, নগাঁও | মাহিলি | ১৮৭৫ খ্ৰীঃ | ১৮৭৫-১৮৭৬ | অসমীয়া | ১। গুৱাহাটীত মুদ্ৰিত ২। গোঁসাইৰ শিষ্যৰ মাজতে সীমিত। ৩। 'আসাম বিলাসিনী'ৰ দৰে হিন্দু ধৰ্ম প্ৰচাৰৰ আদৰ্শ। |
| ৬। | জ্ঞানোদয় | পদ্মহাস গোস্বামী | পদ্মহাস গোস্বামী, নগাঁও | — | ১৮৭৬ খ্ৰীঃ | ১৮৭৬ | অসমীয়া | ব্ৰাহ্ম ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে প্ৰকাশিত। |
| ৭। | আসাম দীপক | — | ধৰ্ম প্ৰকাশ যন্ত্ৰ আউনীআটী ? চিদানন্দ প্ৰেছ, গুৱাহাটী ? | মাহিলি | ১৮৭৬ খ্ৰীঃ | — | অসমীয়া | —— |

| | | | | | | | | |
|---|---|---|---|---|---|---|---|---|
| ৮। | গোৱালপাৰা হিতসাধিনী | — | গোৱালপাৰা | সাপ্তাহিক | ১৮৭৬ খ্ৰীঃ | ১৮৭৬— ১৮৭৮ | বঙলা | বন্ধ হোৱাৰ কাৰণ : উপযুক্ত পৃষ্ঠপোষকৰ অভাৱ। |
| ৯। | আসাম নিউচ | হেমচন্দ্ৰ বৰুৱা | ফুকন-বৰুৱা ব্ৰাদাৰ্ছ, গুৱাহাটী | সাপ্তাহিক | ১৮৮২ খ্ৰীঃ | ১৮৮২- ১৮৮৫ | ইংৰাজী আৰু অসমীয়া | ১। নিভাঁজ অসমীয়া ভাষাৰ প্ৰয়োগ। ২। বন্ধ হোৱাৰ কাৰণ ঘাইকৈ সম্পাদকৰ অসুস্থতা। |
| ১০। | আসাম বন্ধু | গুণাভিৰাম বৰুৱা | গুণাভিৰাম বৰুৱা, ১০০ নং বৌ বাজাৰ ষ্ট্ৰীট, কলিকতা | মাহিলি | ১৮৮৫ খ্ৰীঃ | ১৮৮৫ খ্ৰীঃৰ পৰা ১৮৮৬ খ্ৰীঃৰ এপ্ৰিললৈ | অসমীয়া | ভাষা-সাহিত্যৰ পূৰ্ণাঙ্গ আলোচনী। |
| ১১। | মৌ | হৰনাৰায়ণ বৰা | বলিনাৰায়ণ বৰা, কলিকতা | মাহিলি | ১৮৮৬ খ্ৰীঃৰ ডিচেম্বৰ মাহ | ১৮৮৬— ১৮৮৭ৰ মাৰ্চলৈ | অসমীয়া | সমসাময়িক সমস্যাৰ প্ৰতি গুৰুত্ব দান |
| ১২। | আসাম তৰা | শ্ৰীধৰ বৰুৱা | আউনীআটী সত্ৰ মাজুলী | মাহিলি | ১৮৮৬ খ্ৰীঃ | ১৮৮৬— ১৮৯০ | অসমীয়া | 'আসাম তৰা'ৰ সময় ১৮৮৪-১৮৮৮ আৰু ১৮৮৮-১৮৯০ হিচাপেও পোৱা যায়। |
| ১৩। | লৰা বন্ধু | কৰুণাভিৰাম বৰুৱা | কলিকতা | মাহিলি | ১৮৮৮ খ্ৰীঃ | ১৮৮৮ খ্ৰীঃ | অসমীয়া | অসমীয়া ভাষাৰ প্ৰথম শিশু আলোচনী। |

| | | | | | | | | |
|---|---|---|---|---|---|---|---|---|
| ১৪। | জোনাকী | চন্দ্র কুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু অন্যান্য | অঃভাঃউঃসাঃ সভা, কলিকতা | মাহিলি | ১৮৮৯ খ্ৰীঃ | ১৮৮৯-১৮৯৪, গুৱাহাটীৰপৰা ১৯০১ - ১৯০৫ খ্ৰীঃলৈ | অসমীয়া | ১। অসমীয়া সাহিত্যলৈ নৱন্যাসৰ ভাৱধাৰা আনয়ন ২। এটা নতুন, প্ৰাণৱন্ত যুগ সৃষ্টিকৰণ। |
| ১৫। | বিজুলী | নীলকান্ত বৰুৱা, কৃষ্ণ প্ৰসাদ দুৱৰা | কলিকতা | মাহিলি | ১৮৯১ খ্ৰীঃ | ১৮৯১-১৮৯২ | অসমীয়া | 'জোনাকী'ৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি এচাম নতুন লেখক সৃষ্টিত অৰিহণা। |
| ১৬। | আসাম | কালিৰাম বৰুৱা | গুৱাহাটী | সাপ্তাহিক | ১৮৯৪ খ্ৰীঃ | ১৮৯৪ খ্ৰীঃ | ইংৰাজী আৰু অসমীয়া | — |
| ১৭। | টাইম্চ অব আচাম | ৰাধানাথ চাংকাকতী | ডিব্ৰুগড | সাপ্তাহিক | ১৮৯৫ খ্ৰীঃ | ১৮৯৫-১৯৪৭ | ইংৰাজী | নীলমণি ফুকন, লক্ষ্মীনাথ ফুকন, হৰেন্দ্ৰ নাথ বৰুৱা আদি এচাম যশস্বী সাংবাদিকৰ জন্ম দান। |
| ১৮। | আসাম বন্তি | মথুৰা বৰুৱা, জয়দেৱ শৰ্মা | আসাম ছেণ্ট্ৰেল প্ৰেছ, তেজপুৰ | সাপ্তাহিক | ১৯০০ খ্ৰীঃ | ১৯০০-১৯৩০ | ইংৰাজী আৰু অসমীয়া | — |

# গ্রন্থপঞ্জী
## মুখ্য উৎস


১। অসমীয়া ঃ

(ক) হস্তলিখিত পুথি ঃ

দেৱান, মণিৰাম ঃ *বুৰঞ্জী বিবেক ৰত্ন*, ২য় খণ্ড, অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত, পাণ্ডুলিপি নং ২৭২, অনুলিপি নং ১০৮।

(খ) প্ৰকাশিত ঃ

(১) জীৱনী — আত্মজীৱনী — স্মৃতিকথা — চৰিত পুথি আদি ঃ

আগৰৱালা, হৰিবিলাস ঃ *আত্মজীৱনী*, তৰুণ কুমাৰ আগৰৱালা সংকলিত, গুৱাহাটী, ১৯৬৭

গোহাঞি বৰুৱা, পদ্মনাথ ঃ *মোৰ সোঁৱৰণী*, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৭১

বৰদলৈ, কুমুদ চন্দ্ৰ (সম্পা.) ঃ *সদৰামীনৰ আত্মজীৱনী* কুমুদ চন্দ্ৰ বৰদলৈ, উত্তৰ গুৱাহাটী, ১৯৬০

বৰুৱা, গুণাভিৰাম ঃ *আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ* অসম প্ৰকাশন পৰিষদ, পুনৰ্মুদ্ৰণ, গুৱাহাটী, ১৯৭১ (প্ৰঃপ্ৰঃ ১৮৮০)

বৰুৱা, হেমচন্দ্ৰ ঃ *আত্মজীৱন চৰিত* মহেশ্বৰ নেওগ (সম্পা. সংক.) ঃ *স্নাতকৰ কথাবন্ধ*, ২য় খণ্ডত অন্তৰ্ভুক্ত, গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৭৫

বেজবৰুৱা, দীননাথ ঃ *বেজবৰুৱাৰ বংশাৱলী*, ১ম ভাগ,

লক্ষ্মীনাথ বেজবৰুৱা, সম্বলপুৰ, ১৯২৬

বেজবৰুৱা, লক্ষ্মীনাথ : *মোৰ জীৱন সোঁৱৰণ*
যতীন্দ্ৰ নাথ গোস্বামী (সম্পা.), অসম সাহিত্য সভা, যোৰহাট, ১৯৬৬ (প্ৰঃপ্ৰঃ১৯৬১); *বেজবৰুৱা গ্ৰন্থাৱলী* ১ম খণ্ডত অন্তৰ্ভুক্ত।

ৰাজখোৱা, বেণুধৰ : *মোৰ জীৱন দাপোণ,*
শ্ৰীমতী লখিমী চৌধুৰী, উজান বজাৰ, গুৱাহাটী, ১৯৬৯

ৰাজখোৱা, শৈলধৰ : *অতীতৰ সোঁৱৰণী,*
বেণুমালা দুৱৰা আৰু অন্যান্য, ডিব্ৰুগড়, ১৯৬৯

লেখাৰু, উপেন্দ্ৰ চন্দ্ৰ(সম্পা.): *কথা গুৰু চৰিত*
দেৱীৰাম পাঠশালা, নলবাৰী, ১৯৫২

(২) একত্ৰে সংকলিত ৰচনাৱলী ঃ

গোস্বামী, হেমচন্দ্ৰ : *পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী,*
সম্পা. ঃ বেণুধৰ শৰ্মা, অসম সাহিত্য সভা, যোৰহাট, ১৯৭২

গোহাঞিবৰুৱা, পদ্মনাথ : *গোহাঞিবৰুৱা ৰচনাৱলী*
অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৭১

ঢেকিয়ালফুকন, আনন্দৰাম : *আনন্দৰাম ঢেকিয়ালফুকন ৰচনা সংগ্ৰহ,*
নন্দ তালুকদাৰ, (সংক., সম্পা.) লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী, ১৯৯০ (প্ৰঃপ্ৰঃ ১৯৭৭)

দাস, ভোলানাথ : *ভোলানাথ দাস ৰচনাৱলী,*
অতুল চন্দ্ৰ বৰুৱা, (সম্পা.) অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৭৭

বৰা, লম্বোদৰ : *লম্বোদৰ বৰা ৰচনাৱলী,*
নন্দ তালুকদাৰ, (সংক., সম্পা.) অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৮৩

| | | |
|---|---|---|
| বৰুৱা, চন্দ্ৰধৰ | ঃ | *চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী*, নগেন শইকীয়া, যতীন্দ্ৰ নাথ গোস্বামী (সংক., সম্পা.); অসম সাহিত্য সভা যোৰহাট,০ ১৯৭৫ |
| বেজবৰুৱা, লক্ষ্মীনাথ | ঃ | *বেজবৰুৱা গ্ৰন্থাৱলী*, দুই খণ্ড, অতুল চন্দ্ৰ হাজৰিকা (সম্পা.) সাহিত্য প্ৰকাশ, গুৱাহাটী, ১৯৮৮ (প্ৰঃপ্ৰঃ ১৯৭০) |
| ভট্টাচাৰ্য্য কমলাকান্ত | ঃ | *কমলাকান্ত ভট্টাচাৰ্য্যৰ ৰচনাৱলী*, প্ৰফুল্লদত্ত গোস্বামী (সম্পা. ); অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৮২ |
| শ্ৰীশ্ৰীশংকৰদেৱ | ঃ | *শ্ৰীশংকৰ বাক্যামৃত*, দত্তবৰুৱা এণ্ড কোম্পানী, গুৱাহাটী, ১৯৬৪ (প্ৰঃপ্ৰঃ ১৯৫৩) |
| শ্ৰীশ্ৰীশংকৰদেৱ<br>শ্ৰীশ্ৰীমাধৱদেৱ | ঃ | *কীৰ্তন আৰু নামঘোষা* মহেশ্বৰ নেওগ (সম্পা.) দত্তবৰুৱা এণ্ড কোং, গুৱাহাটী ১৯৮৬ |

(৩) **সানমিহলি বিষয়ৰ গ্ৰন্থ ঃ**

| | | |
|---|---|---|
| কন্দলি, অনন্ত | ঃ | *কুমৰ হৰণ*, বৰকটকী এণ্ড কোং, যোৰহাট, ১৮৭৩ শক |
| গাৰ্ণী, এ. কে. | ঃ | *কামিনীকান্ত*, আমেৰিকান বেপ্টিষ্ট মিছন প্ৰেছ, শিৱসাগৰ, ১৮৭৭ |
| | ঃ | *একে পুথি, (কামিনীকান্তৰ চৰিত্ৰ)*, প্ৰফুল্লদত্ত গোস্বামী (সম্পা.); অসম সাহিত্য সভা, যোৰহাট, ১৯৬০ |
| গোস্বামী, পদ্মহাস | ঃ | *পদ্যমালা*, ১ম ভাগ আদি ব্ৰাহ্ম সমাজৰ যন্ত্ৰত মুদ্ৰিত, কলিকত ২য় সংস্কৰণ, বৈশাখ, ১৭৯৭ |

: *অসমীয়া ল'ৰাৰ শিক্ষা সাৰ,*
৪র্থ সংস্কৰণ, নগাঁও, ১৮০২ শক।

গোহাঞিবৰুৱা, পদ্মনাথ : *অসমৰ বুৰঞ্জী,*
অসম প্রকাশন্ পৰিষদ, পুনর্মুদ্রণ, গুৱাহাটী,
১৯৭৬ (প্রঃপ্রঃ ১৮৮৪)

চক্রবর্তী, জয়চন্দ্র : *ল'ৰা পাঠ,* প্রথম ভাগ
ষষ্ঠ সংস্কৰণ, গুৱাহাটী, ১৮৮৯
(প্রঃপ্রঃ ১৮৮৪)

: *ল'ৰা পাঠ,* দ্বিতীয় ভাগ
সান্যাল এণ্ড কোং, কলিকতা,
৫ম প্রকাশ, ১২৯৭ সাল (প্রঃপ্রঃ ১৮৮৪)

তর্কালংকাৰ, দীনবন্ধু : *অসমীয়া ল'ৰাৰ ব্যাকৰণ*
গুণাভিৰাম বৰুৱা,
নগাঁও, বিংশ সংস্কৰণ, ১৮৯০
(প্রঃপ্রঃ ১৮৭৩)

তামুলী ফুকন, কাশীনাথ : *আসাম বুৰন্জি পুথি,*
কলিকতা, ১৯০৬ (প্রঃপ্রঃ ১৮৪৪)

দেৱী ফুকননী, পদ্মাৱতী : *সুধর্মাৰ উপাখ্যান,*
ভুৱন মোহন ঘোষ, কলিকতা, ১৮৮৪

: *হিত সাধিকা*
ভুৱন মোহন ঘোষ, কলিকতা,
১২৯২ বংগাব্দ, ১৮৮৫

নেওগ, মহেশ্বৰ (সম্পা.) : *প্রাচ্য শাসনাৱলী,*
অসম প্রকাশন পৰিষদ, গুৱাহাটী, ১৯৭৪,

: *অৰুনোদই,* (সংক., পুনৰ সম্পা.)
১৮৪৬-১৮৫৪, অসম প্রকাশন পৰিষদ,
গুৱাহাটী, ১৯৮৩

বৰদলৈ, ৰুদ্ৰৰাম : *বঙাল-বঙালনী নাটক,*
আমেৰিকান বেপ্টিষ্ট মিছন প্রেছ,
শিৱসাগৰ, ১৮৭১

: *ৰত্নমণি*,
মণিমোহন ৰক্ষিত,
২১০/১ কর্ণওয়ালিস ষ্ট্রীট, কলিকতা,
১৮০৭ শক

বৰুৱা, গুণাভিৰাম : *ৰাম-নৱমী নাটক*,
দাস এণ্ড সন্স যন্ত্রালয়, কলিকতা, ১৮৭০

: *একে*
যতীন্দ্র মোহন ভট্টাচার্য্য, (সম্পা.)
মোক্ষদা পুস্তকালয়, গৌহাটী, ১৩৭২ বংগাব্দ

: *একে*
প্রসেনজিৎ চৌধুৰী (সম্পা.); চেতনা প্রকাশ,
ৰাজগড়, গুৱাহাটী, ১৯৮৯

: *আসাম বুৰঞ্জী*,
অসম প্রকাশন পৰিষদ, গুৱাহাটী, ১৯৭২
(প্রঃপ্রঃ ১৮৭৫)

: *কাব্য কুসুম*
(সংক.) কলিকতা, ১৮৮৪

বৰুৱা, বিৰিঞ্চি কুমাৰ : *অৰুনোদইৰ ঢ়লফাট*
(সংক.) অসম সাহিত্য সভা,
যোৰহাট, ১৯৬৫

বৰুৱা, হেমচন্দ্র : *কানীয়া কীর্তন*,
গুৱাহাটী, ১৯৮৪ (প্রঃপ্রঃ ১৮৬১)

: *পাঠমালা*,
শিৱসাগৰ, ১৯৩৮ (প্রঃপ্রঃ ১৮৭৪)

: *বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী*,
শিৱসাগৰ, ১৯৫৯ (প্রঃপ্রঃ ১৮৭৬)

ভূঞা, সূর্য্যকুমাৰ (সম্পা.) : *বৰফুকনৰ গীত*
প্রাগজ্যোতিষ গ্রন্থশালা, গুৱাহাটী,
৪র্থ সংস্কৰণ, ১৯৫৪, (প্রঃপ্রঃ ১৯২৪)

: *আসাম বুৰঞ্জী,*
ৰচনা ঃ হৰকান্ত বৰুৱা সদৰামীন,
বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ,
গুৱাহাটী, ১৯৩০

: *অসমৰ পদ্য বুৰঞ্জী,*
ৰচনা ঃ বিশ্বেশ্বৰ বৈদ্যাধিপ আৰু দুতিৰাম
হাজৰিকা, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ,
গুৱাহাটী, ১৯৬৪ (প্রঃপ্রঃ১৯৩২)

শইকীয়া, নগেন
(পুনৰ সম্পা., সংক) : *আসাম বন্ধু,*
অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৮৪

শৰ্মা, সত্যেন্দ্ৰ নাথ
(পুনৰ সম্পা.) : *মৌ*
অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৮৪

(৪) অনুদিত গ্ৰন্থ ঃ

শ্ৰীৰামপুৰ মিছন : *ধৰ্মপুস্তক,*
(বাইবেলৰ নিউ টেষ্টামেণ্টৰ ভাঙনি)
শ্ৰীৰামপুৰ, ১৮১৩

: *একে,*
(বাইবেলৰ ওল্ড টেষ্টামেণ্টৰ ভাঙনি)
শ্ৰীৰামপুৰ, ১৮৩৩

২। বাংলা ঃ

ঢেকিয়ালফুকন, হলিৰাম : *আসাম বুরঞ্জি,*
সমাচার চন্দ্রিকা যন্ত্রে মুদ্রাংকিত, কলিকতা,
শকাব্দ ১৭৫১, বাংলা ১২৩৬ সাল,
১৭ কার্তিক

: *একে,*
(সম্পা.) যতীন্দ্র মোহন ভট্টাচার্য্য, মোক্ষদা
পুস্তকালয়, গৌহাটী, ১৩৬৯ বাংলা।

বসু, রাজনারায়ণ : *আত্মচরিত,*
ওরিয়েণ্ট বুক কম্পেনি,
৬ষ্ঠ সংস্করণ, কলিকতা, ১৯৮৫
(প্রঃপ্রঃ ১৯০৯)

ভট্টাচাৰ্য্য, পদ্মনাথ : *কামরূপ শাসনাৱলী,*
ৱংপুৱ, সন ১৩৩৮

শাস্ত্রী, শিৱনাথ : *ৱামতনু লাহিড়ী ও তৎকালীন বঙ্গ সমাজ,*
বিশ্ববাণী প্ৰকাশনী, কলিকতা, ১৯৮৩

সেন, সুৱেন্দ্ৰনাথ (সম্পা.) : *প্ৰাচীন বাংঙ্গালা পত্ৰ সংকলন*
কলিকতা বিশ্ববিদ্যালয়, ১৯৪২

— : *সমাচাৱ দৰ্পণ* (সংবাদ পত্ৰ)
১৫/১০/১৮৩১ তাৱিখ, শনিবাৱ
৩০ আশ্বিন ১২৩৮ সন,
হলিৰাম ঢেকিয়ালফুকন প্ৰণীত 'আসাম বুৱঞ্জি'
পুথিৰ সমীক্ষা,
(সমীক্ষক – যাদুৰাম ডেকা বৰুয়া)

৩। **English :**

**Unpublished —**

Bhuyan, S. K. : *A Report on the collection of old Assamese and Sanskrit Puthis in possession of the American Baptist Mission, Gauhati,* (typed), Gauhati 1925, preserved in the personal library of Dr. Bhuyan

**Published :**

**Documents and Reports : Official**

Pemberton, Capt. R. B. : *Report on the Eastern Frontier of British India,* Calcutta, 1835; D.H.A.S. Assam, Gauhati, Reprint 1936.

Mills, A. J. Moffatt : *Report on the Province of Assam* Calcutta, 1854, Reprint, Guwahati 1984

Aitchison, C. U. (compiled) : *A Collection of Treaties, Engagements and Sunnunds Relating to India and Neighbouring Countries*, Vol.1, Part II, Assam & Vol. I, Part III, Burmah; Calcutta, printed at the Foriegn Office Press, 1876

— *Report on the Census of British India*, vol. I, London, 1883

Willson, J. : *General Report on Public Instruction in Assam for the year 1881-82* Calcutta, 1884

Allen, B. C. : *District Gazetteers of Assam*, Shillong, 1905-1906

Goswami, H. C. : *Descriptive Catalogue of Assamese Manuscripts* Calcutta, 1930

Bhuyan, S. K. (edited) *Bulletin No.2* D.H.A.S. Assam, Gauhati, 1934

**Documents & Reports : Non-Official**

: *Report of the Assam Mission at the close of the year 1851*, Sibsagor, 1852

"A NATIVE" (Anandaram Dhekial Phukon) : *A few remarks on the Assamese language and on Vernacular Education in Assam.* Sibsagor, ASAM, 1855

**Accounts and Memories :**

Brown, E. W. : *The Whole World Kin : A Pioneer Experience Among Remote Tribes*

| | |
|---|---|
| | *and Other Labors of Nathan Brown*, Hubbard Brothers Publishers, Philadelphia, 1890 |
| Butler, Major Jhon | *Travels and Adventures in the Province of Assam*, Smith, Elder & Co., 65 Cornhile, London, 1855 |
| Dalton, E T | *The Descriptive Ethnology of Bengal*, Calcutta, 1872 |
| Gammel, William A M | *History of American Baptist Missions*, Gould, Kendall & Lincon, Boston, 1850 |
| Goswami, H C | "A Short Account of the Rise and Progress of Journalism in the Assam Valley", incorporated in H K Barpujari (Ed Gen ), *Political History of Assam*, Vol.I, Guwahati, 1977 |
| Hunter, W W | *A Statistical Account of Assam*, Vol I & II, Reprint, Delhi, 1975 (F P 1879) |
| Martin, M | *Eastern India*, Vol V, Rongpur and Assam, Cosmo Publicatioons, Delhi, 1976 (F.P 1838) |
| M'cosh, J | · *Topography of Assam*, Reprint : Sanskaran Prakasak, New Delhi, 1975 (F.P. 1837) |
| Robinson, W. | . *A Descriptive Account of Assam*, Serampore, Calcutta, 1841, Reprint : New Delhi, 1975 |
| Wade, Dr. J. P. | · *An Account of Assam*, Edited by Benudhar Sarma, Asom Jyoti, Suwagpur, Guwahati, 2nd Impression, 1972 |

Ward, S. R. : *A Glimpse of Assam* Edited and published by Mrs. S. R. Ward, Calcutta, 1884

**Journals and souvenirs :**

Barpujari, H.K. : 'A Short History of Higher Education in Assam (1826-1900)", *Cotton College Golden Jubilee Volume*, Gauhati, 1951, pp.1-12

Brown, Nathan : "Alphabets of the Tai Language" *Asiatic Society Journal*, 1837, No. VI, pp. 17-21

: "Comparison of Indo–Chinese Languages", *Ibid*, pp.1023-1038

Robinson, W. : "Notes on the languages spoken by the various tribes inhabiting the valley of Assam and its mountain confines", *Ibid*, March 1849, pp. 183-237; April 1849, pp. 310-349

: "Notes on the Dophlas and the peculiarities of their language", *Ibid*., 1851, No.2, pp. 126-137

: "Notes on the languages spoken by the Mi-Shims", *Ibid*., 1855. XXIV, pp. 307-324

# গৌণ উৎস

১। অসমীয়া ঃ

(ক) জীৱনী ঃ


কটকী, সৰ্বেশ্বৰ : *হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত,* অসম সাহিত্য সভা, যোৰহাট, পুনৰ্মুদ্ৰণ, ১৯৮২ (প্ৰঃপ্ৰঃ ১৯৭২)

গোস্বামী, প্ৰফুল্লদত্ত : *মাণিক চন্দ্ৰ বৰুৱা,* অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৭৭

গোস্বামী, যতীন্দ্ৰ নাথ : *জগন্নাথ বৰুৱা,* অসম সাহিত্য সভা, যোৰহাট, ১৯৭৬

নেওগ, আজলীতৰা : *গুণাভিৰাম বৰুৱা,* যোৰহাট, ১৯১৪

বৰুৱা, ইন্দীবৰ : *জীৱনাদৰ্শ* (অতীতৰ নজন প্ৰখ্যাত অসমীয়া মানুহৰ জীৱন পৰিচিতি); শিৱসাগৰ, ১৮৮৯

বৰুৱা, উপেন্দ্ৰনাথ : *ইন্দীবৰ বৰুৱা,* যোৰহাট, ১৯২৪

বৰুৱা, জীৱন চন্দ্ৰ : *লম্বোদৰ বড়া,* বি. আৰ. কলিতা এণ্ড কোং, তেজপুৰ, ২য় সংস্কৰণ, ১৯৫০

শৰ্মা, বেণুধৰ : *গংগাগোৱিন্দ ফুকন,* অসম জ্যোতি, সুৱাগপুৰ, গুৱাহাটী, ১৮৭০ শক

: *মণিৰাম দেৱান,* প্ৰকাশক ঃ একে, ১৯৫০

: *অৰ্ঘাৱলী,* প্ৰকাশক ঃ একে, ১৯৭০ (প্ৰঃপ্ৰঃ ১৯৬৪)

: *অসমীয়া সাহিত্যৰ পৰমাচাৰ্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী,* অসম সাহিত্য সভা, যোৰহাট, ১৯৭২

(খ) সাহিত্যৰ বুৰঞ্জী, সাহিত্য আলোচনা ঃ
ব্যক্তিগত প্ৰবন্ধ সংকলন প্ৰভৃতি —


কটকী, প্ৰফুল্ল ঃ *ক্ৰমবিকাশত অসমীয়া কথা-শৈলী,* বীণা লাইব্ৰেৰী, গুৱাহাটী, ১৯৭৯

কলিতা, দণ্ডিনাথ ঃ *ফুল* (উপন্যাস), পঞ্চম তাঙৰণ, তেজপুৰ, ১৮৭২ শক (প্ৰঃপ্ৰঃ ১৯০৮)

গোস্বামী, উপেন্দ্ৰ নাথ ঃ *ভাষা আৰু সাহিত্য,* গুৱাহাটী, ১৯৮৫

গোস্বামী, কেশৱানন্দ দেৱ ঃ *সত্ৰ সংস্কৃতিৰ ৰূপৰেখা,* বাণী প্ৰকাশ, গুৱাহাটী আৰু পাঠশালা, ১৮৯৫ শক

গোস্বামী, প্ৰফুল্লদত্ত ঃ *বুৰঞ্জী আৰু সংস্কৃতি,* বীণা লাইব্ৰেৰী, গুৱাহাটী,১৯৮৫

গোস্বামী, সত্যেন্দ্ৰ নাৰায়ণ ঃ *অসমীয়া সাহিত্যৰ কথা,* পূৰ্ব প্ৰকাশ, কলিকতা, ১৯৬৭

ঃ *নিবন্ধ গুচ্ছ,* মণি মাণিক প্ৰকাশ, গুৱাহাটী, ১৯৭২

তালুকদাৰ, নন্দ ঃ *অসমীয়া সাহিত্য বিচিত্ৰা,* মিত্ৰ এজেন্সী, তিনিচুকীয়া, ১৯৭২

ঃ *সম্বাদ পত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য,* বৰুৱা এজেন্সী, গুৱাহাটী, ১৯৭৫

নেওগ, ডিম্বেশ্বৰ ঃ *অসমীয়া সাহিত্যৰ বুৰঞ্জী,* গুৱনী প্ৰকাশ, যোৰহাট,৪ৰ্থ সংস্কৰণ, ১৯৫৭

নেওগ, মহেশ্বৰ ঃ *আনন্দৰাম ঢেকিয়াল ফুকনৰ অসমীয়া ভাষা সম্পৰ্কে কেইটিমান কথা,* (অনু.) অসম সাহিত্য সভা, যোৰহাট, ১৯৬৮ (প্ৰঃপ্ৰঃ ১৯৫৯)

ঃ *অসমীয়া সাহিত্যৰ ৰূপৰেখা,* লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী, ১৯৬২

: *আধুনিক অসমীয়া সাহিত্য*
নিউ বুক ষ্টল, গুৱাহাটী, ১৯৬৫

বৰপূজাৰী, হেৰম্বকান্ত : *আমেৰিকান মিছনেৰীসকল আৰু ঊনবিংশ শতিকাৰ অসম,*
অসম সাহিত্য সভা, যোৰহাট, ১৯৮১

বৰবৰুৱা, হিতেশ্বৰ : *আহোমৰ দিন,*
অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৮৯

বৰুৱা, বিৰিঞ্চি কুমাৰ : *অসমীয়া কথা সাহিত্য* (পুৰণি ভাগ)
দত্ত বৰুৱা এণ্ড কোং, নলবাৰী, বহাগ, ১৮৭২ শক

: *অসমীয়া ভাষা আৰু সংস্কৃতি,*
লযাৰ্ছ বুক ষ্টল, গুৱাহাটী, ১৯৫৭

বেজবৰুৱা, দেৱেন্দ্ৰনাথ : *অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী,*
কলিকতা, ১৯১১

ভট্টাচাৰ্য্য, বীৰেন্দ্ৰ কুমাৰ : *ডেৰ শ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি,*
অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৭৮

ভট্টাচাৰ্য্য, হৰিচন্দ্ৰ : *অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি,*
লযাৰ্ছ বুক ষ্টল, গুৱাহাটী, ১৯৮৮
(প্ৰঃপ্ৰঃ ১৯৬৮)

ভূঞা, যোগেন্দ্ৰ নাৰাযণ : *ঊনবিংশ শতিকাৰ অসম সংবাদ,*
অসমীযা বিভাগ, ডিব্ৰুগড বিশ্ববিদ্যালয,
ডিব্ৰুগড, ১৯৯০

: *উৰলি যোৱা নথিৰপৰা,*
প্ৰকাশক ঃ গ্ৰন্থকাৰ, নগাঁও, ১৯৯১

মোৰে, জে. চি. টি. : *অৰুণোদয* (ছাত্ৰ-ছাত্ৰীৰ উপযোগী পুথি)
আমেৰিকান বেপ্টিষ্ট মিছন কেন্দ্ৰ,
নগাঁও, ৩য় সংস্কৰণ, ১৯২৫

শৰ্মা, তীৰ্থনাথ : *আউনীআটী সত্ৰৰ বুৰঞ্জী,*
শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰ দেৱ ডেকা সত্ৰাধিকাৰ,
আউনীআটী, মাজুলী, ১৯৭৫

শৰ্মা, বাণীকান্ত : *অসমীয়া ভাষা-সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান*, অসম সাহিত্য সভা,
যোৰহাট, ১৯৮১

শৰ্মা, বেণুধৰ : *ফুল চন্দন*
অসমজ্যোতি, সুৰাগপুৰ, গুৱাহাটী, ১৯৬৯
: *দূৰবীণ,*
প্ৰকাশক ঃ একে, ৩য় সংস্কৰণ, ১৯৭৪

শৰ্মা, সত্যেন্দ্ৰনাথ : *সাহিত্যৰ আভাস,*
দত্তবৰুৱা এণ্ড কোং, গুৱাহাটী, ১৯৬৩
: *অসমীয়া উপন্যাসৰ ভূমিকা,*
অসম বুক ডিপো, কলিকতা-গুৱাহাটী, ১৯৬৫
: *অসমীয়া নাট্য সাহিত্য,*
নিউ বুক ষ্টল, গুৱাহাটী, ১৯৭৩
: *অসমীয়া উপন্যাসৰ গতিধাৰা,*
বাণী প্ৰকাশ, পাঠশালা-গুৱাহাটী, ১৯৭৬
: *অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত,*
সৌমাৰ প্ৰিণ্টিং এণ্ড পাব্লিছিং কোং,
গুৱাহাটী, ১৯৮১

## (গ) সম্পাদিত পুথি ঃ কবিতা, প্ৰবন্ধ, ভাষণাদি —

গোস্বামী, মহেশচন্দ্ৰ দেৱ : *নিবন্ধমালা,*
অসম সাহিত্য সভাৰ ২৭শ অধিবেশনৰ
অভ্যৰ্থনা সমিতি, নগাঁও, ১৯৫৯

গোস্বামী, হেমচন্দ্ৰ : *অসমীয়া সাহিত্যৰ চানেকি,* ৩য় খণ্ড
আধুনিক যুগ, ১ম-২য় অংশ,
কলিকতা বিশ্ববিদ্যালয়, ১৯২৩

নেওগ, ডিম্বেশ্বৰ : *অসমীয়া কাব্য প্ৰতিভা,*
যোৰহাট, ১৯৩৫

নেওগ, মহেশ্বৰ : *পত্ৰলেখা,*
অসম সাহিত্য সভা, যোৰহাট, ১৯৬৯
: *পবিত্ৰ অসম,*
(সংক.,সম্পা,) অসম সাহিত্য সভাৰ হকে,
লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী, ২য় সংস্কৰণ, ১৯৬৯

বৰগোহাঞি, হোমেন : *বিংশ শতাব্দীৰ অসমীয়া সাহিত্য,* অসম সাহিত্য সভা, যোৰহাট, ১৯৬৭

ভূঞা, সূৰ্য্যকুমাৰ : *বুৰঞ্জীমূলক প্ৰবন্ধাৱলীৰ তালিকা,* অসম সাহিত্য সভা, যোৰহাট, ১৯৫৫

মজুমদাৰ, তিলক চন্দ্ৰ : *সুকীয়া সুৱদি মাত,* নগাঁও, ১৯৭৩

লহকৰ, বদন আৰু কলিতা সত্যৰঞ্জন : *শোণিত জ্যোতি,* তেজপুৰ, ১৯৬৮

শইকীয়া, চন্দ্ৰপ্ৰসাদ : *ৰাধানাথ চাংকাকতী,* অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৭১

শৰ্মা, অজিত কুমাৰ : *বেণুধৰ শৰ্মা ৰচনাৱলী,* (২য় খণ্ড — বুৰঞ্জীৰ সঁফুৰা, ৩য় খণ্ড — চন্দন চ'ৰা, ৪ৰ্থ খণ্ড — টোকোৰা বাহৰ কুটা), অসম জ্যোতি, সুৰাগপুৰ, গুৱাহাটী, ১৯৮৭

শৰ্মাবৰুৱা, ললিত : *সাহিত্য প্ৰসংগ,* অভ্যৰ্থনা সমিতি, ত্ৰয়োদশ অধিবেশন, অসম সাহিত্য সভা, উত্তৰ লক্ষীমপুৰ, ১৯৬৬

হাজৰিকা, অতুলচন্দ্ৰ : *অসম সাহিত্য সভাৰ ভাষণাৱলী,* ২য় ভাগ, ১৯৩১-১৯৫৬, পৰাগধৰ চলিহা, শিৱসাগৰ, ২য় সংস্কৰণ, ১৯৫৭

গোস্বামী, যতীন্দ্ৰনাথ : *অসম সাহিত্য সভাৰ ভাষণাৱলী,* বুৰঞ্জী অধিবেশন, ৩য় ভাগ, অসম সাহিত্য সভা, যোৰহাট, ১৯৬১

হাজৰিকা, পৰীক্ষিত : *প্ৰবন্ধ সৌৰভ,* অভ্যৰ্থনা সমিতি, অসম সাহিত্য সভাৰ ডিব্ৰুগড় অধিবেশন, ডিব্ৰুগড়, ১৯৬৬

**(ঘ) আলোচনী, বাতৰি কাকতৰ প্ৰবন্ধ —**

গোস্বামী, জগৎ চন্দ্ৰ : "মানৰ দিনত ভাগি যোৱা অসমীয়া" *জোনাকী,* নতুন খণ্ড, তৃতীয় ভাগ, ১২ শ সংখ্যা, ভাদ ১৮২৬ শক, পৃ. ৪৪০-৪৪৩

গোস্বামী, প্ৰফুল্লদত্ত : "আপত্তি নাসক"
*অসম সাহিত্য সভা পত্ৰিকা*, নতুন প্ৰকাশ, ২য়-৩য সংখ্যা, কাতি মাঘ, ১৮৭৪ শক, পৃ. ১১৫-১১৬

গোস্বামী, হেমচন্দ্ৰ : "হেমকোষ"
*বাঁহী*, ৭ম বছৰ, ৩য় সংখ্যা

তামুলী, পুষ্পেন্দ্ৰ : "ব্ৰহ্মদেশত অসমীযা"
*চেতনা*, ৬ষ্ঠ বছৰ, ৬ষ্ঠ সংখ্যা, মাঘ ১৮৪৬ শক, পৃ. ৩৬৬-৩৬৮

তালুকদাৰ, নন্দ : "অসমীয়া ছপা কিতাপ আৰু ছপা যন্ত্ৰ"
*অসম বাণী*, বিহু আৰু ৰূপালী জয়ন্তী সংখ্যা, ১৯৮০; পৃ. ৫৩-৫৬

দত্ত, দিলীপ কুমাৰ : "আমেৰিকাৰ ঘৰৰ চাণ্ডত উঁনৈছ্ শতিকাৰ অসমৰ সম্ভেদ থকা চিঠি-পত্ৰ", *প্ৰান্তিক*, ১-১৫ আগষ্ট, ১৯৮৩

: "ব্ৰন্সনৰ পেৰাত পোৱা অসমীয়া চিঠি"
*অসম সাহিত্য সভা পত্ৰিকা*, ৪ৰ্থ সংখ্যা, অক্তোবৰ-নবেম্বৰ-ডিচেম্বৰ, ১৯৮৪

নেওগ, মহেশ্বৰ : "অসমত বিদেশী বণিক, বৈয়াকৰণিক, আভিধানিক আৰু কথালেখক"
*আকাশী*, ১০ম খণ্ড, ৪ নং, পৃ.৭৪-৭৯

পাদুন, নাহেন্দ্ৰ : (সম্পা.) *অসম সাহিত্য সভা পত্ৰিকা*, ড০ মাইল্‌ছ্ ব্ৰন্সন সোঁৱৰণী সংখ্যা, চত্বাৰিংশৎ বছৰ; ২য়-৩য় সংখ্যা, আগষ্ট-চেপ্তেম্বৰ-অক্তোবৰ, ১৯৮৪

ফুকন, লক্ষ্মীনাথ : "স্বৰ্গীয় ৰাধানাথ চাংকাকতী"
*বাঁহী*, বহাগ, ১৮৫১ শক, ১৮শ বছৰ, ১ম সংখ্যা, পৃ. ৪৪

বৰগোহাঞি, হোমেন : "অসমত আধুনিকতাৰ অগ্ৰদূত হেমচন্দ্ৰ বৰুৱা"
*প্ৰকাশ*, এপ্ৰিল, ১৮৭৬, পৃ. ১০৭-১১৩

বৰুৱা, গুণাভিৰাম : "সৌমাৰ ভ্ৰমণ"
*জোনাকী*, ২য় ভাগ, শক ১৮১১-১২, পৃ. ১৫৭

বৰুৱা, বিৰিঞ্চি কুমাৰ : "কেইখনমান পুৰণি অসমীয়া ছপা পুথি"
*অসম সাহিত্য সভা পত্ৰিকা*, নতুন প্ৰকাশ, ২য়-৩য় সংখ্যা, কাতি-মাঘ, ১৮৭৪ শক, পৃ.৭৫-৮৫

: "অৰুনোদইত সংবাদ প্ৰকাশৰ চানেকি"
*অসম বাণী*, ৮ এপ্ৰিল, ১৯৬০

ভট্টাচাৰ্য্য, কমলাকান্ত : "ব্ৰহ্মদেশত অসমীয়া"
*বাঁহী*, ২০শ বছৰ, ২য সংখ্যা, জেঠ, ১৮৫২ শক, পৃ. ৯৪-৯৫

ভট্টাচাৰ্য্য, যতীন্দ্ৰ মোহন : "প্ৰথম অসমীয়া মুদ্ৰিত গ্ৰন্থ"
*অসমীয়া*, জুলাই, ১৯৬৮, পৃ.২২০(ক)-২২০(গ)

ভট্টাচাৰ্য্য, সতীশ চন্দ্ৰ : "অসমত সংস্কৃত চৰ্চা ঃ টোলৰ ইতিবৃত্ত"
*অসম সাহিত্য সভা পত্ৰিকা*, পঞ্চত্ৰিংশ বছৰ, ৩য় সংখ্যা, চেপ্তেম্বৰ-অক্তোবৰ-নবেম্বৰ, ১৯৭৮

: "অসমীয়াৰ পৰম সুহৃদ ৰেঃ নাথান ব্ৰাউন"
*দৰং মহাবিদ্যালয় আলোচনী*, ৩৭ শ সংখ্যা, ১৯৮৪-৮৫, পৃ. ১-৭

: "প্ৰাচীন অসমত মানুহ ক্ৰয়-বিক্ৰয় ব্যৱস্থা"
*লোকসংস্কৃতি ৰেণুনি*, অভ্যৰ্থনা সমিতি, অসম সাহিত্য সভাৰ দুধনৈ অধিবেশন, দুধনৈ, ১৯৯১

ভূঞা, যোগেন্দ্ৰ নাৰায়ণ : "হৰ্ষ বিসাদ বিসয়ক ৰচনা আৰু বলৰাম ফুকন"
*নতুন দৈনিক*, ১৬।২।৯২

"মধুপৰ্ক" : "টোকা, বাতৰি আৰু প্ৰশ্ন"
*বাঁহী*, ১৫ শ বছৰ, ৮ম সংখ্যা, আঘোণ, ১৮৪৭ শক; পৃ. ৪৩৭-৪৩৮

শইকীয়া, চন্দ্ৰপ্ৰসাদ : (সম্পা.) *প্ৰকাশ*
অৰুনোদই সংখ্যা, নবেম্বৰ-ডিচেম্বৰ, ১৯৮০

শৰ্মা, বাণীকান্ত : "অসমীয়া সাহিত্যলৈ মিছনেৰী নাথান ব্ৰাউনৰ অৱদান"
*ৰাজধৰ বৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ৰূপালী জয়ন্তী স্মৃতি গ্ৰন্থ*, আজাৰা, ১৯৮৪

হাজৰিকা, কীৰ্তিপ্ৰসাদ : "চন্দ্ৰোদয়"
*আসাম বন্ধৱ*, ৯ম বছৰ, ১ম সংখ্যা, শ্ৰাৱন, ১৩২৫ সন

: "পুথি সমালোচনা"
*আসাম বান্ধৱ*, ৬ষ্ঠ বছৰ, ১০ম সংখ্যা, মাঘ, ১৩২২ সন, পৃ.৩৯৯-৪০০

: "আসামৰ শিক্ষাৰ এশ বছৰ"
*বাঁহী*, ২৩ শ বছৰ, ৭ম সংখ্যা, পৃ.৪৪২

২। বাংলা ঃ

অধিকারী, সন্তোষ কুমার : *বিদ্যাসাগর*,
রূপা এণ্ড কোম্পানী, কলকতা, ১৯৭০

বন্দ্যোপাধ্যায়, অসিতকুমার : *বাংলা সাহিত্যের ইতিবৃত্ত*
পঞ্চম খণ্ড, মডার্ণ বুক এজেন্সী প্রাঃ লিমিটেড, কলকাতা, ১৯৮৫

বন্দ্যোপাধ্যায়, ব্রজেন্দ্র নাথ : (সম্পা.) *সংবাদপত্রে সেকালের কথা*
দুই খণ্ড, বঙ্গীয় সাহিত্য পরিষৎ, ৩য় সংস্করণ, কলকাতা, মাঘ, ১৩৫৬

: *বাংলা সাময়িক সাহিত্য, ১৮১৮-১৮৬৭*,
বিশ্বভারতী, কলকাতা, ১৯৬৪

সেন, সুকুমার : *বাংগালা সাহিত্যের ইতিহাস*,
২য় খণ্ড, উনবিংশ শতাব্দ, ৬ষ্ঠ সংস্করণ, কলকাতা, ১৩৭৭ সাল

: *বাংগালা সাহিত্যে গদ্য,*
ইষ্টার্ণ পাবলিশার্স, কলকাতা ৯,
পঞ্চম সংস্করণ, ১৩৮৩

৩। **ENGLISH :**

**(a) HISTORY :**

| | |
|---|---|
| Acharyya, N N | *Historical Documents of Assam and Neighbouring States* Omsons Publications New Delhi 1983 |
| Barpujari, H K | *Assam in the Days of the Company (1826-1858)* Spectrum Publications, Guwahati, 1980, (F P 1963) |
| | (Gen Ed ) *Political History of Assam*, Volume I 1826-1919, Government of Assam, Guwahati, 1977 |
| Baruah, B K | *A Cultural History of Assam* Lawyer's Book Stall Guwahati, 1969 (F P 1951) |
| Barooah, N K | *David Scott in N E India (1802-1832)* Munshiram Monoharlal, New Delhi, March, 1970 |
| Bhattacharyya, H | (Ed) *The Cultural Heritage of India The Religions*, Vol IV, The Ramkrishna Mission Institute of Culture, Calcutta, 1956 |
| Bhuyan, S K | *Anglo Assamese Relations*, Lawyer's Book Stall, Guwahati, 1974 (F.P. 1949) |
| | *Early British Relations with Assam*, D.H.A.S., Gauhati, 1928 |

Chatterjee, S. K. : *The place of Assam in the History and Civilisation of India*, University of Gauhati, Gauhati, 1955

Choudhury, P. C. : *The History of Civilisation of the People of Assam to the Twelfth Century A.D.*, D.H.A.S., Gauhati, 1966

Gait, Sir Edward : *A History of Assam* L.B.S. Publications, 3rd Edition, Reprint, Guwahati, 1984 (F.P. 1905)

Mackenjie, A. : *The North East Frontier of India*, Mittal Publications, Delhi, Reprint 1979 (F.P. 1884)

Rajguru, S. : *Mediaeval Assamese Society (1228-1826)*, Asami, Milanpur, Nowgong, 1988

Sarma, S. N. : *A Socio-Economic and Cultural History of Mediaeval Assam (1200-1800)*, Pratima Devi, Rehabari, Guwahati, 1989

**(b) History of Literature, language and allied topics —**

Baruah, B. K. : *The History of Assamese literature*, Sahitya Akademi, New Delhi, 1964

Bhattacharyya, H. C. : *Origin and Development of the Assamese Drama and the Stage*, Gauhati, 1963

Clark, E. W. : *(Ed.) Phrases in English and Assamese*, Assam Baptist Mission Press, Sibsagor, 1877

Cutter, H. B. L. : *Vocabulary and Phrases in English and Assamese*,

Assam Baptist Mission Press, Jaipur, 1840, (later on revised as *Phrases in English and Assamese* by E. W. Clark in 1877)

De, S. K. : *Bengali Literature in the Nineteenth Century'*, Firma K. L. Mukhopadhya, Calcutta, 1962

Kakati, B. : *Assamese : Its Formation and Development.* Lawyer's Book Stall, 3rd Edition, Gauhati, 1962

Misra, Tilottama : *Literature and Society in Assam,* Omson Publishers, Guwahati, 1987

Neog, Dimbeswar : *New Light on History of Asamiya Literature,* Suwani Prakash, Gauhati, 1962

**(c) Other Works :**

Barpujari, H. K. : *The American Missioneries & North East India (1836-1900),* Spectrum Publications, Guwahati, 1987

Bishop, S. O. : *Sketches in Assam,* City Press, 12 Bentinck Street, Calcutta, 1885

Chatterjee, Sunil Kumar : *William Carey and Serampore,* Calcutta, 1990

Culross, James : *William Carey,* American Baptist Publication Society, Chestnut Street, Philadelphia

Downs, F. S. : *The Mighty Works of God,* Christian Literature Centre, Guwahati, 1971

| | | |
|---|---|---|
| | : | *Christianity in N. E. India : Historical Perspective*, ISPCK, New Delhi in association with C.L.C., Guwahati, 1983 |
| Ghose, M. N. | : | *A Brief Sketch of the Religious Beliefs of the Assamese*, Calcutta, 1896 |
| Medhi, S. B. | : | *Transport System and Economic Development in Assam*, Publication Board, Assam, Guwahati, 1978 |
| Merriam, E. F. | : | *A History of American Baptist Missions*, American Baptist Publication Society, Philadelphia, 1900 |
| Mitra, S. C. | : | *Isvar Chandra Vidyasagar*, Asish Publishing House, New Delhi, 1975, (F.P. 1902) |
| Moore, Mrs. P. H. | : | *(Ed.) Twenty Years in Assam*, Omsons Publications, Guwahati and New Delhi, 1982 (F.P. 1901) |
| Neog, M. | : | *Nidhi Levi Farwel*, Sahitya Akademi, New Delhi, 1985 |
| Nurullah, S. & Naik, J. P. | : | *A History of Education in India*, Macmillon & Co. Ltd., Bombay, 1951 |
| Pathak, S. M. | : | *American Missioneries and Hinduism*, Munshiram Monoharlal, Delhi, 1967 |
| Playne, S. | : | *(Comp.) Bengal and Assam Bihar and Orissa*, The Foreign and Colonial Compliling and Publishing Co. London, 1977 |
| Sengupta, K. P. | : | *The Christian Missionaries in Bengal, (1793-1833)*, Firma K. L. Mukhopadhyaya, Calcutta, 1971 |

Sword, V. H. : *Baptists in Assam, A Century of Missionary Service 1836-1936*, Conference Press, Chicago, Illinois, 1936

**(b) Journals :**

Devi, Renu : "Early Educational Policy of British Rules in Assam", *Cotton College Daimond Jubilee Commemoration Volume, 1901-1961*, Gauhati, 1961, pp. 67-73

: "The Role of the Christian Missionaries in the Advancement of Education in Assam", *G. U. Journal*, Vol. XXVI-XXVII, No. 1 Arts, 1975-1976, pp. 27-33

: "Education in Assam during 19th Century" *Ibid.*, Vol. XXVIII-XXIX, No.1, Arts, 1977-78, pp. 245-253

Downs, F. S. : "Missionaries and the Language Controversy in Assam", *Ibid.*, Vol. XXVIII-XXIX, No.1 Arts, 1977-78, pp. 122-159

Gillespie, George : 'The Orunudoi" *Ibid.*, Vol. XXVI-XXVII, No.1, Arts, 1975-76, pp. 125-139

Sarma, B. : "William Robinson's Assamese Grammer", *The Journal of the Assam Research Society* (Dr. Nanda Talukdar Commemoration volume), Vol. XVII, 1983, pp. 97-110

Sarma, S. N. : "Historical Biographies in Assamese Literature", *G.U. Journal*, Vol.XXVIII-XXIX, No.1, Arts, 1977-78, pp.109-121

: "Social Changes in Assam, 1750-1950", *Ibid.*, pp. 109-121.

